# ভুলৰ সমাধি

*"Suspecion is far more apt to be wrong than right,—oftener unjust than just. It is no friend to virtue and always an enemy to happiness."*

*—H. Ballow.*

শ্ৰীপ্ৰেমধৰ ৰাজখোৱা
তিনিচুকীয়া, অসম।

প্ৰকাশক—
পি, ৰজখোৱা
সৌমাৰ সাহিত্য পৰিষদ
তিনিচুকীয়া, অসম।

বেটু পাতৰ চিত্ৰাঙ্কন—
অসমৰ প্ৰচাৰ বিভাগৰ ডাইৰেক্টৰ
শ্ৰীযুক্ত ঈশ্বৰপ্ৰসাদ চৌধুৰী এম. এ, বি. এল, দেৱৰ সৌজন্যত।

মুদ্ৰাকৰ—
শ্ৰীদেৱপ্ৰসাদ মিত্ৰ
এলম্ প্ৰেছ
৬৩, বিডন ষ্ট্ৰীট, কলিকতা-৬

প্ৰথম তাঙৰণ—১৯৫৬ চন।

বেচ—৬৷৷৹ ছ-টকা আঠ অনা মাত্ৰ।



# উচৰ্গা

এই পুথি লিখিবৰ বাবে প্ৰথম ভাব উদয় হৈছিল বঙ্গীয় লিখিকা প্ৰভাৱতী দেবী সৰস্বতীৰ 'মৰুৰ পথে' নামৰ উপন্যাস জাতীয় কিতাপখন পঢ়িবলৈ পোৱাৰ পাচত আৰু সেই বাবে এই পুথি দেবী সৰস্বতীৰ নামতেই উচৰ্গা কৰা উচিত আছিল। কিন্তু এই ব্যবসায় কেন্দ্ৰ তিনিচুকীয়াই জীৱনৰ বিয়লি বেলাত হাতত কলম ধৰিবলৈ উদগনি দিলে আৰু সেই উদগনিৰ ফল স্বৰূপে 'ভুলৰ সমাধি'ৰ জন্ম।

'ভুলৰ সমাধি'ক আমি এই ব্যবসায় কেন্দ্ৰ তিনিচুকীয়া চহৰ আৰু জাতি-ধৰ্ম্ম, সম্প্ৰদায় নিৰ্ব্বিশেষে চহৰবাসী বন্ধু-বান্ধৱ, ডা-ডাঙৰীয়া, আই আৰু আই-দেউসকলৰ ফালে সশ্ৰদ্ধাৰে আগ বঢ়ালোঁ।

—লিখক—

ভুলৰ সমাধিৰ
সকলোবিলাক চৰিত্ৰই কাল্পনিক।
জনদিয়েক বিশিষ্ট
নেতৃস্থানীয় বিজ্ঞলোকৰ বাহিৰে
জীৱিত অথবা মৃত
কোনো পুৰুষ মহিলা, বৃদ্ধ বৃদ্ধা,
কিশোৰ কিশোৰী, বালক বালিকা
ডেকা গাভৰুৰ
নামাকৰণ অথবা চৰিত্ৰাঙ্কন
কৰা হোৱা নাই।

*—লিখক—*

# আগতীয়া দুআষাৰ

'ভুলৰ সমাধি'ৰ জন্ম ৰহস্যৰ বিষয়ে আগতীয়াকৈ দুআষাৰ কৈ থোৱা উচিত হ'ব। পুথি নাইবা উপন্যাস লিখাৰ মহান উদ্দেশ্যৰে কলম ধৰা নাছিলোঁ আৰু উপন্যাস লিখাৰ বয়সো নাই। আলোচনী এখনৰ সম্পাদক বন্ধু এজনৰপৰা ঘনাই অহা অনুৰোধ ৰক্ষাৰ্থে গল্প এটিহে লিখা হৈছিল। অলপ দীঘল হোৱাত আলোচনীৰ বাবে অনুপযুক্ত বুলি ভাবি 'ভুলৰ সমাধি' নামৰ গল্পটোৰ লগতে আৰু অন্যান্য কেইটিমান চুটি গল্প সংযোগ কৰি গল্পৰ পুথি এখন যুগুত কৰা হৈছিল। সাহিত্যিক বন্ধু এজনক চাবলৈ দিওঁতে তেখেতে মন্তব্য কৰিলে যে ভুলৰ সমাধিকে আৰু দীঘলাই বহলাই এখন পৃথক পুথি প্ৰণয়নৰ চেষ্টা কৰিব লাগে। সেই মতেই আৰু তিনিটা খণ্ড যোগ দি আমাৰ শিক্ষাগুৰু শ্ৰদ্ধাস্পদ শ্ৰীযুক্ত সূৰ্য্যকুমাৰ ভূঞাদেৱক চাবলৈ দিয়া হৈছিল। তেখেতে চাই চিতি কেইযাবিমান বহুমূলীয়া উপদেশ দিলে। তেখেতৰ নীতিকে অৱলম্বন কৰি পুথিখনি তেতিয়াই নছপাই দুবছৰ কাল পেলাই থোৱা হ'ল। ইতিমধ্যে

হাতে লিখা অৱস্থাতে পুথিখন বহুত কেইজনে পঢ়ি চাই শেষৰ ফালে মন্তব্য লিখি থোৱা দেখা পালোঁ,— 'শেষ হোৱা নাই', 'আৰু বাকী আছে', 'শেষ নকৰিব', ইত্যাদি ৰূপে। মন্তব্যকাৰীসকলৰ নাম নাই যদিও সেই বেনামী মন্তব্যকাৰীৰ মন্তব্যৰ ওপৰত আমি বিশেষ গুৰুত্ব দি দ্বিতীয় ছোৱা যোগ কৰাত পুথিখনিৰ কলেবৰ যথেষ্ট ডাঙৰ হৈ পৰিল।

'ভুলৰ সমাধি' কোন শ্ৰেণীত পৰিব অথবা কোন শ্ৰেণীভুক্ত কৰিব পাৰি তাৰ উমান ধৰিব পৰা নাছিলোঁ। Somerset Maugham এ Razor's Edge নামৰ পুথিৰ পাতনিত লিখাৰ নিচিনাকৈ আমিও কওঁ, "If I call it a novel, it is only because I don't know what else to call it." কিন্তু হাতে লিখা প্ৰথম অৱস্থাতে পুথিখনি পঢ়ি চাই অধ্যাপক শ্ৰীযুক্ত অতুলচন্দ্ৰ হাজৰিকাদেৱে মন্তব্য কৰোঁতে যেতিয়া এনেদৰে আৰম্ভিলে,—"আপোনাৰ উপন্যাসখনি পঢ়ি ভাল পালোঁ"—তেতিয়াহে বুজিলোঁ যে ইয়াক নিৰ্ব্বিঘ্নে উপন্যাসৰ শাৰীত পেলাই থ'ব পাৰি।

পুথিখনি লিখি সুদীৰ্ঘ ছ-বছৰৰ মূৰতহে ছপাবলৈ আয়োজন কৰা হ'ল। এই দীৰ্ঘকালৰ ভিতৰত ভোলানাথ পুৰুষ স্বৰ্গীয় জে বৰুৱা, ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা, অধ্যাপক



অতুলচন্দ্ৰ হাজৰিকা, ডক্টৰ মহেশ্বৰ নেওগ, মঙ্গলদৈৰ উদীয়মান ডেকা সাহিত্যিক শ্ৰীযুক্ত প্ৰভাত গোস্বামী, চৰকাৰী স্কুলৰ শিক্ষক শ্ৰীযুক্ত বিষ্ণুকিঙ্কৰ কলিতা আৰু শ্ৰীযুক্ত ইন্দ্ৰেশ্বৰ বৰুৱাৰপৰা আমি ভালেখিনি উপদেশ নিৰ্দ্দেশ পাই নিজেই ধন্য মনাৰ উপৰিও পুথিখনিৰ বহুত খুঁত আঁতৰ কৰিবলৈ সক্ষম হ'ব পাৰিলোঁ। 'অল ইণ্ডিয়া ৰেডিও'ৰ কবি-শিল্পী শ্ৰীমান নাৰায়ণ বেজবৰুৱা বাপাই বৰ আগ্ৰহেৰে সৈতে সমূদায় পুথিখনি হাতে লিখা অবস্থাতে পঢ়ি চৰিত্ৰাঙ্কনত সহায় কৰাৰ উপৰিও পুথিখনিৰ লগত খাপ খুৱাই নিজেই কবিতা এখুদমান ৰচনা কৰি ১৫৫ পৃষ্ঠাত সংযোগ কৰি পুথিখনিৰ সৌষ্ঠৱ বঢ়োৱাত বেজবৰুৱা বাপাৰো ওপৰুক্ত মহাশয় সকলৰ লগতে শলাগ নলৈ নোৱাৰোঁ। এই সকলোবিলাকৰ ওপৰত লিখকৰ ওচৰতে বহি প্ৰায় প্ৰতিটো সন্ধিয়াতে পুথিখনি সোনকালে লিখি উলিয়াবলৈ জোৰ কৰিছিল বন্ধুবৰ শ্ৰীযুক্ত কমলেশ্বৰ দত্ত আৰু শ্ৰীযুক্ত ৰাম দত্তদেৱে আৰু প্ৰকৃততে প্ৰত্যেক খণ্ডৰে প্ৰথম শ্ৰোতা আছিল এই দুজনেই। লিখা কাৰ্য্যত আমাৰ উদাসীনতা দেখি মাজে মাজে তেখেত সকলে খং নকৰাও নহয়। মূঠৰ ওপৰত ক'বলৈ গ'লে দত্ত-যুগলে দিনে নিশাই আমনি দি নথকা হ'লে, এই পুথি প্ৰকাশৰ ভাৰ পো-নাতিলৈহে থৈ

যাব লাগিলহেঁতেন। পুঢ়ৰৈ সমাজে প্ৰকাশিত পুথিখনি কেনে ভাবেৰে গ্ৰহণ কৰে তাৰ ওৰ লৈহে দত্তযুগলৰ ওচৰত আমি কৃতাৰ্থ হয়নে নহয় সেই বিষয়ে দ্বিতীয় সংস্কৰণত উল্লেখ কৰিম। সম্প্ৰতিকলৈ কৃতজ্ঞতা প্ৰকাশ কাৰ্য্য "In abeyence" বা "স্থগিত" ৰাখিলোঁ।

শ্ৰীমান কৰুণা বৰঠাকুৰ, শ্ৰীমান সূৰ্য্য বৰা, শ্ৰীমান যোগেন শৰ্ম্মা, শ্ৰীমান ভব বৰুৱা আৰু শ্ৰীযুক্ত পৰশুৰাম দত্ত আদিৰ বাহিৰেও শ্ৰীযুক্ত অধীৰ বিশ্বাস, শ্ৰীযুক্ত পৃথ্বীশ ভাদুড়ী আদিৰপৰা পোৱা উপদেশ আদিও উলাই কৰিব নোৱাৰি। তেখেত সকলবো ইয়াতেই শলাগ লৈ থ'লোঁ। শ্ৰীমান মিঠাৰাম হুৰবাই ধুনীয়া আখৰেৰে পুথিখনিৰ নকল এটা কৰি ছাপাশাললৈ পঠোৱাৰ উপযোগী কৰি দিয়াত, আমাৰ বৰ মাজু জীয়াৰী শ্ৰীমতী মনশ্ৰী আইদেউ আৰু লগতে শ্ৰীযুক্ত প্যাৰিলাল চক্ৰৱৰ্ত্তীয়ে চানেকি কাকত চোৱাত সহায় কৰাত যথাক্ৰমে কেউটিলৈকে আমাৰ আশীৰ্ব্বাদ, আশীৰ্ব্বাদ আৰু ধন্যবাদ।

পুথি ছপোৱাৰ সমূদায় খৰচ বহন কৰিছে তিনিচুকীয়াৰ বিখ্যাত সদাগৰ লোহিয়া পৰিয়ালৰ মালিক সকলে। তেখেত সকলৰ ওচৰত আমি আজীৱন কাল ঋণী।

আমাৰ এটি মাত্ৰ অনুৰোধতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক শ্ৰীযুক্ত মহেশ্বৰ নেওগ এম, এ, ডি, ফিল্, দেৱে



পাতনি স্বৰূপ কাচুটিখন পিন্ধাই দি পুথিখনি ৰাইজৰ আগলৈ বাহিৰ কৰিবৰ বাবে উপযুক্ত কৰি তোলাত তেখেতলৈ আমাৰ কৃতজ্ঞতা জনালোঁ। বৰ্ত্তমান অসমৰ প্ৰচাৰ বিভাগৰ ডাইৰেক্টৰ বন্ধুবৰ শ্ৰীযুক্ত ঈশ্বৰপ্ৰসাদ চৌধুৰী এম, এ, বি, এল, ডাঙৰীয়াই বেটু পাতৰ ছবিখনৰ যোগান ধৰাত তেখেতৰ প্ৰতিও আমাৰ ধন্যবাদ এষাৰি এই খিনিতে দি থোৱা উচিত হ'ব।

কলিকতাত ছপোৱা আৰু অন্যান্য বহুত আহুকালৰ বাবে ভালেখিনি ছাপা-দোষ বৈ গ'ল। দ্বিতীয় তাঙৰণ ছপোৱাটো ভাগ্যত ঘটে যদি সেই দোষ নিলগাবলৈ চেষ্টা কৰা হ'ব।

সৰ্ব্বশেষত ইয়াকে মাথোন ক'ব খোজোঁ যে পুথি লিখা আৰু প্ৰকাশ কৰা এয়ে আমাৰ প্ৰথম প্ৰচেষ্টা। এই পুথিয়ে যদি পাঠক সকলক তুষ্ট কৰিব পাৰে ধন্য মানিম।

**শ্ৰীপ্ৰেমধৰ ৰাজখোৱা**
তিনিচুকীয়া

# পাতনি

তিনি বছৰৰো অধিক হ'ল—শ্ৰীযুত প্ৰেমধৰ বাজখোৱা ডাঙৰীয়াই তেখেতৰ "ভুলৰ সমাধি"খনি হাতে লিখাতে চাবলৈ দি পাতনি ৰূপে মোক মতামত এটি দিবলৈ অনুৰোধ কৰিছিল। এতিয়া বোলে উপন্যাসখনি ছপাশালৰ চোঁ-ঘৰৰ পৰা ধুনীয়া হৈ ওলাওঁ ওলাওঁ। গতিকে মোৰ এই পাতনিৰ আঁৰিয়া ধৰিবৰো বেলা হৈছে। আগতেই শ্ৰীযুত বাজ-খোৱাৰ এই লেখাখনি পঢ়ি মুগ্ধ হৈছিলো তেখেতৰ লিখিব পৰা সহজ শক্তি দেখি; আৰু ভাবিছিলোঁ, তেখেতেনো আগৰেপৰা কিয় সাহিত্যিক ৰূপে আত্মপ্ৰকাশ কৰা নাছিল। তেতিয়া উপন্যাসখনিৰ দ্বিতীয় খণ্ড লিখা হোৱা নাছিল; গতিকে অনুভৱ কৰিছিলোঁ, উপসংহাৰটো লৈ যেন ঔপন্যাসিক অলপ আহুকালত পৰিছে। তেতিয়া কৈছিলোঁ, "বাস্তৱিকতে মীৰাৰ চৰিত্ৰৰ এটা পৰিণতি লাগে, কাৰণ বৰ্ত্তমান লেখাৰ শেষলৈ এই চৰিত্ৰ অত্যন্ত ট্ৰেজিক হৈ পৰিছে। তদুপৰি নিবাৰণ উকিলকো ( এতিয়া মাষ্টৰ ) এটা গতি দিব পৰা হলে ভাল আছিল। কিন্তু মীৰা আৰু উকিলক পুতৌ কৰিবলৈ গৈ যেন এফেক্ট্‌টো পাতলাই

নেপেলায়—নামিবৰ সময়ত যাতে নাও সুবুৰে।” সদানন্দ পুৰুষ জে, বৰুৱা ডাঙৰীয়ায়ো হেনো কৈছিল, “সেই মাষ্টৰটোকনো কিয় বলিয়া হবলৈ দিয়া ? ভাল কৰি পেলোৱা।” এতিয়া দেখিছোঁ, দ্বিতীয় খণ্ড সংযোগ কৰি ৰাজখোৱাদেৱে মীৰাক এটা গতি দিলে। নিবাৰণ মাষ্টৰকো এতিয়া পাঠকে নিশ্চিন্তে পাহৰিব পৰা হৈছে। অৱশ্যে পাঠকক এইবোৰ সুবিধা দি মীৰাৰ চৰিত্ৰ বহলাই আঁকিবলৈ যোৱাৰ ফলত মৃগেনৰ গাত এছাটি ক’লা ৰং পৰিল। কিন্তু উপায় নাই ; সি চৰিত্ৰটোৰ আগৰ ছবি খনৰ লগত ক’তো বেঙায়ো থকা নাই। তাতেই পাঠক সন্তুষ্টি হোৱা উচিত।

সম্প্ৰতিকলৈ ঔপন্যাসিক কৌশল আলোচনা কৰিবৰ প্ৰবৃত্তি আমাৰ নাই। কাহিনীটিৰ সজোৱা পৰোৱা ধৰণে উপন্যাসখনি উপভোগ্য কৰি তুলিছে। মানব চৰিত্ৰ সম্পৰ্কীয় আৰু দৈনন্দিন জীৱনৰ সৰু-সুৰা কথা, চিৰা-চৰিত সংস্কাৰ আৰু কৌটি-কলীয়া কুসংস্কাৰৰ বিৱৰণে একালে লিখকৰ পৰ্য্যৱেক্ষণৰ পৰিচয় দিছে আৰু আন-কালে বিৱৰণকে পাঠকৰ ওচৰত অধিক প্ৰত্যয়যোগ্য কৰি তুলিছে। নানাবোৰ সৰু ডাঙৰ সমস্যাৰ বিষয়ে ঔপন্যাসিকে কাহিনীৰ ছেগ চাই নিজৰ চিন্তা দাঙি ধৰিছে। সাময়িক সমাজ আৰু সমাজ সংশ্লিষ্ট ৰাজ-



নীতিৰ অনেক কথাই লিখকৰ চিত্ৰ আৰু চিন্তাৰ ভিতৰত ঠাই লাভ কৰি সিবোৰক সাৰ্থক কৰি তুলিছে। যোৱা মহাযুদ্ধ আৰু দেশ বিভাজন, এই দুটা বুৰঞ্জীৰ সোঁত ঘুৰোৱা ঘটনাই, বিশেষকৈ আগৰটোৱে অসমৰ সামাজিক, অৰ্থনৈতিক, নৈতিক জীৱনক ভালকৈয়ে জোঁকাৰি থৈ গ’ল। কিন্তু সিবোৰৰ প্ৰতিফলন সাহিত্যত আনুপাতিক ভাৱে পৰা নাই বুলিয়ে এটি আক্ষেপ শুনা যায়। এই ফালৰপৰাও ৰাজখোৱাৰ উপন্যাসে আমাক দুই এখনি হেৰোৱা ছবি বিচাৰি দিলেহি। বঙ্গদেশৰ বৰ-পণ-প্ৰথা, উবাবাতৰি আৰু সাংবাদিকৰ কৰ্ত্তব্য, সমাজ-ব্যৱস্থা আৰু নৈষ্ঠিকতাৰ কোৱাভাতুৰীয়া ৰূপ, বৈবাহিক, পাৰিবাৰিক জীৱনৰ তাৎপৰ্য্য, অসমীয়া নাৰী-জীৱনৰ অৱস্থা-ব্যৱস্থা, ব্ৰহ্মদেশত ভাৰতীয়ৰ দুৰৱস্থা, কলিকতাৰ বধ-লীলা, পূব পাকিস্তানৰ নিৰ্ম্মম ইতিহাস, আদি অনেক সমস্যা আৰু ঘটনাই উপন্যাসখনিত পৰশ বুলাইছে। মাজে মাজে উক দিয়া অসমত বঙালীৰ প্ৰশ্নই ঔপন্যাসিকৰ মনত যথেষ্ট ঠাই অধিকাৰ কৰিছে, আৰু এক প্ৰকাৰে সেই প্ৰশ্নৰপৰাই উপন্যাসৰ ঘটনা সূত্ৰ আৰম্ভ হৈছে। এই খিনি লেখাই অনেকৰে সেই প্ৰশ্ন সম্পৰ্কীয় ভুল ধাৰণাৰ সমাধি সাৰ্থক ভাবে ঘটাব পাৰিব বুলি বিশ্বাস হয়। মুঠতে, কাহিনীটিৰ পটভূমি অতি স্পষ্টভাৱে অঙ্কিত হৈছে

আৰু সেই পটভূমিয়েই কাহিনী আৰু চৰিত্ৰকেইটিৰ গতি স্থিৰ কৰি ৰাখিছে।

কাহিনীৰ গতি ক'তো আমনি লগা বিধৰ হোৱা নাই। কাহিনীভাগ মূলতে সৰল হলেও সি ঔপন্যাসিক গাম্ভীৰ্য্যেৰে পাঠকৰ কৌতূহল টানি অগ্ৰসৰ হৈছে। ঘটনাৰ প্ৰথম ভাগতে ঔপন্যাসিকে 'ফ্লেশ্ বেক্' কৌশলেৰে পাঠকৰ মনত দোদুল্যমান অৱস্থা বা 'ছছপেন্ছ' সৃষ্টি কৰি তাৰ মাজতে ঘটনাৰ বুৰঞ্জী বৰ্ণাইছে আৰু নিজৰো বক্তব্য অনেকখিনি আমাৰ আগত বিবৰিছে। উপন্যাসৰ পিচৰ অংশত চৰিত্ৰবোৰৰ চঞ্চল মনোগতি আৰু ঘটনাৰ পাকৰ লগত পাঠকৰ ব্যগ্ৰতা জুঁটি দি অনুৰাগ কমিবৰ সুবিধা এৰি দিয়া নাই। চৰিত্ৰ কেইটিও ঔপন্যাসিকে নিজৰ আন্তৰিক সহানুভূতি আৰু মানবতা-বোধ দি অঙ্কন কৰিছে। গতিকে সিহঁত ৰঙ্গমঞ্চৰ ৰং সনা পুতলা নহৈ জীৱন্ত প্ৰাণী যেন হৈছে।

মুঠতে "ভুলৰ সমাধি" ৰাজখোৱাদেৱৰ প্ৰথম ঔপন্যাসিক চেষ্টা হ'লেও, অনেক ফালৰপৰাই সিখনি পূৰঠ এটি বস্তু হৈছে। তেখেতৰ এই আৰম্ভ শুভাৰম্ভ হওক এই কামনাৰে সামৰিলো।

গুৱাহাটী বিশ্ববিদ্যালয়
শ্ৰীপঞ্চমী
১৯৫৬

শ্ৰীমহেশ্বৰ নেওগ

# সূচী-পত্ৰ

Nanda Talukdar
Gauhati

# ভুলৰ সমাধি

"অ' ভাত খাবলৈ নিমন্ত্ৰণ কৰা চিঠি। মই আকৌ ভয় খাই গৈছিলোঁ,—কিনো চিঠি দিছে বুলি।"

"ভয়! ভয় খাবলৈ আছে কি?"

"বুজিছে মৃগেনদা, ইৰাদিৰ সৈতে মোৰ বহুত আগৰেই চিনাকি। অকল চিনাকিয়েই নহয় আমি দুয়ো বাই-ভনী হিচাপেই সৰুৰেপৰা ডাঙৰ দীঘল হ'লোঁ। কিন্তু কিয় জানো মই আজিলৈকে ইৰাদিৰ আসে নাপালোঁ। ইমান দিন আপোনাসকলৰ ঘৰতেই আলহী হিচাপে থাকি আহিলোঁ,—কিন্তু আপোনাৰ সৈতে অলপ হাঁহি ধেমালি কৰিলেও ইৰাদিৰ সৈতে কৰিবলৈ সাহ নাপাওঁ;—কেনে গহীন হৈ থাকে।"

"......বাৰু বাৰু, সেইবোৰ কথা যাবলৈ দিয়া। ভাত খাবলৈ যাবাতো? নে তোমাৰ কোনো দেশী ভাই বন্ধুৰ ঘৰত আগৰে নিমন্ত্ৰণ আছে?"

"......কি যে কয় আৰু! ইবাদিৰ এই প্ৰথম নিমন্ত্ৰণ মই উপেক্ষা কৰিব পাৰোনে? তেওঁকতো এদিনো মাতি আনিব নোৱাৰিলোঁ। আপুনি আগতে সমিধান দি থয়, আজি ইটো কালি সিটো লেঠা বুলি। আমি নিশ্চয় যাম আৰু যামো অতি আনন্দেৰে। কিন্তু তাৰ আগতেই আজিৰ দিনৰ সাঁজ ভাত খাই যাবৰ কাৰণে মই আপোনাক নিমন্ত্ৰণ জনালোঁ। যাব নোৱাৰে, একেবাৰে ভাত খাইহে যাব পাৰিব।"

"......নহয় মীৰা, মই যাবই লাগিব। আজিলৈ ক্ষমা কৰা। তোমাৰ ইবাদিয়ে সিফালে বাট চাই থাকিব নহয়।"

"থাকক বাৰু বাট চাই। কতদিন মই এনেদৰে ভাত খুৱাই পঠিয়ালোঁ, আজিহে নোৱাৰে? আজি আপুনি ভালপোৱা সেই আদা-পিয়াঁজৰ চৰ্চৰি আৰু ভাপত দিয়া ইলীহ মাছ আছে। আজি ইলীহ মাছ আনোতেই মোৰ আপোনালৈ মনত পৰিছিল। আৰু জানেনে মৃগেনদা, কি ৰান্ধিছোঁ? সেই আপোনাসকলৰ খৰিচাৰ টেঙা আৰু চিতল মাছৰ আঞ্জা।—ইবাদিয়েই খৰিচাৰ আঞ্জাত আমাৰ জুতি লগালে।

আপত্তি কৰি মৃগেনে ক'লে "বাৰু তোমাৰ খৰিচাৰ





টেঙা আন এদিনাখন খামহি। আজি মই থাকিব নোৱাৰোঁ।"

"কিয় নোৱাৰিব মৃগেনদা? ঘৰত গৈ নিমন্ত্ৰণ নকৰাৰ বাবেই যদি আপত্তি কৰিছে, কওক।"

"......নহয় মীৰা, ঘৰত গৈ নিমন্ত্ৰণ তুমি কোন দিনাখন কৰিছা? কিন্তু বহুত দিনেই এনেদৰে অকস্মাতে তোমাৰ আলহী হৈ ইয়াতে মই খাই বৈ যাওঁ। কেতিয়াবা জানো আপত্তি কৰিছিলোঁ?"

"......তেতিয়া হ'লে আজিও আপত্তি নকৰিব।"

"......তুমি নেৰাই যেতিয়া বাৰু অলপ ৰ'বা। মই ঘৰত কৈ আহোঁগৈ।"

"......নালাগে বাৰু কৈ আহিবগৈ। ময়েই বতৰা পঠাই দিওঁ। নাযাব দেই মৃগেনদা," বুলি কৈয়েই উত্তৰলৈ বাটকে নাচাই ভিতৰলৈ গৈ মৃগেনৰ পৰিবাৰ ইবালৈ চিঠি লিখাত ব্যস্ত হৈ পৰিল। ঘৰৰ লগুৱাটোৰ হাততে ইবালৈ বুলি চিঠিখন দি ক'লে যে আগতে বজাৰৰপৰা মেথী গুটি আৰু সৰিয়হখিনি আনি দি থৈহে যাতে সি চিঠি দিবলৈ যায়।

মীৰাই লগুৱাটোৰ প্ৰতি দিয়া সকলো নিৰ্দ্দেশ আহি বাহিৰৰ কোঠাত বহি থকা মৃগেনৰ কাণত প্ৰবেশ কৰাত

তেওঁ বহুত কথাকে ভাবিব লগীয়া হ'ল। এনে ধৰণে মীৰাই মৃগেনক ভাত খাবলৈ জোৰ কৰা কাৰ্য্যত নতুনত্ব একো নাই। ইয়াৰ আগতে বহুত বাৰেই ভাত খোৱাৰ সময়ত মীৰাই মৃগেনক নিজ ঘৰত পালে ভাত খাই যাবৰ বাবে জোৰ কৰে আৰু প্ৰায়েই মৃগেনে কথা পেলাব নোৱাৰি মীৰাৰ নিমন্ত্ৰণ ৰক্ষা কৰিহে ঘৰলৈ যায়। সেই দিনা কিন্তু মীৰাই ভাত খাই যাবলৈ কৰা অনুৰোধটো মৃগেনৰ বৰ ভাল লগা নাছিল। আন এদিনাখন হোৱা হ'লে আপত্তিৰ কোনো কাৰণেই নাথাকিলেহেঁতেন। সেই দিনা কিন্তু কিবা এডাল নেদেখা জৰীৰে তেওঁৰ মনটো নিজ পৰিবাৰ ইৰাৰ ফাললৈ বৰ বেয়া ধৰণে টানি ৰাখিছিল। তেওঁৰ মনটো সেইদিনা সেই সাত বছৰমানৰ পূৰ্ব্বে বিয়া কৰাই পত্নী বা ঘৈনী ৰূপে বিভূষিত কৰা ইৰাৰ চৌপাশে টাকুৰি ঘূৰাদি ঘূৰি ফুৰিছিল। আনদিনাখন মীৰাৰ ঘৰলৈ যাবৰ কাৰণে নিজৰ পৰিবাৰৰ ওচৰত নানান চেলু বিচৰাদি সেই দিনা মীৰাৰপৰা অব্যাহতি পাবৰ কাৰণেহে চেলু বিচাৰিবলৈ ধৰিলে,—কিন্তু নোৱাৰিলে। মৃগেনৰ সকলো আপত্তিৰ প্ৰতি আওকাণ কৰি মীৰাই ইৰালৈ বাতৰি পঠিয়াই দিলে যে তেওঁ তেওঁৰ মৃগেনদাক ভাত খুৱাইহে পঠিয়াব আৰু তেওঁবিলাকেও সেই নিশালৈ অতি আনন্দেৰে





ইৰাৰ নিমন্ত্ৰণ ৰক্ষা কৰিবগৈ। অনিচ্ছা স্বত্বেও মৃগেন থাকিব লগীয়া হ'ল। বন্ধুৰ অনুৰোধ উপেক্ষা কৰিব পাৰিলেও বন্ধু-পত্নীৰ অনুৰোধ প্ৰত্যাখ্যান কৰাটো কেতিয়াবা বৰ টান হৈ উঠে।

ইফালে মীৰাৰ স্বামী সুবিমল ঘৰত নাই। বীমা ব্যৱসায়ী সুবিমলে ভালদৰে বুজি পায় যে দিনৌ চাইকেলৰ চকা যিমানেই ঘূৰে, বীমা ব্যৱসায়ী সকলৰ সিমানেই মঙ্গল। তাতে সুবিমল হৈছে বঙালী যুৱক। তেওঁতো আমাৰ সেই মাণিক, মোহিনী নহয় যে বিয়াৰ পাচৰপৰাই ঘৰ এৰি ব্যৱসায়ৰ সন্ধানত ঘূৰি ফুৰিবলৈ সময়ৰ অভাৱ হ'ব। সুবিমলহঁতৰ বৈঠকখানাত মৃগেন ক্ষন্তেকৰ কাৰণে অকলশৰীয়া হৈ পৰিল। মীৰাই চিঠি লিখিবলৈ গৈয়েই সিফালে ৰান্ধনি ঘৰত সোমালেগৈ। সেই নিৰ্জন অৱস্থাত বহি থাকোতে মৃগেনৰ মনটো নানান আগ গুৰি নোহোৱা ভাব চিন্তাই আগুৰি ধৰিলে। ঘনাই ঘনাই মনটো নিজৰ ঘৰলৈ উৰা মাৰি যাব খোজে, পুনৰ টানি ধৰে। ঠিক যেন বৈবাহিক জীৱনৰ পাতনি ছোৱাহে; যি সময়ত ঘৰৰপৰা অলপ আঁতৰ হ'লেই নব-বিবাহিত যুৱকৰ বহুত সময় আঁতৰি থকা যেন অনুমান হয়। দিনটো, নিশাটো তেনেই চুটি যেন হৈ পৰে। এক্ষন্তেক

আঁতৰি থাকিলেই মনটো উগুল-থুগুল কৰে। মৃগেনৰ মনত পৰিল, সেই সাত বছৰৰ আগৰ কথা। তেওঁ ইবাৰ আনি ঘৰ সুমুৱা কালটোৰ কথা মনত পৰিল। সেই সোণাময় কালছোৱা কেনে ধৰণে চকুৰ পচাৰতে পাৰ হৈ গ'ল। পিতাকৰ এটি মাত্ৰ সন্তান মৃগেনৰ সৰু কালতে ঘটিছিল মাতৃ-বিয়োগ। পিতা-পুত্ৰ একে লগে সুদীৰ্ঘ কুৰিটা বছৰ থকাৰ পাচত যেতিয়া ইৰা আহি বোৱাৰী ৰূপে ঘৰত দেখা দিলেহি, মৃগেনৰ পিতাকৰো কি যে এটা পৰিৱৰ্ত্তন আহি পৰিছিল। বোৱাৰীয়েকৰ খবৰ কৰিয়েই বুঢ়াৰ তৰণি নাছিল। পুৱা গা ধুবলৈ পানী দিয়াৰেপৰা ইৰাৰ কাপোৰ কানি ইস্ত্ৰি কৰোৱা পৰ্য্যন্ত বুঢ়াই তদাৰক কৰা দেখি বোৱাৰীয়েকে মনতে লাজো পাইছিল যথেষ্ট আৰু সেই বাবেই সেই খুঁতিনাতিৰপৰা বুঢ়াৰ চকু আঁতৰাই ৰাখিবৰ কাৰণে বৰ চেষ্টা কৰিছিল। বুঢ়া জীয়াই থকা কালত ঘৰৰপৰা ওলাই গ'লেই কোনো দিনাই তেওঁ শুদা হাতে ঘূৰি নাহিছিল। বোৱাৰীয়েকলৈ তেল এবটলেই হওক বা কাপোৰৰ টুকুৰা এটাই হওক হাতত লৈহে ঘৰলৈ আহিছিল। ওচৰ চুচুৰীয়াই বুঢ়াৰ তৎপৰতা দেখি বিস্ময় মানিছিল—কথাই কথাই ইৰাক ভাগ্যৱতী বুলি মন্তব্য কৰিছিল।





অকলে অকলে বহি থকা মৃগেনৰ আৰু মনত পৰিল সেই কালছোৱাৰ কথা যি কালত তেওঁ নিজেও ঘৰ এৰিবলৈ সঁচাকৈয়ে টান পাইছিল আৰু মৃগেনৰ মন বুজিয়েই কিজানি বুঢ়াই নিজেই ঘৰৰ বাহিৰে ভিতৰে চকু দি ফুৰিছিল। বুঢ়াৰ মৃত্যুৰ পাচৰপৰা কিন্তু লাহে লাহে মৃগেন ঘৰৰপৰা আঁতৰিব পৰা হ'ল। ইৰাৰ ওচৰত বহি দিনৰ দিনটো ধেমালি-ধুমুলা কৰা ক্ৰমাৎ কমি আহিবলৈ ধৰিলে। বিবাহিত জীৱনত এক গতানুগতিক ভাৱে দেখা দিলে। মৃগেনে আৰু ভাবিবলৈ ধৰিলে, সেই মীৰাজনীৰ কথা। বিয়াৰ পাচতেই তেওঁ ইৰাৰ মুখে বান্ধৱী মীৰাৰ বহুত কথাকে শুনিছিল। সেইবাবেইহে মীৰা আৰু সুবিমল দেশৰপৰা আহি মৃগেনৰ ঘৰত আলহীৰূপে সোমোৱাত মৃগেনে অতি কম সময়ৰ ভিতৰতেই তেওঁবিলাকক আপোন কৰি লবলৈ সক্ষম হৈছিল। মৃগেনে ভাবি উলিয়াব পৰা নাই মীৰা তেওঁৰ কোন জনমৰ আপোন। তেওঁ ধৰিব পৰা নাই তেওঁ মীৰাক কিয়, কি সূত্ৰে ইমান ভাল পায়। নিজ পৰিবাৰৰ বান্ধৱী দেখোন বহুতেই আছে। সকলোৰে ভিতৰত মীৰাই তেওঁক কিয় এনেদৰে আকৃষ্ট কৰিব পাৰিলে? বাই-ভনী নোহোৱা মৃগেনে ভগ্নী স্নেহৰপৰা বহুত দিন বঞ্চিত হৈ থকাৰ পাচত পালেহি এই মীৰাক

নিজ ভগ্নীৰূপে। কিন্তু কিয় জানো, মীৰা যেন ভনীয়েক-তকৈও অলপ বেচি;—আৰু যেন কিবা এটা তাইৰ গাত আছে যিটো মৃগেনে অনুভৱ কৰে কিন্তু ভালকৈ নিজেই বুজিব নোৱাৰে। তেওঁ ভাবিলে, "ভনীৰ কথাতো পেলাব পাৰি, মীৰাৰ কথা পেলাবলৈ সত নাযায় কিয়?" সেই দিনটোত তেওঁৰ নিজা ভনীয়েক এজনীয়ে ঘৰলৈ নোযোৱাকৈ তেনেদৰে আৱদ্ধ কৰি ৰাখিব পাৰিলেহেঁতেন নে? সেই দিনা পুৱাৰেপৰা মৃগেনৰ মনটো বৰ বেয়া ধৰণে ইবাৰ ফালে আকৃষ্ট হৈ থকাতো তেওঁ কিয় মীৰাৰ কথা মতে ভাত খাই যাবৰ বাবে বহি থাকিব লগীয়া হ'ল, বুজা টান। কিন্তু তেওঁ ৰ'ল।

ভাৱৰ দোমোজাত বহি থাকোঁতেই হঠাতে "কি ভাবিছে, মৃগেনদা?" বুলি হাতত চাহৰ পিয়লা এটাৰে মীৰা ওলাই আহি হাঁহি মুখে মৃগেনক প্ৰশ্ন কৰাত মৃগেনে একো উত্তৰ দিব নোৱাৰি মাথোন কলে, "এহ! চাহ কিয় আনিলা, মই এই মাত্ৰ চাহ খাই আহিছোঁ।" উত্তৰত হাঁহি মাৰিয়েই মীৰাই ক'লে, "ইয়ে ঘৰত চাহ খাই আহিছেনেকি? মই আকৌ ভাবিছিলোঁ মৃগেনদাই আজি বহুত দিন চাহ খাবলৈ পোৱা নাই, চাহ এপিয়লাকে দিওঁ। .....চাহ!....তাতে শুদা চাহ। খাবৰ ইচ্ছা নাই যদি পেলাই দিয়ক," বুলি





চকুৰ ঠাৰেৰে মৃগেনক বুজাবলৈ চেষ্টা কৰিলে যে মীৰাই দিয়া চাহ তেওঁ যেন পেলাবই নোৱাৰে। মৃগেনেও হাঁহিমুখে চাহৰ পিয়লাটো লৈ এসোহা পি ভাবিলে যে সেইদিনা পুৱা তেওঁৰ সহধৰ্ম্মিণী ইবাই কৰা চাহ পিয়লাৰ সোৱাদ সেই চাহত নাই। কিন্তু তথাপি মীৰাই দিয়া চাহকণ তেওঁ বৰ তৃপ্তিৰে খালে। মীৰাই ওচৰতে বহি নানা কথা কবলৈ ধৰিলে। মীৰাৰ কথাবিলাক মৃগেনৰ কাণত বহুতেই নোসোমাল। কিবা ভাবি গুণি মৃগেনে মীৰাৰ মুখলৈহে চাই ৰ'ল। দেখিলে মীৰাৰ মুখত সেই হাঁহিৰ বিৰিঙণি আৰু কথা কোৱাৰ ভঙ্গিমাৰ ছেৰে ছেৰে কাণত তিৰবিৰ কৰি লৰি থকা কাণৰ ফুল যোৰ। ৰান্ধনি ঘৰত বন্ধা-বঢ়া কাৰ্য্যত ব্যস্ত থকা অৱস্থাতো মীৰাৰ সাজ-পাৰ পৰিপাটি। ক'তো অকণো ছাইৰ দাগ নাই;—মূৰৰ সেওঁতাৰ ওপৰত অৱস্থিত সেন্দুৰৰ ৰং টিক্‌টিক্ কৰে জিলিকি আছে। তাৰ ওপৰত বগা ফুট ছাইৰ কণিকাই ৰন্ধা-বঢ়া কৰ্ম্ম-ব্যস্ততাৰ পৰিচয় দিব খোজা নাই। মৃগেনে ভাবিবলৈ বাধ্য হ'ল যে ছোৱালীবিলাকে ইচ্ছা কৰিলেই যেই কোনো সময়তে পৰিপাটিকৈ থাকিব পাৰে। নিজৰ অৱহেলাতহে কাপোৰ কানিৰ লাগ-বান্ধ এৰি দি উন্মাদিনীৰ ৰূপ ধৰে।

মীৰাই কথা কৈ থাকোঁতেই মাজে মাজে উঠি ৰান্ধনি

ঘৰত জুই বঢ়াবলৈ অথবা আন কোনো কাম সমাধা কৰি আহিবলৈ যায় আকৌ আহি বহেহি মৃগেনৰ ওচৰত। তেওঁৰ স্বামী সুবিমল ঘৰত নথকাৰ বাবে সেই কালছোৱা সেই ধৰণেই দুই তাল বজাই ৰাখি বন্ধা-বঢ়া আৰু অতিথি-সৎকাৰ কৰি থাকোঁতেই ডাক্তৰ ঘোষক লগত লৈ সুবিমল আহি ঘৰ সোমালেহি।

* *
*

ডাঃ ঘোষৰ সৈতে সুবিমল আহি ঘৰ সোমায়েই মীৰাৰ মুখে বতৰা পালে যে তেওঁ তেওঁৰ মৃগেনদাক ভাত খুৱাই পঠিয়াবৰ কাৰণে ৰাখি থৈছে। কথাষাৰ শুনিয়েই সুবিমলে বৰ আনন্দেৰে মাত দিলে, "বেচ্ বেচ্, ডাক্তৰ ঘোষ, আপুনিও আৰু যাব নোৱাৰে। ইয়াতেই ভাত খাই যাব! ইতিমধ্যে এটা ব্যৱসায়কে কৰা যাওক। মোৰ বন্ধু এই মৃগেনবাবুৰ সৈতে আপোনাৰ পৰিচয় আছেই। এওঁৱেই জোৰ কৰি মোক বীমা ব্যৱসায়ত নগালে আৰু মরেই এওঁক জোৰ কৰি এজেন্সী এটা দি এওঁৰ যোগেদিয়েই বহুত টকাৰ বীমা ব্যৱসায় কৰিলোঁ। কিন্তু জানেনে ডাক্তৰ ঘোষ, এওঁ আজিলৈকে নিজৰ 'ইন্‌ছিওৰ' এটাও কৰা নাই। তেওঁৰ মতে বোলে 'ইনছিওৰ' তেওঁৰ বাবে নহয়। যাৰ অভাৱ





অনাটন বেচি তেওঁবিলাকেহে বোলে 'ইন্‌ছিওৰ' কৰিব লাগে। ইফালে আকৌ তেওঁ নিজেই কেইবাজনো ধনী মানুহৰ 'ইন্‌ছিওৰ' কৰাই দিয়াৰ কথা আপুনি জানেই। চাওকচোন বাৰু ডাক্তৰ ঘোষ, ইনো এটা যুক্তিনে? বাধা দি মৃগেনে ক'লে, "নহয়, মই সেই যুক্তিত 'ইন্‌ছিওৰ' নকৰা নহয়। মোৰ দেউতাই 'ইন্‌ছিওৰ' কৰা নাছিল—মইনো কিয় কৰিব লাগে? আপোনাসকলৰ আশীৰ্ব্বাদত মোৰ অভাৱো বিশেষ নাই। মাত্ৰ দুই প্ৰাণী—চলি যাব ভালে বেয়াই।" কথাষাৰ শুনি ডাঙৰ হাঁহি এটা মাৰি সুবিমলে ক'লে, "অ' দুটি প্ৰাণী বুলি আক্ষেপ কৰি 'ইনছিওৰ' কৰা নাই। তাকে নকয় কিয়? বাৰু বাৰু, আমি আশীৰ্ব্বাদ দিছোঁ, মনোবাঞ্ছা পূৰ্ণ হ'ব। আহক এতিয়া," বুলি কাগজপত্ৰ খপ্ জপ্ কৰি উলিয়াবলৈ ধৰোঁতেই ডাক্তৰ ঘোষেও মাত দিলে, "ভাবি চাওক মৃগেনবাবু, আপুনি বিবাহিত। মানুহৰ জীৱনৰ কোনো ঠা-ঠিকনা নাই। ঈশ্বৰে নকৰক, আপোনাৰ যদি হঠাতে কিবা এটা হয় আপোনাৰ পত্নীয়ে একে লগে কুৰি-পঁচিশ হেজাৰ টকা পালে .....।"

"......তাৰ বাবে মোৰ সংস্থান আছে, ভাবিব নালাগে।"

"সংস্থান যি আছে তাৰ ওপৰত আৰু পঁচিশ হেজাৰ টকাৰ সংখ্যা এটা যোগ দিলে, অৰ্থাৎ আপোনাৰ অবিহনে আপুনি কৰি যোৱা সংস্থানতকৈ আপোনাৰ স্নেহৰ পত্নীয়ে আৰু পঁচিশ হেজাৰ টকা বেচি পালে আপুনি বেয়া পাবনেকি ?"

"......মই মৰিলে মোৰ পো বজাই হয়নে খৰিভাৰীয়েই হয় মই চাবলৈ নাহোঁ। ভাই সুবিমল, কাগজ পত্ৰ সামৰা। তাৰ পৰিবৰ্ত্তে বাৰু এই সপ্তাহৰ ভিতৰতে পঁচিশ কেলৈ পঞ্চাশ হেজাৰ টকাৰ 'কেছ' মই তোমাক দিম। এতিয়া গল্প কৰোঁ আহাঁ।"

ঠিক এই সময়তে মীৰাও আহি সুবিমলৰ ফালে যোগ দি মাত দিলে ;—

"......বুজিছে মৃগেনদা। ইৰাদিয়েই মোক আপোনা সকলৰ ফকৰা এটা তাহানি পঢ়ি থকা অৱস্থাত শিকাইছিল। আজিহে প্ৰয়োগ কৰিবলৈ সুবিধা পাইছোঁ। কি বোলে 'দূৰৈৰ বৌ-বৰালি, ওচৰৰ পুঠী খলিহনা'। আমাক দূৰৈৰ বৌ-বৰালি নালাগে বাৰু ; পুঠী খলিহনাই হ'ব।"

অৰ্থ নুবুজাকৈয়ে ডাঃ ঘোষে হাঁহি এটা মাৰি পুনৰ মৃগেনক 'ইন্‌ছিওৰ' এটাৰ কাৰণে জোৰ কৰিলে। মীৰাই হাতত তুলি দিয়া 'প্ৰ' পজেল ফৰ্ম' খনত বাধ্য হৈ মৃগেনে





চহী কৰিলে। ডাক্তৰ ঘোষেও 'মেডিকেল ফৰ্ম' খনৰ আৱশ্যকীয় ঘৰ কেইটা পূৰাবৰ কাৰণে মন দিলে। পঁচিশ হেজাৰ টকাৰ 'কেছ' এটা ঘৰতে বহি বহিয়েই পোৱাত সুবিমলো সুখী হ'ল। সেই 'কেছ' যদিও মৃগেনৰ নিজা এজেন্সীৰ যোগেদি চালান দিলে তথাপি সুবিমলৰ বছেৰেকীয়া 'ক'টা' পূৰা কৰিবৰ কাৰণে এটা ডাঙৰ সুবিধা হ'ল। বং মনেৰে ভিতৰলৈ সোমাই যাওঁতে নাটকীয় ভঙ্গিমাৰে মীৰায়ো বুজাই দি গ'ল যে তেওঁৰ মৃগেনদাক তেওঁহে বলে পাৰে। সকলোৱে বুজিলে যে মীৰাই মধ্যস্থতা নকৰাহ'লে ইমান সহজতে হয়তো কামটো সমাধা নহ'লহেতেন। মৃগেনক 'কেনভাছ' কৰি কৰি সুবিমল সঁচাকৈয়ে ভাগৰি পৰিছিল। যি কাৰণেই হওক লাগিলে, সুবিমলৰ চেষ্টা আৰু অধ্যৱসায় অথলে নগ'ল।

সুবিমল, মৃগেন আৰু ডাক্তৰ ঘোষ, এই তিনিজন গৈ সুবিমলৰ ভিতৰ-কোঠাত ভাত খাবলৈ বহিলগৈ। মীৰা দেবীয়ে আগ পাচ ধৰাত ব্যস্ত। কাঁহীৰ দাঁতিত আৰু আশে-পাশে সৰু সৰু বাটি বিলাক সজাই দি হাতখন ধুই মীৰাই হাতত বিচনিখন লৈ মৃগেনক উদ্দেশি কেইছাটিমান বা-দি মাত দিলে, "মৃগেনদা, ইৰাদিয়ে যে টেঙা আঞ্জাখন ৰান্ধে মই বহুত চেষ্টা কৰিও বান্ধিব নোৱাৰিলোঁ। তাহানি

স্কুলত পঢ়ি থকা অৱস্থাতো দুই চাৰিজন অসমীয়া মানুহৰ ঘৰত টেঙা আঞ্জা খাই আমাৰ দেশত বান্ধিবলৈ কত চেষ্টা কৰিলোঁ, কিন্তু ইবাদিৰ নিচিনাকে এদিনো বান্ধিব নোৱাৰিলোঁ। কিবা সাদ সোৱাদ নোহোৱা হয় দেখোন। আজি বা কেনে হৈছে?”

“.....তোমালোকৰ বন্ধা বঢ়া মই বৰ ভাল পাওঁ। আমাৰ অসমীয়াৰ ঘৰত কেৱল মাত্ৰ এটা গতানুগতিক বন্ধা-বঢ়া।”

বাধা দি মীৰাই কলে, “কেলৈ হ’ব, ইবাদিয়ে কেনে সুন্দৰ ধৰণৰ বন্ধা-বঢ়া কৰে। সদাই অমৃত খাই খাই আপোনাক আমুৱাইছে হ’বলা.. .”

কথাবাৰ্ত্তাৰ মাজেদিয়েই মীৰাই মৃগেনক ইটো সিটো খাবলৈ জোৰ কৰিছে। বন্ধা কেনে হৈছে তাৰ সন্ধান লৈছে। ভাল হৈছে বুলিলেও ঠাট্টা কৰিছে বুলি মুখ টিপি, বাউসী উচাতন কৰি ভঙ্গিমা দেখুৱায়; বেয়া হৈছে বুলিলেও, “আপোনাসকল ডাঙৰ মানুহৰ মুখত জুতি লগাই খুৱাবলৈ আমাৰ শক্তিয়েই বা কি? আজি কিজানি আধা পেটীয়েই হ’ল,” বুলি কৃত্রিমভাবে দুখ প্ৰকাশ কৰা চাই চাই মৃগেনে ভাবিলে যে সেই নিশা মীৰাহঁতে নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ যাওঁতেবা ইবাই কেনে ব্যৱহাৰ কৰে। “যদিহে





ইবাই পূৰ্ব্বৰ দৰে গহীন ভাব দেখুৱায়, মীৰাহঁতে ভাবিব কি?”

সুবিমল আৰু ঘোষে সিফালে ওচৰা উচৰিকৈ বহি বীমা সম্বন্ধীয় কথা-বাৰ্ত্তাত লিপ্ত। কোন দিনা কাৰ ডাক্তৰী পৰীক্ষা আছে তাৰ হিচাপ কৰাতেই ডাক্তৰ ঘোষ ব্যস্ত। মাজে সময়ে মীৰাই কি লাগে, কি দিব আদি প্ৰশ্নেৰে ব্যাঘাত নজন্মোৱা হ’লে তেওঁবিলাকে কিজানি মৃগেনৰ উপস্থিতি পাহৰিয়েই গ’লহেঁতেন। কথা প্ৰসঙ্গতেই মীৰাই মাত দি সুবিমলক কলে, “অ’ অলপ ভোক ৰাখি খাব। আজি নিশা ইবাদিয়ে ভাত খাবলৈ নিমন্ত্ৰণ কৰিছে।”

প্ৰায় লগে লগেই মৃগেনে ক’লে, ‘‘ডাক্তৰ ঘোষ, যদি বেয়া নাপায় আজি ৰাতি আমাৰ তাতেই ভাত মুঠি ধৰিবলৈ আপোনাকো অনুৰোধ কৰিলোঁ। আপোনাৰ ঘৰলৈ গৈহে নিমন্ত্ৰণ কৰিব লাগিছিল অৱশ্যে।” ডাক্তৰে ক’লে ‘বঙালী মানুহক নিমন্ত্ৰণ কৰিলে কেতিয়াও বেয়া নাপায়। মাতিবই নালাগে,......মানুহৰ মুখে শুনিলেই যথেষ্ট। কিন্তু খাবলৈ নিমন্ত্ৰণ কৰি যদি কোনোৱাই বজাৰৰপৰা ‘মাছ’ক নিমন্ত্ৰণ নকৰে, তেতিয়াহে বঙালী মানুহে বেয়া পায়, কষ্ট পায় আৰু বহুত কিবা কিবি পায়’, বুলি ডাঙৰকৈ হাঁহি এটা

মাৰিলে। সুবিমলেও ডাক্তৰৰ কথাতেই যোগ দি ক'লে, "কেৱল মাছক নিমন্ত্ৰণ কৰিলেই নহয়। সেই নিমন্ত্ৰিত মাছ বিলাকে বাটিত ওপচখাই থাকিব লাগিব" বুলি আকৌ হাঁহিৰ ৰোল তুলিলে। তেওঁবিলাকৰ বক্তব্য শুনি মৃগেনে ভাবিলে যে বজাৰৰপৰা পঠোৱা মাছ কিজানি কম হ'ব। "ইহঁতৰ মাছৰ বাবে যি খক দেখিছোঁ, ঘূৰি যাওঁতে আৰু অলপ কিনি লৈ নগলে বিপদ হ'ব যেন লাগিছে।"

কথা-বাৰ্ত্তা হাঁহি খিকিন্দালিৰ মাজেদিয়ে ভাত খোৱা হৈছে কি নহৈছে, এনেতে মীৰাই ইবালৈ বুলি চিঠি দি পঠোৱা লগুৱাটো উধাতু খাই ল'ৰি আহি যি বতৰা দিলেহি, সেয়ে ক্ষন্তেকৰ কাৰণে সকলোকে হতভম্ব কৰি তুলিলে। কথা শুনিয়েই মৃগেনে ভাত পানী তাতে এৰি নিজৰ ঘৰলৈ বুলি লৰ ধৰিলে। যি হবৰতো হৈয়েই গ'ল ;—বঢ়া ভাতগাল খাই বৈ এদনীয়া হৈ যোৱাটোৱেই ভাল বুলি কৰা ডাঃ ঘোষৰ প্ৰস্তাবটো কিন্তু মীৰাই প্ৰকাৰান্তৰে সমৰ্থন নকৰি আখলৰ জ্বলি থকা জুইকুৰাতে পানী এঘটি ঢালি দি যেনে আছিল তেনে অৱস্থাৰেই মৃগেনৰ পাচ ল'লে। বাধ্য হৈ ডাক্তৰ ঘোষেও সুবিমলৰ সৈতে মৃগেনৰ ঘৰলৈ বুলি খোজ চলালে।





ইৰা আৰু মীৰা। এই নাম দুটা শুনিলে দুজনী তাল-যুৰীয়া বাই-ভনীয়েকেই যেন অনুমান হয়। ঠিক যেন ইৰাৰ জন্মৰ বছেৰেকৰ আঁনজ লৈয়ে আৰু এটী ছোৱালী জন্ম হোৱাত দেউতাকে ক'লে, "লৰা এটি হ'ব বুলিয়েই ভাবিছিলোঁ। কিনো নাম বিচাৰিব লাগিছে,—ইৰাৰ ভনীয়েকৰ নাম মীৰাকেই থোৱাঁ।" কিন্তু দৰাচলতে ইৰা আৰু মীৰা দুজনী সহপাঠিনীহে, বাই-ভনী যে নহয়েই একে দেশৰো নহয়।

ইৰাৰ দেউতাক আছিল বিখ্যাত দুৱৰা বংশৰ হৰিহৰ দুৱৰা। উজনিৰ চাহ বাগিচাত দীৰ্ঘকাল চাকৰি কৰি দুয়ো হাতে ধন উপাৰ্জনৰ সুবিধা পাই তেওঁৰ একমাত্ৰ জীয়াৰী ইৰাক পঢ়িবৰ কাৰণে গুৱাহাটীৰ ছাত্ৰীবাৰী হষ্টেলত সৰুতেই থৈ আহিছিল। তাৰপৰাই ইৰাই দীঘলকৈ কেইবাটাও বছৰ স্কুলত পঢ়ি, মেট্ৰিক পাচ কৰি কটন কলেজত নাম লিখে। সৰুৰেপৰা ইৰা বৰ ধীৰ প্ৰকৃতিৰ ছোৱালী আছিল। স্কুল কলেজত তাইৰ কোনো চাঞ্চল্যাই প্ৰকাশ পোৱা নাছিল। পঢ়া শুনা কৰাৰ উপৰিও কলেজৰ সকলো উৎসৱতে যোগ দিয়া ইৰাক কলেজৰ বহুত লৰাই আৰু বহুত অধ্যাপকে ভালদৰেই চিনি পাইছিল। কিন্তু কোনো লৰায়েই তাইৰ আসৈ

নাপাইছিল। মুঠৰ ওপৰত ইৰাৰ কথা-বাৰ্ত্তা, চাল-চলন আদিয়ে তাইক আদৰ্শ ছাত্ৰী বুলি ঘোষণা কৰিবলৈ অধ্যক্ষ অধ্যাপক সকলক বহুত আলম যোগাইছিল।

তৃতীয় বাৰ্ষিক শ্ৰেণীত পঢ়ি থকা অৱস্থাতেই যেতিয়া দেউতাকে ইৰাৰ বিয়া ঠিক কৰি সেইবাৰ পূজাৰ বন্ধত ঘৰলৈ আহোঁতে আৰু কলেজলৈ ঘূৰাই নপঠালে, তেতিয়া গোটেই কলেজখনতে এক বিষাদৰ ছায়া আহি পৰিছিল। কলেজৰ অধ্যাপক অধ্যক্ষ সকলে ইৰাৰ দেউতাকৰ এই ব্যৱস্থা ভাল নাপাই প্ৰকাৰান্তৰে আপত্তিসূচক চিঠিৰে জনাইছিল যে অন্ততঃ যাতে বি,এ পৰ্য্যন্ত তাইক পঢ়ুৱা হয়। কাৰণ ইৰাই পৰীক্ষাত যে নাম কৰি পাচ কৰিব সেইটো তেখেতসকলে বৰ আশা কৰিছিল। প্ৰিয় ছাত্ৰ-ছাত্ৰীক কোনেও এৰি দিব নোখোজে। সকলো আপত্তিৰ উত্তৰত ইৰাৰ দেউতাকে লিখি জনালে যে গৃহস্থী ধৰ্ম্মতকৈ পঢ়া ডাঙৰ হ'ব নোৱাৰে। আৰু বৰ্ত্তমানৰ অৰ্থকৰী শিক্ষাই আমাৰ ছোৱালীক কেৱল মাত্ৰ পঢ়ি থকা অৱস্থাত ব্যস্ত ৰখাৰ বাহিৰে অন্য একো শিক্ষাকেই দিব নোৱাৰে বুলি মন্তব্য কৰি আৰু লিখিলে বোলে সেই বাবেইহে হেনো তেওঁ ইৰাৰ বিয়াৰ আয়োজন কৰিছে। শুভ কাৰ্য্যত প্ৰতিবন্ধক নজন্মাই যাতে তেখেত সকলে





ছোৱালীজনীক আশীৰ্ব্বাদ দিয়ে তাকেহে হেনো বাঞ্ছা কৰে। দেউতাকৰ যুক্তিপূৰ্ণ উত্তৰত আৰু তেখেত সকলে আপত্তি তুলিবৰ বাট নৰল। বিয়াৰ দিনা কিন্তু কলেজৰপৰা বহুত অধ্যাপকৰ আশীৰ্ব্বাদসূচক চিঠি আৰু টেলিগ্ৰাফ গৈ ইৰাৰ হাতত পৰিছিল।

ইৰাৰ বিয়া পতাৰ বিষয়ে তাই বেচেৰী একো গমকে নাপালে। পূজাৰ পাচত কলেজলৈ যাব নালাগে বোলাতো "কিয় ?" বুলি তাই প্ৰশ্ন নুতুলিলে। বিয়াৰ এমাহ মানৰ আগতে বিয়াৰ যা-যোগাৰ হোৱা দেখিহে বুজিব পাৰিলে যে তাই জীৱনত আৰু এখোজ আগুৱাই যাবলৈ ওলাইছে। চেনেহৰ দেউতাক আৰু আয়েকক এৰি গৈ অচিনা ঘৰত বোৱাৰী খাটিব লাগিব, এই ভাবটোৱে ইৰাৰ অন্তৰখন বৰকৈ দহিছিল। শিক্ষিতা ছোৱালীয়ে নিজৰ কৰ্ত্তব্য বুজে বাবেই মুখ খুলি একোকে নকলে। কিন্তু অকলে অকলে নিৰলাত চকু পানী যে টুকি ফুৰিছিল তাৰ প্ৰমাণ ওলাইছিল নিজৰ চেহেৰাখনতেই। মৃগেনৰ বিষয়ে জানিবৰো তেওঁৰ কৌতূহল হৈছিল। কিন্তু স্বাভাবিক লজ্জা-শীলতাৰ বাবেই তাৰ ওৰ লব নোৱাৰিলে। সপোনৰ দৰে এদিনাখন হোমৰ গুৰিত বহিলেগৈ মৃগেনৰ বাওঁ কাষে।

আৰু মীৰা ? মীৰা হৈছে বঙালী স্কুলৰ শিক্ষক নিবাৰণ বাবুৰ দ্বিতীয়া জীয়াৰী। বয়সত ইৰাতকৈ দুই এবছৰৰ সৰু। দেখাই শুনাই ইৰাতকৈ কিছু পাচত। দেহাৰ বৰণ সাধাৰণ বঙালী ছোৱালীৰ ৰঙতকৈ উজ্জ্বল নহলেও স্নু-প্ৰসাধনৰ কৃপাত দেহৰ প্ৰকৃত ৰংটো কোনেও ধৰিব নোৱাৰিছিল। গ্ৰীষ্ম কালৰ প্ৰখৰ ৰ'দৰ উত্তাপে অন্যায় কৈ মুখমণ্ডল আৰু সমগ্ৰ শৰীৰতে কৰা প্ৰলেপবোৰ মাজে মাজে ঘামৰ লগত উটুৱাই নিনিয়া হ'লে বহুতেই মীৰাৰ দেহাৰ বৰণ সাধাৰণ বঙালী ছোৱালীৰ বৰণতকৈ ওপৰত থ'লেহেতেন। কথাবাৰ্ত্তা আদিয়ে মানুহক আমোদ দান কৰে; ব্যৱহাৰ সুন্দৰ আৰু তাতোকৈ সুন্দৰ হৈছে মীৰাৰ ওঁঠত সচৰাচৰতে বিৰিঙি থকা হাঁহিৰ আভাসটো। পানবজাৰৰ স্কুলত পঢ়িয়েই মীৰাই অসমীয়া মাত কথা ভালকৈ শিকি ললে। কথা কওঁতে বুজিবলৈকে টান যে তাই অসমীয়া নহয়, বঙালীহে।

স্কুলত পঢ়া কালত মীৰা ইৰাতকৈ এক শ্ৰেণীৰ তলত আছিল। ইৰাৰ দেউতাকৰ অসুখৰ বাবে এটা বছৰ পঢ়া ক্ষতি হোৱাত সপ্তমমান শ্ৰেণীতেহে মীৰাই ইৰাৰ লগ ধৰিলে আৰু তাৰ পাচৰপৰাই দুয়ো পৰীক্ষাত প্ৰথম দ্বিতীয় স্থান অধিকাৰ কৰাৰ সূত্ৰেই দুয়ো দুয়োৰো ওচৰ চাপি যাবলৈ





সুবিধা পালে। তাৰ পূৰ্ব্বে অৱশ্যে মীৰাই ইৰাক চিনি পাইছিল আৰু ওপৰ শ্ৰেণীত পঢ়াৰ কাৰণেই বোধকৰো 'দিদি' বুলি মাতিছিল। সপ্তমমান শ্ৰেণীতে একে লগ হৈয়ো মীৰাই পূৰ্ব্বৰ সম্বন্ধ এৰি নিদি ইৰাক দিদি বুলিয়েই জ্ঞান কৰি 'ইৰাদি' বুলি মাতিবলৈ ধৰিলে। সেই সম্বন্ধ বহুকাল চলি গ'ল।

দুয়ো একে লগে মেট্ৰিক পাচ কৰি কলেজতো তিনি বছৰ কাল একেলগে পঢ়াত দুয়োৰে মাজত এক আপোন ভাৱে ঠাই লৈছিল। বন্ধত চিঠি-পত্ৰৰ দ্বাৰা আদান-প্ৰদান, জন্মদিনত উপহাৰাদি ইটীয়ে সিটীক দিয়া দিয়ি কৰা কাৰ্য্য ভালেমান দিনৰেপৰা দুয়োৰে মাজত এটা অভ্যাস হৈ পৰিছিল। কিন্তু বিয়াৰ পাচৰপৰাই আদান-প্ৰদান ক্ৰমে পাতলি আহি শেষত কোন, ক'ত আছে তাৰো ভূ নোপোৱা হোৱাত চিঠি লিখা অভ্যাসটো প্ৰায় নোহোৱাই হৈ পৰিল।

অপুত্ৰক অৱস্থাহীন নিবাৰণ মাষ্টৰৰ সাত জনীকৈ ছোৱালী। প্ৰকাশ আছে যে প্ৰত্যেক জনী ভূমিস্থ হওঁতে নিবাৰণ মাষ্টৰ উচাপ খাই খাই উঠিছিল। প্ৰথম দুজনী জীয়াৰীৰ নাম যথাক্ৰমে শোভা আৰু মীৰা ৰাখি ছোৱালীৰ মুখ দেখি দেখি ক্ৰমান্বয়ে অতিষ্ঠ হৈ পাচৰ ছোৱালীবোৰৰ নামবিলাকো থবলৈ ধৰিলে এটা বিতৃষ্ণাযুক্ত মনোভাৱেৰে।

'ও-মা' 'এ-কী' 'আৰ-না' 'ছিঃ ছিঃ' 'ঘেন্না' আদি নামেৰেই শেষৰ ছোৱালী কেইজনীৰ নামাকৰণ কৰিছিল। বহুতে ইয়াকো কয় যে 'ঘেন্না' জন্ম হোৱাৰ বাতৰিটো যেতিয়া হোঁকা হুপি ৰ'দ কাঁচিয়লিত বহি থকা নিবাৰণ মাষ্টৰৰ কাণত প্ৰৱেশ কৰিছিল তেতিয়া তেওঁৰ হাতৰপৰা বোলে হোঁকা চিলিমযোৰ থলৰকৈ সৰি পৰিছিল। হোঁকা সৰি পৰাৰ কথাও। তেওঁৰ নিজৰো আছিল ছজনীকৈ বাই-ভনী। সেই ছজনীক বিয়া দিওঁতেই নিবাৰণ মাষ্টৰৰ পিতাকৰ কি বিলাই বিপত্তি হৈছিল তাক নিবাৰণ মাষ্টৰে পাহৰিব পৰা নাই। নিজে জানিবা বি.এ. টোকে পাচ কৰি থোৱাৰ বাবে বিয়াৰ সময়ত অলপ মোটা ধৰণৰ অঙ্ক এটাকেই পণ কৰি বহি পিতাকৰ পাঁচ বিয়োগৰ ঠাইত তিনি যোগ কৰি থ'ব পাৰিলে।

ছোৱালী বিয়া দিয়াৰ বিভীষিকাই নিবাৰণ মাষ্টৰক বৰ বেয়াকৈ খেদিছিল। প্ৰকৃততে মীৰাৰ বায়েকক বিয়া দিওঁতেই ৰাক্ষসী পণ প্ৰথাৰ গৰাহত পৰি নিবাৰণ মাষ্টৰ সৰ্ব্বস্বান্ত হ'ল। কিন্তু উপাই নাই। ছোৱালীক কলেজীয়া শিক্ষা দিব পাৰিলে অলপ ৰেহাই পোৱা যাব বুলিয়েই মীৰাক যে কোনোমতে কলেজত পঢ়াইছিল, তাক মীৰাই নজনা নহয়। তাইৰ বিয়াৰ কথাকে লৈ বুঢ়া নিবাৰণ





মাষ্টৰৰ যে চকুত টোপনি নাই, তাকো তাই বৰ ভালকৈয়ে বুজিছিল। বেচেৰী মীৰাই এই বিলাক দেখি শুনি নিজৰ জীৱনৰ ওপৰতে ধিক্কাৰ দিছিল। তাতে যেতিয়া অকস্মাতে বতৰা পালে যে বান্ধৱী ইৰাৰ বিয়াৰ আয়োজন হোৱাৰ বাবে পূজাৰ পাচত আৰু কলেজলৈ নাহে, তাই আৰু মনৰ শান্তি সঁচাকৈয়ে হেৰুৱালে। ইফালে শুনিলে ইৰাৰ স্বামী মৃগেনৰ ঘৰুৱা অৱস্থাৰ কথা। ধনী পিতাকৰ একেটি সন্তান, তাতে বিদ্বান আৰু সকলোৰে ওপৰত কোনো পণ নাই। "ইয়াতকৈ সুখৰ কথা কিবা আছেনে? নোলাবনে কোনো অসমীয়া ডেকা এজন মোক বিয়া কৰাবলৈ?" মীৰাই ভাবে।

পূজাৰ বন্ধৰ পাচৰপৰাই মীৰা ইৰা আঁতৰ হ'ল যদিও দুয়োৰে মাজত চিঠি-পত্ৰ বহুত দিন ধৰি চলিল। সেই চিঠিবোৰৰ মূলকথা আছিল তেওঁবিলাকৰ বিয়া। বেচেৰী মীৰাই বেজাৰ কৰি বহুত কথাকে লিখিছিল।

"তোমাৰ বিয়া, অথচ তুমি গম নোপোৱা। মোৰ বিয়াৰ নাম গোন্ধ নাই, কিন্তু বজাৰৰ গেলা মাছ চোৱাদি কত জনে আহি মোক চাই গ'লহি তাৰ সীমা সংখ্যা নাই।" ইত্যাদি কত মন্তব্যই কৰি গ'ল মীৰাই তাইৰ বান্ধৱীলৈ দিয়া চিঠি বিলাকত।

উকীলৰ লৰা হিমাংশুৰ লগত মীৰাৰ বিয়াৰ কথা চলিবৰ দিনাই মীৰাই সকলো বিবৰি ইৰালৈ লিখি জনালে। ইৰায়ো তৎক্ষণাত আনন্দ প্ৰকাশি উত্তৰ দি হিমাংশুৰ বিষয়ে বহুত কিবা কিবি সুধি পঠিয়ালে। সেই কেইমাহ দুয়োৰে মাজত চলা চিঠি পত্ৰত কেৱল মাত্ৰ হিমাংশুৰ কথাইহে প্ৰাধান্য লাভ কৰিছিল। ল'ৰা বন্ধত মেডিকেল কলেজৰপৰা আহি মীৰাক চাবলৈ যোৱাত মাক-বাপেক, বায়েক ভনীয়েকে মীৰাক ফুলদানী এটাৰ নিচিনাকৈ সজাই পৰাই হিমাংশুৰ ওচৰত ঠিয় কৰি দিলে। প্ৰসাধনৰ ছায়াবাজীত হিমাংশু ভোল নগল,—বৰঞ্চ তাইক চাবোনেৰে মুখখন ধুই আহিবলৈ কোৱাত গোটেই ঘৰ খনতে বিষাদৰ কালিমা পৰিল। তেওঁৰ অসত ব্যৱহাৰত দুঃখ প্ৰকাশ কৰাত হিমাংশুৱে অন্য উপায় অৱলম্বন কৰিব লগীয়া হ'ল আৰু ক'লে যে ছোৱালীৰ লগত আঠাইশ তোলা সোণ আৰু নগদ পাঁচ হেজাৰ টকা দিব লাগিব। কেৱল সেয়ে নহয়; সোণৰ হাত-ঘড়ী আৰু পঞ্জাবীৰ কাৰণে সোণৰ বুটামৰ উপৰিও দাবী জনালে বিয়াৰ যাৱতীয় খৰচ আৰু যৌতুকত দিয়া সোণ বিলাক পৰীক্ষা কৰি চাবৰ বাবে কলিকতাৰপৰা যি সোণাৰি আহিব,—তাৰো খৰচ নিবাৰণ মাষ্টৰে বহন কৰিব লাগিব। পণ শুনিয়েই নিবাৰণ





মাষ্টৰৰ তালু গৰম হৈ পৰিল। কত ধৰাতো হিমাংশুৰ মন নটলিল। হিমাংশুৰ বাপেকেও ল'ৰাৰ পণৰ এক কপৰ্দ্দকো লৰচৰ নকৰিলে আৰু মীৰাৰে সমন্ধ তৎক্ষণাতে ভাঙি দি অন্য ঠাইত সমন্ধ কৰি ল'লে। হওঁ হওঁকৈ থকা বিয়া খন একমাত্ৰ পণৰ বাবেই অকস্মাতে ভাগি যোৱাত নিবাৰণ মাষ্টৰৰ মস্তিস্কৰ বিকাৰ হ'ল আৰু তেতিয়াৰেপৰা "আঠাইশ ভৰি সোণা, নগদ পাঁচ হাজাৰ টাকা", "আঠাইশ ভৰি সোণা নগদ পাঁচ হাজাৰ টাকা" বুলি প্ৰলাপ বকি বকি বহি থকা কিজানি আজিও তেওঁক দেখা পোৱা যাব তেজপুৰৰ পগলা ফাটেকত। সেই সময়তে মীৰায়ো পঢ়া সাং কৰিব লগীয়া হ'ল। গোটেই ঘৰখনতে বিশৃঙ্খলে দেখা দিলৈ। ইৰাৰপৰা পোৱা দুই তিনি খন চিঠিৰ উত্তৰ নিদিয়াত ইৰায়ো খবৰ বাতৰি লবলৈ এৰি দিলে। সেই তেতিয়াৰেপৰা যোগাযোগ প্ৰায় বন্ধ হৈ গ'ল দুয়োৰে মাজত। মৃগেনৰ ঘৰৰ ঘৈণী হৈ ইৰাই ইফালে ঘৰ সংসাৰ চলোৱা কাৰ্য্যত লাগি গ'ল।

দদায়েকৰ আপ্ৰাণ চেষ্টাত বছৰটো পাৰ হওঁতে নহওঁতেই মীৰাৰ বিয়াৰ যোগাৰ হ'ল পুৰ্ব্ব বঙ্গৰ কোনো এখন গাৱঁৰ এক সম্ভ্ৰান্ত বংশৰ মধ্যবিত্ত পৰিয়ালৰ ডেকা এজনৰ লগত। নাম সুবিমল। মৰাপাট ব্যৱসায়ৰ দালালী কৰি জীৱিকা

নির্ব্বাহ কৰা সুবিমলক তিনি তোলা সোণ আৰু নগদ তিনি শ টকাৰেই যোগাৰ কৰা হ'ল। দদায়েকে মীৰাক লৈ গৈ দেশত বিয়া দি আহিলে। সুবিমলৰ ব্যক্তিত্ব আৰু চৰিত্ৰৰ বিষয়ে ভু লোৱাৰ প্ৰয়োজন বোধ নকৰিলে যদিও বাজহি ততহি মাৰি চলিব পৰা থুলমুল ঘৰখনত সোমাই মীৰাই ধন্য মানিবলৈ বাধ্য হৈছিল। মীৰাৰ দেউতাকৰ হেৰোৱা মস্তিষ্ক কিন্তু ঘূৰি নাহিল

১৯৪১ চন। সেই ৰাক্ষসী মহাসমৰৰ কাল। সেই কাল ছোৱাত গোৰা চিপাহীৰ আবির্ভাব, আকাশী ৰথৰ হেন্দোলনি, জাপানী সৈন্যৰ আগমনৰ আশঙ্কা আৰু বিভীষিকাতকৈয়ো সমাজ খনক ব্যাকুল কৰি তুলিছিল হেজাৰে বিজাৰে উৰা বাতৰিয়ে। উৰাবাতৰিৰ প্ৰকোপত মানুহৰ চিন্তাশক্তি আৰু মনৰ কোমলতা মধুৰতা লোপ পালে বা পাবলৈ বাধ্য হ'ল। সমাজৰ মাজত খেলিমেলি লাগি পৰিল। আশঙ্কা, উদ্বিগ্নতাই মন প্ৰাণ অধিকাৰ কৰিলে। সেইটি কালতে প্ৰকাৰান্তৰে অসম্ভৱ কথাতো মানুহ পতিয়ন গৈছিল ;— আৰু প্ৰত্যেকটি উৰা বাতৰিকেই মানুহে অতি বিশ্বাসযোগ্য মহলৰপৰা শুনা বুলি প্ৰচাৰ কৰি আমোদ লভিছিলেই নে গৌৰৱ বোধ কৰিছিল কোৱা টান। মুঠৰ ওপৰত উৰা বাতৰি প্ৰচাৰকাৰী সকলক শাস্তি দিয়া হ'ব বুলি





যিমানেই চৰকাৰী মহলত কঠোৰ আইন প্ৰণয়ন নকৰিছিল, উৰা বাতৰিৰ উপশম নঘটিল। শিক্ষিত-অশিক্ষিত, মুনিহ-তিৰোতা, লৰা-লুৰি, লগুৱা-লিক্‌চৌ, ৰান্ধনি-বাঢ়নি আদি সকলো বিলাকেই দিনৌ এটা নহয় এটা তেনে ধৰণৰ বতৰা কঢ়িয়াই আনিছিল। কোনোবা এদিনাখন বতৰা ওলালে যে ৰুচ দেশৰ সৈন্যবাহিনীয়ে চকুৰ চেলাউৰিত বৰফৰ কণিকা লৈ টেঙাখাটেদি ডিব্ৰুগড় অভিমুখে পাও সঞ্চালন কৰিছে ;—কোনো দিনাখন আকৌ বতৰা ওলালে যে জাপানী আৰু জাৰ্মেনী সৈন্যই ব্ৰহ্মপুত্ৰইদি উজাই আহি পলাশবাৰীৰ ওচৰতে বাহৰ পাতি আছেহি। সেই খেলিমেলি মনোভাবৰ সময়ত প্ৰত্যেকেই এনে একোজন মানুহ লগ পাইছিল যাৰ ভনীয়েকৰ গিৰিয়েকৰ ভতিজাকৰ শাহুৱেকে ৰেঙ্গুনত নিজ চকুৰে হেজাৰ হেজাৰ তেনে ঘটনা দেখি আহিছিল। মুঠৰ ওপৰত শিক্ষা-দীক্ষা, আধুনিকতাৰ গৌৰৱ মানুহে যিমানেই নকৰক, বিপদ কালত উৰাবাতৰি প্ৰচাৰ কৰা লোকৰ সংখ্যা লেখি উলিয়াব নোৱাৰি।

সেই উৰা বাতৰিয়ে যুদ্ধৰ কালত সমাজৰ মাজত আনি দিলে এক বিশৃঙ্খলতা। সকলোৰে মনৰ স্থিৰতা হেৰুৱালে। অসমত চিৰকাল বসবাস কৰি থকা, ইয়াৰ জলবায়ুৰে

পৰিপুষ্ট হোৱা সকলো অপ্ৰদেশী লোক অসম ত্যাগ কৰি স্ব-স্ব স্থানলৈ গতি কৰিলে প্ৰাণৰ ভয়ত। ব্ৰহ্মদেশ শত্ৰুৰ হাতত পৰাৰ লগে লগে অসমত আৰু বিদেশী প্ৰায় নোহোৱা হৈ পৰিল। সকলো বিলাকেই নিজ নিজ পৰিয়ালবৰ্গৰ সৈতে নিজ নিজ তথাকথিত দেশলৈ গতি কৰিলে। চিৰকাল অসমতে পুৰুষানুক্ৰমে বাস কৰা, অসমতে জনম লৈ অসমতে ডাঙৰ দীঘল হোৱা সকলেও সেই বিপদৰ সময়ত হঠাতে বুজিব পাৰিলে যে তেওঁলোক বিদেশী—অসম তেওঁবিলাকৰ প্ৰবাস।

সেই সময়তে নিবাৰণ মাষ্টৰৰ পৰিয়ালো অসমৰপৰা অন্তৰ্দ্ধান হ'ল। তেতিয়াৰেপৰা তেওঁলোকক আৰু দেখা পোৱা নগ'ল। কলৈ গৈ ক'ত আছেগৈ তাৰ বুজ় ল'বলো প্ৰয়োজন হোৱা নাছিল। মানুহে ইয়াকে মাথোন কয় যে তেওঁবিলাক দেশলৈ গল।

বিলায় বিপত্তিৰো এদিনাখন ওৰ পৰিল। দেশৰপৰা খাকী পোছাকধাৰী সৈন্যবিলাকো আঁতৰিল। ভাৰত স্বাধীনতাৰ পাতনি ছোৱাৰ কথা। কলিকতা মহানগৰীত যি অশান্তিয়ে দেখা দিলে সেই অশান্তিৰ ঢৌৱে গোটেই ভাৰতবৰ্ষকেই ঢৌৱাই নিলে। সাম্প্ৰদায়িক সংঘৰ্ষৰ প্ৰকোপ কিমান দূৰ পাবগৈ পাৰে তাৰ এক চানেকি





দেখুৱালে বঙ্গদেশতে। সেই সংঘৰ্ষই বহুতক সৰ্ব্বস্বান্ত কৰিলে।

ভাৰত বিভক্ত হোৱাৰ লগে লগে অসমলৈ যি জন-সোঁত বৱলৈ ধৰিলে, সেই সোঁততে উটি আহিল মীৰা আৰু তেওঁৰ স্বামী সুবিমল। সাম্প্ৰদায়িক সংঘৰ্ষত তেওঁবিলাকৰ সকলো গ'ল। যৌতুকৰ তিনি ভৰি সোণো লোপ পালে। লামলাকটু যিবা ছুডোখৰ আছিল তাকো এৰি থৈ দুয়ো পলাই আহিল অসমলৈ বুলি। মনতে মীৰাই ভাবিছিল, বাল্যকাল য'ত অতিবাহিত হ'ল, তাত থাকিবৰ একো অসুবিধা নহ'ব আৰু তেওঁৰ স্বামীয়েও চাকৰি এটা যোগাৰ কৰি লোৱা, অন্ততঃ অসমত একো টান নহ'ব। এই ৰিলাককে ভাবি তেওঁ সুবিমলক কলে যে অসমলৈকে যোৱা হওক। অসমৰ নাম শুনিয়েই সুবিমল চক্ খাই উঠি ক'লে—"অসম! তাত, সেই ঠাইত থকা হ'ব কেনেকৈ?" উত্তৰত মীৰাই ক'লে, "মই অসমতে জন্ম হৈ তাতে লিখা পঢ়া শিকি তাৰ মানুহৰ লগতেই ডাঙৰ দীঘল হ'লোঁ। বাস্তবিকতে, তোমালোকে যে নিজৰ দেশৰেই এক প্ৰান্তৰ যে ভু নাৰাখা ই বৰ আচৰিত। অসমীয়া মানুহৰ সুকীয়া ভাষা আছে, কৃষ্টি আছে আৰু বহুত পুৰণা সভ্যতাও আছে।"

"অসমৰ আকৌ সভ্যতা কি ? সেইখন মাত্র পাহাৰী ঠাই বুলিহে আমি জানো। আমাৰ বিদুষী মহিলা সাহিত্যিক প্রভাৱতী দেৱী সৰস্বতীয়েও তাকেই লিখিছে। তুমি পঢ়ি চোৱা নাই জানোঁ।"

মীৰাই মাত দি ক'লে. "পঢ়ি চাবৰ প্রয়োজনেই বা কি ? মই অসমৰ ছোৱালী, বৰঞ্চ অসমৰ কথা মইহে তেওঁক বেছিকৈ বুজাই দিব পাৰিম। যি কি নহওক, মই কওঁ, তুমি তোমাৰ ভ্ৰম ভাঙিবৰ কাৰণে হলেও অসমলৈকে যাব লাগিব। তাত দেখিবা, কেউফালে বঙালীৰ প্রতিপত্তি। বেহা-বেপাৰ আদিৰ পৰা উচ্চ চাকৰি পৰ্য্যন্ত আমাৰ মানুহৰ হাততেই অর্পিত। তথাপি অসমীয়া মানুহে একো আপত্তি কৰা নাই, আন্দোলন নাই।"

"কেলৈ ? জাতীয় মহাসভা ? সেই ৰাই চৌধাৰী ? তেওঁবিলাকে বোলে অসমৰপৰা আমাৰ মানুহবোৰ খেদি দিছে ?"

"অ' তুমি খবৰ কাগজৰ বতৰা বিলাক কৈছা। তালৈ আগতে গৈ লোঁৱা, তাৰ পাচত সেইবোৰৰ সত্যাসত্য উদ্‌ঘাটন কৰিবা। আমাৰ কাগজ বোৰৰ আহাৰৰ প্রয়োজন হ'লেই তেনে ধৰণৰ ভিত্তিহীন বতৰা প্রচাৰ কৰে। মুঠতে আপত্তি কৰিব নালাগে,—ওলোৱা।"





পূৰ্ব্ববঙ্গৰ দিন কাল ক্রমাত বেয়াৰ ফালে ঢাল খালে। হাতৰ মুঠিত জীৱটি লৈ থকাৰ দৰে সকলো থাকিব লগীয়া হ'ল। তাৰ উপৰিও বিপদ কালত জন্ম লৈ, বিপদ কালত যৌৱনাৱস্থা প্রাপ্ত হৈ, বিপদ কালত ইমূৰৰপৰা সিমূৰলৈকে আতঙ্ক প্রচাৰ কৰা সেই উৰা বাতৰিৰ পাখী দুখনৰ বা বঙ্গদেশত বৰ বেচি পৰিমাণে পৰে। বাতৰি কাকতৰ বা-বতৰা আৰু উৰা-বাতৰিৰ প্রকোপত মানুহে নিজৰ অস্তিত্ব পৰ্য্যন্ত পাহৰি যায়। তেনে পৰিস্থিতিত ক'লৈ যাব নাযাব, এই বিষয়ে আ-আলোচনা কৰি স্বামী স্ত্রীৰ মাজত কলহৰ সূত্রপাত কৰাৰ আহৰিয়েই বা ক'ত। সেইটো ভাবতেই সুবিমলে আৰু তৰ্ক নকৰি অসমলৈ অহাকে স্থিৰ কৰিলে, আৰু আহিলেও। কেৱল মাত্র মীৰাক এবাৰ কৈছিল—"হেৰা, হেজাৰেই হওক কলিকতা বঙ্গাল দেশৰেই এটা অঙ্গ। তালৈকে গ'লে কেনে বুজা ?"

কিন্তু ৰেলৰ ষ্টেচন পাওঁতে নাপাওঁতেই বতৰা পালে যে কলিকতা অভিমুখী সকলো বিলাক ৰেলগাড়ীৰ চলাচল তিনিদিনৰ পৰা বন্ধ। তাত সাম্প্রদায়িক সংঘৰ্ষ ইমান বেচিকৈ চলিছে যে ৰেলৰপৰা মানুহ নামিবই নোৱাৰে। সুবিমলে ইয়াকো সংগ্ৰহ কৰিলে যে কলিকতাত প্রকৃততে অৰাজকতা ; সেই ৰাজ্য বোলে কেৱলমাত্র হত্যা, লুট,

আৰু অমানুষিক অত্যাচাৰৰ পটভূমি। বাধ্য হৈ অসমৰ ফালেই ঢাপলি ধৰিব লগীয়া হ'ল সুবিমলহঁত।

মীৰা আৰু সুবিমল, দুয়ো দুটা পৃথক মনোভাব লৈ যাত্রা কৰি আহিল। অসমতে জন্ম লৈ অসমৰ জলবায়ুৰে পৰিপুষ্টিতা মীৰা দেবীৰ কাৰণে পূৰ্ব্ব বঙ্গৰ স্বামী গৃহ পৰিত্যাগ কৰি অসমলৈ অহা কাৰ্য্যই বিশেষ প্রতিক্রিয়া তুলিব নোৱাৰিলে। তাতে হৈছিল তাই কম বয়সীয়া ছোৱালী, যি বয়সত ল'ৰা বিলাকৰ হ'লে কোনো দায়িত্ব জ্ঞান নাথাকে। ভাল কাম, বেয়া কাম যিহকে নকৰক লাগিলে, ল'ৰাৰ ল'ৰালী বুলি কোনেও গুৰুত্ব দিব নোখোজে। কিন্তু ছোৱালীৰ বেলিকা বয়সৰ বিচাৰ নচলে। বেইত পাক কেইটামান মাৰিলেই ছোৱালীবিলাক হৈ পৰে অথবা হ'ব লগীয়া হয় গৃহিণী বা ঘৈণী—যাৰ ওপৰত ঘৰৰ সকলো দায়িত্বপূৰ্ণ কাম ন্যস্ত কৰা হয়। চৈধ্য বছৰীয়া ছোৱালী এজনী বোৱাৰী হৈ আহিয়েই জীয়ৰী কালৰ স্বভাব-চঞ্চলতা, হাঁহি ধেমালি, ৰং ৰহইছ সকলো জলাঞ্জলি দি ব'ব লগীয়া হয় ঘৰৰ ঘৈণীৰ দায়িত্বপূর্ণ ভাৰখন। উতনুৱা স্বামীক আয়ত্ত কৰা, বনৰীয়া দেওৰেকক ঘৰচীয়া কৰা, শৃঙ্খলা লগাই ঘৰ-সংসাৰ চলোৱা, এই সকলোবিলাকেই কৰিব লগীয়া হয় সেই চৈধ্য বছৰীয়া ছোৱালী জনীয়ে





স্বামীগৃহত প্ৰবেশ কৰিয়েই। তাকে যদি কৰিব নোৱাৰে, বোৱাৰী গুচি হৈ পৰে ঢেঁকি থোৰা, উতনুৱা স্বামীক আয়ত্তত আনিব নোৱাৰিলে আখ্যা পায় এলাইবাদু ছোৱালী বুলি। ইফালে আয়ত্তত আনিবৰ বাবে সক্ষম হ'লেও ল'ৰাটোক আহুদি কৰিলে বুলি প্রচাৰ কৰে। এয়ে হৈছে, "জী যেনে, বোৱাৰীও তেনে" বোলা আমাৰ ঘৰ সংসাৰ বিলাকৰ মনোভাব।

অসমলৈ অহা হ'ব বুলি স্থিৰ কৰোঁতেই মীৰাৰ মনত পৰিল সেই তাহানিৰ স্কুলৰ দিনৰ বুঢ়ী, ৰন্তা, হিৰণ আৰু অকণমানহঁতৰ কথা, মনত পৰিল সখীয়েক ইৰাৰ কথা, সহপাঠিনী পৰা আৰু অপৰাৰ কথা। লৰালী কালৰ স্মৃতি জড়িত সেই স্কুলখন চকুৰ আগতে জিলিকি উঠিল—মনত পৰিল সেই চৰকাৰী কলেজখনৰ কথা আৰু কত কি? মীৰাৰ মনত আনন্দ! তাই পাবহি নিজৰ আত্মীয় স্বজন, বন্ধু বান্ধৱীক।

আৰু সুবিমল? সুবিমলৰ মনোভাব আছিল পৃথক! নিজৰ জন্মভূমি, নিজৰ ঘৰ দুৱাৰ, নিজৰ দেশৰ প্ৰতি থকা স্বাভাবিক প্ৰেম তেওঁ জলাঞ্জলি দিব লগীয়া হোৱাত মনত এটা গধুৰ বোজা অনুভৱ কৰিছিল। গাওঁ এৰি আহোঁতে সঘনে পাচ ফাললৈ চাই চাই আহিছিল মনৰ

দুঃখত আৰু নিজ দেশৰ প্ৰতি থকা স্বাভাৱিক মমতাত। মনে মনে বিগত কালছোৱাৰ বুৰঞ্জীৰ পাত কেইখিলামান লুটিয়াই চাই যাওঁতে সুবিমলৰ মনত পৰিল সেই ১৮৫৭ চনৰ চিপাহী বিদ্ৰোহৰ কথা, মনলৈ আহিল সেই স্বদেশী আন্দোলনৰ কথা, যি দিনত কেৱল মাত্ৰ পূৰ্ব্ববঙ্গই আন্দোলন কৰি খণ্ডিত বঙ্গক পুনৰ লগ লগাবৰ কাৰণে সক্ষম হৈছিল। তেওঁৰ মনত পৰিল সেই ২১ চনৰ অসহযোগ আন্দোলন আৰু বিয়াল্লিশৰ বিপ্লবৰ কথা—মনত পৰিল কি ৰূপেনো পূৰ্ব্ববঙ্গৰ হাজাৰ হাজাৰ নৰ নাৰীয়ে কৰিছিল কাৰাবৰণ, কি ৰূপে বন্দুক সঙ্গীনৰ আগত বুকু পাতি দিছিল, কি ৰূপেনো হাঁহি হাঁহি ফাঁচী মঞ্চলৈ খোজ লৈছিল। মনত পৰিল সেই অকণ অকণ ল'ৰা ছোৱালীৰ ওপৰত পুলিচৰ অত্যাচাৰৰ কথা,—তিৰোতাক লাঞ্ছিত কৰাৰ কথা। ভাবি গ'ল বহুত কথাকে, আৰু ভাবিলে যে "যি পূৰ্ব্ববঙ্গৰ আলি পদূলিৰ প্ৰত্যেক ধূলি কণাতেই সেই চিৰস্মৰণীয় ছহিদ সকলৰ বুকুৰ কেঁচা তেজৰ কৰাল লাগি আছে, যি পূৰ্ব্ববঙ্গৰ অতুলনীয় স্বাৰ্থ ত্যাগৰ বাবেই আজি ভাৰতবৰ্ষই স্বাধীনতা ঘোষণা কৰিবৰ কাৰণে সক্ষম হৈছে, সেই পূৰ্ব্ববঙ্গকেই আজি ভাৰতৰ অকৃতজ্ঞ নৰসমাজে ভৰিৰে মোহাৰি ঠেলি দিছে সেই ৰক্ত-পিপাসু





নৰাধমবোৰৰ হাতত লাঞ্ছিত হ'বলৈ।" গাড়ী এবাৰ লগে লগে সুবিমলৰ হুচকুত প্ৰকাশ পালে ধল। মনে মনে উচ্চাৰিলে, "বিদায়, বিদায় জন্মভূমি। আজি মোৰ জন্মস্থান, মোৰ মাতৃভূমি মই বিজাতিৰ হাতত এৰি দি পলাব লগীয়া হ'ল। ইয়াৰ বাবে দায়ী কোন ?"

পুনৰাই তেওঁ চিন্তা কৰি চালে যে পূৰ্ব্ববঙ্গ যথাৰ্থতে মুছলমান প্ৰধান দেশ হয়নে নহয়। সেই খণ্ডত হিন্দুৰ সংখ্যা কিমান ? তেওঁৰ ভাব চিন্তাৰ ধাৰা ইমান দূৰ পালেগৈ যে তেওঁ একো একোবাৰ বিহাৰ, উৰিষ্যা আৰু অসমলৈ অৰ্থ অন্বেষণ আৰু বৃহত্তৰ বাংলা প্ৰতিস্থানৰ উদ্দেশ্যে লৰ ধৰা বঙালী সকলৰ সংখ্যাৰ কথা ভাবিলে,—সমগ্ৰ ভাৰতত সিঁচৰতি হৈ থকা বঙালী সকলৰ সংখ্যাও গমি চাই সিদ্ধান্তত উপনীত হল যে, দৰাচলতে পূৰ্ব্ববঙ্গ হৈছে হিন্দু প্ৰধান দেশ। সেই লোক সকলে দেশজয়ৰ মহাব্ৰতৰ ব্ৰতী হৈ বাহিৰ হৈ পৰাৰ বাবেই পূৰ্ব্ববঙ্গৰ হিন্দুৰ সংখ্যা কমি গ'ল আৰু সেই চলতে পাকীস্তানে সামৰি ললে। "কিয়, কেনেকৈ এইটো হবলৈ পালে ? কিয় ভাৰত চৰকাৰে খৰচ পাতি, ক্ষতিপূৰণাদি দি সেই দেশ বিদেশত বাস কৰি থকা বঙালী হিন্দু বিলাক পুনৰাই ঘূৰাই আনি ইয়াত হিন্দুৰ সংখ্যা স্ফীত কৰি

নেদেখুৱালে। এই কাৰ্য্যত ভাৰতীয় নেতাসকলৰ চাতুৰী নিশ্চয় আছে। পূৰ্ব্ববঙ্গৰ মেধা-শক্তিয়ে যে সৰ্ব্ব ভাৰতকে হাৰ মনাব পাৰে, সেই কথা নেতা সকলে ভালকৈ জানে আৰু সেই কাৰণেই বঙ্গক ভঙ্গ কৰি আমাৰ বঙালী সমাজৰ খাজ-হাড় ভাঙি দিছে যাতে নেতাসকলক গাদী চ্যুত কৰিবলৈ উপযুক্ত প্ৰতিদ্বন্দ্বীৰ অভাৱ হয়। আজি বিহাৰখন ভঙ্গ কৰাৰ প্ৰশ্ন উঠা হলে এই চাটুখোৰ বিলাকে আকাশ-পাতাল কঁপাই দিলেহেতেন। যি বঙ্গৰ সহায়ৰ দ্বাৰা আজি ভাৰতবৰ্ষই স্বাধীন বোলাব পাৰিছে, যি বঙ্গৰ নেতাজী, দেশবন্ধু দাস, কবি-সম্ৰাট, বঙ্কিম বাবু, শৰৎচন্দ্ৰ, আদি মহামানৱ সকলৰ কাৰণে আজি ভাৰতক পৃথিবীৰ নব-সমাজে চিনি পাইছে,—সেই বঙ্গক আজি ভঙ্গ কৰিলে, সেই স্বাৰ্থান্ধ নেতাসকলে নিজৰ হাতত ক্ষমতা অক্ষুণ্ণ কৰি ৰাখিবৰ অভিপ্ৰায়ে।” তেওঁৰ দৃঢ় বিশ্বাস হ'ল যে সুভাষবাবু থকা হ'লে, আজি বঙ্গৰ এই অৱস্থা কেতিয়াও হবলৈ নিদিলেহেতেন। বঙ্গভূমিক পূৰ্ণাঙ্গ কৰি ৰাখিয়েই সুভাষ বাবুৱে ৰাজ্যৰ বাঘ-জৰী নিজৰ হাতত লৈ, ধনে-ধানে, ঐশ্বৰ্য্য-বিভূতিৰে আজি বঙ্গদেশ তথা ভাৰতবৰ্ষক নদন-বদন কৰি তুলিলেহেতেন।

এই বিলাকেই হৈছিল সুবিমলৰ মনত উদয় হোৱা





ভাব-চিন্তা। ভাবি-চিন্তি নতুন ভাব-তথ্য আবিষ্কাৰ কৰিব পৰা মানুহৰ সংখ্যা অতি বিৰল। জনসাধাৰণৰ মাজত হোৱা আ-আলোচনাকে কেন্দ্ৰ কৰি লৈ অ-দাৰ্শনিক সকলে ভাব-সাগৰত ডুব দিয়ে। সমাজৰ মাজত, বন্ধু-বান্ধৱৰ মাজত সাধাৰণতে হোৱা আলোচনাইহে সাধাৰণ মানুহৰ ভাব চিন্তাৰ ইন্ধন যোগায়। সেই তেনেধৰণৰ ভাৱত নিজস্ব বুলি এটা বস্তু নাই। নেতৃস্থানীয় লোক আৰু দাৰ্শনিক পণ্ডিত সকলৰ বাহিৰে বঙ্গদেশৰ সকলোবোৰ মানুহেই আৱেগপূৰ্ণ ভাবেৰে ভাবে যে সুভাষ বাবুৰ অবিহনে ভাৰতৰ অস্তিত্ব নাই। তেনে ধৰণৰ কথোপকথন শুনি শুনিয়েই যে মৰাপাট ব্যৱসায়ৰ দালাল সুবিমলৰ মনত ওপৰোক্ত মনোভাবে স্থান লভিছিল ইয়ো সত্য। সি যিকি নহওক ভাৱনা, দুৰ্ভাৱনাৰ মাজেদিয়েই তেওঁবিলাক আহি আছে, আহি আছে, আহিয়েই আছে। কাৰো মুখত মাত-বোল নাই। কিজানিবা পৰৰাষ্ট্ৰৰ মাজত কি কথাই ওলাই পৰে! কোনে বা শুনি কি ঘটনা ঘটায়। সংশয়াপন্ন ভাবেৰে ভালেখিনি বাট আগুৱাই আহিলে। তেওঁ কলৈ আহিছে, অসম দেশখন বা কেনে, তাৰ মানুহ বিলাক বা কেনেকুৱা, সেই চিন্তাবোৰেও আহি সুবিমলক জুমুৰি দি ধৰিলেহি।

বাটত লগ পোৱা বঙালী ৰেল-কৰ্ম্মচাৰী সকলৰ মুখে বতৰা পালে যে, সেই সময়ত বোলে অসমলৈ যোৱাটোও নিৰাপদ নহয়। দুই এজনে "অসমত অপ্ৰীতিকৰ ঘটনা" শীৰ্ষক কলিকতাৰ বাতৰি কাকত সমূহে বৌটোকে ঢৌটো কৰি যি বিবৃতি প্ৰকাশ কৰিছিল, তাকে আৰু চাৰিগুণমান ডাঙৰ কৰি মীৰাৰ চকুৰ আগত এনে এখন চিত্ৰপট আঁকি দেখুৱালে যে মীৰাই সেই কাল্পনিক আৰু অতিৰঞ্জিত কথা বিলাকতে পতিয়ন গৈ বৰ্ণাই যোৱা ঘটনা বিলাক চকুৰ আগতে চিনেমাত দেখাদি দেখিবলৈ ধৰিলে। অসহায় অৱস্থাত পৰিলোঁ বুলি মীৰাৰ চকু যোৰ চলচলীয়া হৈ উঠিল। বঙালী ৰেল কৰ্ম্মচাৰী সকলৰ বৰ্ণনাবোৰ যে অবাস্তৱ সেই কথা ভাবিবলৈকে অৱকাশ নাপালে। মীৰাৰ মনত এক অজান আতঙ্কই স্থান ল'লে। মীৰাৰ দৃঢ় বিশ্বাস হ'ল যে বঙালী সম্বাদদাতাই কাকতৰ যোগেদি বিলোৱা বতৰাত সত্যতা নিশ্চয় আছে।

বাতৰি আৰু বাতৰি কাকত। সকলোৰে আগ্ৰহৰ বস্তু। বাতৰি কাকত হৈছে আমি বাস কৰা এই বিশাল পৃথিবীখনৰ এদিনীয়া বুৰঞ্জী, যি বুৰঞ্জীৰ অতীতৰ কাল-ছোৱাতকৈ ভবিষ্যতৰ কালছোৱালৈহে মানুহৰ আগ্ৰহ বেচি। বাতৰি কঢ়িয়াই অনাটোৱেই হৈছে বাতৰি কাক-





তৰ কৰ্ত্তব্য,—বাতৰি তৈয়াৰ কৰা কৰ্ত্তব্য নহয়। পৃথিবীৰ-পৰা সত্য আৰু আমোদদায়ক বতৰা ছপাবলৈ বহুত আহৰণ কৰিব পাৰি। অসত্য, অতিৰঞ্জিত আৰু কাল্পনিক বা-বাতৰি প্ৰকাশি কাকতে জনপ্ৰিয়তা হেৰুৱাৰ বাহিৰেও পাঠক সমাজৰ মাজত চাঞ্চল্যৰ সৃষ্টি কৰি বিৰোধ ভাবৰ উদ্ভৱ কৰে। দুঃখৰ বিষয় যে আজি কলিকতীয়া বাতৰি কাকতৰ সৰহ ভাগেই সেই পিচৰ পৰ্য্যায়ত স্থান লাভ কৰিছে। অসত্য, কাল্পনিক, আৰু অতিৰঞ্জিত বা-বাতৰিৰ দ্বাৰা সম্প্ৰতিকলৈ আলোড়নৰ সৃষ্টি কৰি লোক সমাজৰ হিততকৈ অহিতহে বেচি পৰিমাণে কৰিছে আৰু ভাৰতীয় মহাজাতি বুলি পৰিচয় দিব পৰা শক্তিৰ বিৰোধিতা কৰি দলাদলিৰ বিহ গুটি সিচিছে।

সহযাত্ৰীৰ মাজৰপৰাই কোনো কোনোৱে মীৰাহঁতক উপদেশ দি ক'লে যে তেওঁবিলাক ৰংপুৰত নমাই বাঞ্ছনীয়। তাতে প্ৰথমে চাদা ধপাতৰ ব্যৱসায়ত হাত দিব পাৰিব আৰু ছেগ বুজি ৰেলৰ চাকৰি এটাতো সোমাই লোৱা এজন বাঙালী ডেকাৰ কাৰণে বিশেষ টান কাম নহব। নানান ধৰণৰ ওলোটা-ওভোতা বা-বাতৰি শুনি সুবিমলৰ এনে ধৰণে মোৰ হেৱাল যে তেওঁ এবাৰ দেশলৈকে ঘূৰি যোৱাৰ কথা ভাবিছিল। কিন্তু ভবাৰ লগে লগে তেওঁ

বিলাকৰ দেশত হোৱা আৰু হৈ থকা তাণ্ডৱ লীলাবিলাক সুবিমলে চকুৰ আগতে দেখিবলৈ ধৰিলে। কেৱলমাত্ৰ হতাশত মৃদু গুমুনিয়াহ এটা পেলাই সুবিমলে ক'লে,—"পূৰ্ব্ববঙ্গই সৰ্ব্বস্ব দি ভাৰতবৰ্ষৰ স্বাধীনতা আনি দিলে। আমাৰ আৰ্জিত ধনেৰে গৰ্ব্বিত এই প্ৰদেশ-প্ৰেমিক বিলাকে এনে তাণ্ডৱ নৃত্য কৰিবলৈ, সাহ পায় কেনেকৈ? হায় নেতাজী! তুমি ঘূৰি নাহিলে দেশত আৰু শান্তি নাই। এই পাষণ্ড মৰ্দ্দনৰ বাবে তুমিয়েই যথাৰ্থ বীৰ,"—এই বুলি নেতাজীৰ উদ্দেশ্যে শূইনতে দুই হাতেৰে প্ৰণাম এটি জনালে।

কেইটা ষ্টেচন পাৰ হৈ গ'ল তাৰ লেখ-জোখ নাই। ৰেলৰ কৰ্ম্মচাৰীবিলাকেও নানান ধৰণৰ উপদেশ দি-দি সৰু সুৰা ষ্টেচন বিলাকত নামি গ'ল। কোনোবা টলকত ৰংপুৰ ষ্টেচনো পাৰ হৈ গল—তেওঁবিলাকৰ নমা নহ'ল। সকলো কথা শুনি মীৰাৰ কিন্তু অসমলৈ অহাৰ ধাউতি বাঢ়িল হে। ভাবিলে "য'ত সৰুৰেপৰা ডাঙৰ দীঘল হ'লোঁ, স্কুল কলেজত পঢ়া দিনৰ বন্ধু-বান্ধবী ইমান বিলাক থাকোঁতেনো আমাক কোনোবাই অন্যায় কৰিব পাৰিবনে? বেচি বিপদ যেন দেখিলে কোনোবা অসমীয়াৰ ঘৰতে সোমাই ল'মগৈ। সেই কলিকতাত বোলে পাৰ্ক চাৰ্কাস্





অঞ্চলত মুছলমান সকলৰ মাজতে থকা দুটি অসমীয়া বন্ধুৱা 'ফেমিলি'ক হেনো মুছলমানেই মুছলমানৰ হাতৰপৰা ৰক্ষা কৰিলে। এড্‌ভোকেট বৰুৱাও বোলে সেই বিপদৰ কালত পৰিয়াল বৰ্গক এৰি থৈ আহিছিল অসমলৈ। তেওঁৰ অনুপস্থিতি কালত সেই সাম্প্ৰদায়িক সজ্ঘৰ্ষৰ সূত্ৰপাত হয় আৰু ক'ৰ চিনি জানি নোপোৱা মুছলমানে তেওঁবিলাকক ৰক্ষা কৰিলে। মোক যে অসমৰ বহুতেই চিনি পায়। মোকনো অন্যায় কৰিবনে?"—এই কথা বিলাক ভবাৰ লগে লগে ফুকন বৰদলৈদেৰৰ সেই শান্ত, সৌম্য প্ৰতিচ্ছবিটি, অসমত জনম লভি, অসমতে গাভৰু অৱস্থা প্ৰাপ্ত হোৱা বঙালী মহিলা মীৰাৰ চকুৰ আগত জিলিকি উঠিল—আৰু জিলিকিল কি? সেই ঋষি তুল্য মানৱ, পাশ্চাত্য সভ্যতাৰ বাতাবৰণতে শিক্ষা লাভ কৰা, বিলাসিতা, আড়ম্বৰহীন, সৰ্ব্বজন প্ৰিয়, বয়সৰ বতৰা বিচাৰিলে বিচলিত হোৱা, বিদ্বান-বিজ্ঞ আৰ্য্য-সন্তান বেৰিষ্টাৰ বৰুৱাদেৰৰ সেই চিৰপৰিচিত চেহেৰাটি। "বোধকৰোঁ, আজিও আছে। তেখেতৰ ঘৰতে যদি সোমাই লওঁগৈ আমাক খেদি দিবনে? সেই তেজাল, অৰ্থযুক্ত চকুৰ দৃষ্টি নেওচা দি কোনোবাই আমাক আক্ৰমণ কৰিব পাৰিবনে? 'আহাঁ মা, মোৰ ঘৰৰ দুৱাৰ তোমালোকৰ

নিচিনা বিপদগ্ৰস্থা আইদেউ সকলৰ বাবে সদায়েই উন্মুক্ত' বুলি মোক নিজৰ নাতিনীয়েৰ ৰূপে জ্ঞান কৰি বুকুত সুমুৱাই নলবনে? নহয়, মোক আত্মীয় স্বজন নালাগে, মই তেখেতৰেই আশ্ৰয় ল'ম। তেখেতই মোক ৰক্ষা কৰিব", বুলি ভাবি সুবিমলৰ নিচিনাকৈ তায়ো শূইনতে প্ৰণাম এটি জনালে।

মীৰাই প্ৰণাম জনোৱাৰ কাৰণটো বিচৰাত মীৰাই সুবিমলক অসমৰ সকলো অভিজ্ঞতা আৰু অসমীয়া মানুহৰ আন্তৰিকতাৰ বিষয়ে ৰকলা মেলি ক'লে, "তুমি অসমীয়া মানুহ চিনি নোপোৱা বাবেহে সন্দেহ কৰিছা। বৰুৱা, বৰদলৈ, ফুকন আদিক দেখিলে তোমাৰ মূৰটো আপোনা আপুনি নত হৈ পৰিব। অসমত আমি ইমান দিন আছিলোঁ, কোনো দিনাই, কাৰো লগত আমাৰ দ্বন্দ্ব-খৰিয়াল নাছিল। আন কি তাত হিন্দু মুছলমানৰ ভিতৰতো একো বিভিন্নতা নাই। মই কেতিয়াও বিশ্বাস নকৰো যে অসমৰ সৰল মানুহ বিলাকে আমাৰ ওপৰত দৌৰাত্ম্য কৰিব।" কথা প্ৰসঙ্গতে মীৰাই ক'লে যে তাইক অসমীয়া ছোৱালী বিলাকে ইমান মৰম কৰিছিল যে যি দিনাখন তাইক বিয়া দিবৰ কাৰণে দদায়েকে দেশলৈ বুলি লৈ আহিছিল, কলেজ হষ্টেলৰ পুৰণা বান্ধৱী সকলে একে মূঠ হৈ পাণ্ডুত তাইক





আগ বঢ়াই দিছিল আৰু অকৃত্ৰিম স্নেহৰ নিদৰ্শন স্বৰূপে তাইক বান্ধৱীহঁতে ঘৰত বোৱা পাটৰ ৰিহা, মেখেলা আৰু চাদৰৰ যি এযোৰ বহুমূলীয়া সাজ উপহাৰ দিছিল, সেই যোৰ হেনো তাই তেতিয়াও সযত্নে ৰাকছত স্থান দি থৈছে। অসমীয়া মানুহৰ আন্তৰিকতাৰ বিষয়ে তাই গিৰিয়েকক বহুত কথাকে ক'লে আৰু বাহিৰা মানুহৰ কথাত পতিয়ন নাযাবৰ কাৰণে প্ৰবোধ দিলে।

যিমানেই যিহকে কওক লাগিলে, মীৰাৰ নাৰী হৃদয়ৰ স্বাভাৱিক নাৰী দুৰ্ব্বলতা যাব ক'লৈ। কেঁচু-কুমটি অথবা জোক এটা দেখিলেই মূৰ্চ্ছা যোৱা আই আৰু আইদেউ সকলৰ সৈতে মীৰাৰ স্বাভাৱিক বিভিন্নতা হ'ব নোৱাৰে। ওবে নিশা চিন্তাত চকুত টোপনি নাই। অথচ অপৰিচিত দেশলৈ অহা সুবিমলে কিন্তু সেই নিশাও শান্তিৰে টোপনি গৈছিল। স্ত্ৰী-পুৰুষৰ বিভিন্নতা ইয়াতেই। চিৰপৰিচিত দেশত অত্যাচাৰ হোৱা বুলি প্ৰচাৰিত হতৰাই মীৰাৰ চকুৰ টোপনি নিলগ কৰিলে, কিন্তু অচিন দেশত প্ৰৱেশ কৰিবলৈ আগ বঢ়া যুৱক সুবিমলে সকলো বাতৰি উৰাবাতৰি, প্ৰচাৰ, অপপ্ৰচাৰৰ কথা জানি শুনিও সেই নিশা বেলৰ ঠেক বিচনাখনতে শান্তিৰে টোপনি গ'ল। নাৰী জাতিৰ সেই স্বাভাৱিক দুৰ্ব্বলতাৰ

কাৰণেই যে আগ নিশা সুবিমলৰ প্ৰতি বহুত প্ৰবোধ বাণী দান কৰা মীৰাৰ মনটো ৰাতি পুৱাৰ লগে লগে কেনেবা কেনেবা লাগিল, তাক আৰু বুজাবৰ প্ৰয়োজন নাই। নিশা অৱসানৰ লগে লগে তেওঁবিলাকক কঢ়িয়াই অনা ৰেলখন আহি অসম সোমালেহি। অসম! যি অসমত সেই কালত অসমীয়া বঙালীৰ সজ্ঘৰ্ষ বুলি বঙ্গীয় কাকতৰ দ্বাৰা প্ৰচাৰিত। সেই অসম ভূমিত প্ৰবেশ কৰিয়েই মীৰাৰ বুকুখন কঁপিবলৈ ধৰিলে।

নানান ধৰণৰ ভাব আৰু চিন্তাই মীৰাক ব্যাকুল কৰিলে। সুবিমল তেতিয়াও সাৰ পোৱা নাই। ভাবৰ দোমোজাতে অমনযোগ ভাবে মীৰাই কাষৰতে পৰি থকা বঙ্গীয় লিখিকা প্ৰভাৱতী দেবী সৰস্বতীৰ 'মৰুৰ পথে' নামক উপন্যাসখনি মেলি ললে। পুথি খনো ৫৫ পৃষ্ঠাত আপোনা আপুনি মেল খাই পৰিল। ওপৰে ওপৰে চকু ফুৰাই গ'ল মীৰাই,....'একটা দিন কামপুরে থাকতেই হইল....।' ভাবিলে, "কামপুৰ; ক'ৰ কামপুৰ?" আৰু অলপমান ওপৰে তলে পঢ়ি চাই দেখে হয়,—সেই গুৱাহাটী লামডিঙৰ মাজৰ ক্ষুদ্ৰ ষ্টেচনটোৰ কথাকে লিখিছে দেৱী সৰস্বতীয়ে। বহুদিন অসমতে বাস কৰি থোৱা বঙালী গাভৰুৰ মনত অসমৰ





এই ক্ষুদ্ৰ ৰেল-ষ্টেচন এটাৰ নামে বেছ আগ্ৰহ জন্মালে পঢ়ি যাবলৈ।

পাত লুটিয়াই পুনৰ পঢ়ি গ'ল,"....শিবানী অন্য-মনস্ক ভাবে কোন দিকে চাহিয়াছিল। মুখ ফিরাইয়া বলিল, যাব বইকি, দিদিমণি। না হলে থাকব কোথাই? আমায় দেখবেই বা কে? যাকে সকলের চোখ হ'তে লুকিয়া রাখার জন্য এখানে—এট পাহাড় ঘেরা জাইগাই অসভ্য আসামীদের মাঝখানে আসা...."এইখিনি পঢ়িয়েই মীৰা থমকি ৰ'ল। পুনৰবাৰ পঢ়ি চালে। ভাবিলে, "অসভ্য আসামী? দেবী সৰস্বতীৰ নিচিনা বিখ্যাত লিখিকাই এনে কথা কিয় লিখিলে? আজি কতকাল মই অসমতে বাস কৰি আছিলোঁ,—কোনো ক্ষেত্ৰতে দেখোন অসমীয়াৰ অসভ্যালি দেখা নপালোঁ। নাই, এনে ধৰণৰ অবান্তৰ কথা লিখাৰ বাবেইহে আমাৰ এই বঙালী জাতিটোকে কোনেও দেখিব নোৱৰা হৈছে।"

নিলগৰ পাহাৰ শাৰীয়ে জনাই দিলে অসম আহি সোমোৱাৰ কথা। মীৰাই আকৌ ভাবিলে, "এই পৰ্ব্বত-পাহাৰ আমাৰ দেশততো নাই। পাহাৰী জাতি অসভ্যই কিজানি। যিবিলাকক অসমীয়া বুলি আমি গণ্য কৰি আছিছোঁ, তেওঁবিলাক দৰাচলতে অসমীয়া নহবও পাৰে।

বঙ্গাল দেশৰেই কিজানি পো নাতি—কোনে ক'ব ? দেৱী সৰস্বতীৰ নিচিনা বিছুষী মহিলাই মিছা অপবাদ কেতিয়াও নিদিয়ে।” মীৰাহঁতক কঢ়িয়াই অনা গাড়ীখন যিমানেই গুৱাহাটীৰ কাষ চাপি আহিলে, সিমানেই মীৰাৰ নাৰী-হৃদয়ৰ খু-দুৰনি বাঢ়ি গ'ল। মীৰাই খিড়িকীয়েদি মুখ উলিয়াই চাই চাই আহিছে কোনো সম্ভ্ৰান্ত বংশীয় অসমীয়া মহিলা দেখেনে নেদেখে। মীৰাই মনতে ভাবিবলৈ ধৰিলে তেওঁৰ বিয়াত ছোৱালী-হষ্টেলৰপৰা বান্ধৱী সকলে উপহাৰ দিয়া আৰু তেতিয়াৰেপৰা বাকচৰ তলতে পৰি থকা সেই ৰিহা, মেখেলা, চাদৰৰ সাজটোৱে সেইদিনা কিবা সহায় কৰিবনে ? বহুকাল বঙ্গদেশত থাকি ৰিহা লোৱা পেঁচটো পাহৰি যোৱাতহে সম্ভ্ৰান্ত বংশৰ অসমীয়া মহিলা দেখেনে নেদেখে চাই আহিছিল। চকুত কিন্তু নপৰিল। উমানে উমানে দিয়া ৰিহাৰ পেঁচটো কিন্তু ঠিকেই হৈ পৰিল। ভৰিৰ আলতাৰ দাগটোৱে অলপ সন্দেহ জন্মাবৰ চেষ্টা কৰিলেও ৰিহা-মেখেলাৰে সজ্জিতা মীৰাই পাণ্ডুৰ 'ফ্লেট'ৰ ওপৰত অসমীয়া গাভৰু ৰূপেই আমাৰ আগত দেখা দিলেহি। অসমীয়া সাজ-পাৰলৈ চেনেহ নে উপহাৰ পোৱা বস্তুৰ মৰমতে অসমীয়া মহিলাৰ সাজেৰে সজ্জিতা হৈ মীৰা





আহি জাহাজত উঠিলহি, সি আজিও ৰহস্যৰ অন্তৰালত।

আমিনগাওঁত ৰেলৰপৰা নামিয়েই মীৰা হৈ পৰিল আগ ৰণুৱা। সকলো মাল-বস্তু মুটীয়াৰ মূৰত জাপি দি জাহাজৰ ফালে আগ বাঢ়ি গ'ল,—ঠিক যেন সদ্যহতে বিয়া দি উলিয়াই দিয়া জীয়াৰীজনীহে স্বামীৰ লগত মাকৰ ঘৰলৈ ঘূৰি আহিছে। সুবিমলে মীৰাৰ পাচে পাচে খোজ চলাই চলাই কাঠৰ চিৰিয়েদি বগুৱা বাই জাহাজত উঠিলেগৈ। মীৰাৰ নতুন ধৰণৰ সাজ-সজ্জাই সুবিমলৰ চকুত চমক্ লগোৱাত এবাৰ সুধিয়েই পেলালে যে তেওঁনো সেই অদ্ভুত ধৰণৰ পোছাক কৰাৰ উদ্দেশ্য কি ? মীৰায়ো ৰসিকতা কৰিয়েই উত্তৰ দিলে যে লঙ্কালৈ গ'লে যদি ৰাৱণ হ'ব লাগে স্বৰ্গলৈ গ'লে অপেশ্চৰী হোৱাতনো বাধা কি ? মীৰাৰ কথা শুনি সুবিমলে মুখ বিকটাই উত্তৰ দিলে, “তুমিও আৰু স্বৰ্গ বিচাৰি পালাহি এই হাবি জঙ্গলৰ মাজত! জানানে, আমাৰ প্ৰভাৰতী দেৱী সৰস্বতীয়ে অসমৰ কথা কি লিখিছে ?”

সচকিত ভাবে মীৰাই এবাৰ কেউফালে নিৰীক্ষণ কৰি চাই সংযত ভাবে কলে, “মনে মনে থাকাঁ, কোনোবাই শুনিব,” বুলি ওপৰলৈ উঠি গৈ জাহাজৰ আগ ছোৱাতে

থকা হেলনীয়া চকী দুখন এদতীয়াকৈ লৈ তাতে দুয়ো বহিলেগৈ। মীৰাৰ সতৰ্কবাণীত সুবিমলৰ বুকুখন দুৰু দুৰু কৰি কঁপিবলৈ ধৰিলে। লগে লগে কাণ দুখনো ৰঙা হৈ পৰি মাত কথাবোৰ থোকা থুকি হৈ পৰিলে। মীৰাই ভালদৰে বুজিব পাৰিলে যে সুবিমলে যথেষ্ট ভয় খাইছে। কৃত্ৰিম হাঁহি মাৰিয়েই ৰাংঢালী মীৰাই মাত দিলে, "তোমাৰ ভয়টো দেখি তাহানিতেই শুনা সংস্কৃতৰ শ্লোক এটালৈ মনত পৰিছে। গোটেইটো মনত নাই যদিও তোমালোকৰ নিচিনা বঙালী বীৰ সকলক উদ্দেশি লিখিছিল এনেদৰে, "দেশে সিংহ, দেশান্তৰে জম্বুক" এঃ জানো আৰু কি কি লিখিছিল। নিজৰ জাতিক মন্তব্য কৰা কোনেও সহ্য কৰিব নোৱাৰে। মীৰাৰ মন্তব্যত সুবিমল সচাঁকৈয়ে অসন্তুষ্ট হৈ মাত দিলে, "কিমান বঙালী যুৱকে বন্দুক সঙ্গীনৰ সম্মুখত ঠিয় দিলে স্বাধীনতাৰ হকে, তাৰ সংখ্যা বিচাৰি পাবানে? অথচ সেই বঙালীৰ কথাকে এনে ধৰণে মন্তব্য কৰে এই অকৃতজ্ঞ নৰপশুহঁতে।

স্বামী স্ত্ৰীৰ মাজত হোৱা কলহত যে সদায়েই প্ৰেম ভাব এটা জড়িত থাকে তাক মীৰাই ভালদৰে বুজি পায়। গিৰিয়েকৰ খং তুলি তাই ভাল পায়। মীৰা শিক্ষিতা ছোৱালী, — দেশ-বিদেশৰ বা-বতৰাৰ সন্ধান ৰখা ছোৱালী





তাই। তাতে হৈছে তাই এজন শিক্ষকৰ তনয়া। সুবিমলৰ খং তুলিবৰ অভিপ্ৰায়েই মীৰাই পুনৰাই ক'লে, "বাঘ এটা দেখিলে শুদা হাতে খেদা মাৰি যোৱা আৰু বন্দুকৰ গুলিৰ আগত বুকু পাতি দিয়া এই দুয়োটাই হৈছে আবেগৰ উন্মাদনা। আৰু এটা কথা, আমাৰ বঙ্গালী বিলাক হৈছে হুজুগ্ প্ৰিয়। কিবা এটা পাবহে লাগে গোটেই বিলাক উবুৰি খাই পৰে, আকৌ ভিৰাই লৰ মৰাতো প্ৰথম। সেই ভিৰৰ মাজত পুলিচে গুলি কৰোতে বহুত মৰিবই, বহুত ঘাইল হবই। কিন্তু আবেগ, উন্মাদনা আৰু উত্তেজনাত শোভাযাত্ৰাত যোগ দি পুলিচবাহিনী দেখি ভিৰাই লৰ মৰা দুই এজনো যদি গুলি খাই মৰে, সেই ভীৰু সকলেও নাম পায় 'ছহিদ্'। মিছা ক'লে কি হ'ব ;— সেই যোগেন্দ্ৰ বসু যথাৰ্থতে আছিল পুলিচৰ গুপ্তচৰ। কত ভিতৰুৱা বতৰা পুলিচক দি কিমান গুপ্ত অনুষ্ঠান ধ্বংস কৰিলে তাৰ সীমা সংখ্যা নাই। সেই দিনা গুলি খাই মৰোতে সি ক'ত শোভাযাত্ৰাত যোগ দি দেশ উদ্ধাৰ কৰিবলৈ গৈছিল? সি গৈছিল চিনেমা চাবলৈ। কেনেবাকৈ গুলি এটা লাগি সি মৰি থাকিল। তাকে লৈ 'ছহিদ্' নাম দি কি বিৰাট শোভাযাত্ৰা। আৰু আমাৰ খবৰ কাগজ কিখনৰ কথানো কি ক'ম। সেই দেশদ্ৰোহীটোকে

মহামানৱ পাতি লৈ ছমাহৰ বাবে আহাৰ যোগাৰ কৰি ল'লে। সঁচাকৈ, এই বিলাক দেখি শুনি বৰ হাঁহি উঠে।"

সুবিমলে খঙেৰেই উত্তৰ দিলে, "বাৰু বাৰু, যাবলৈ দিয়া। তোমাৰ নিচিনা আমি বিশ্বপ্ৰেমিক হ'বও নোৱাৰোঁ আৰু হোৱাৰ কথা ভাবিবও নোৱাৰোঁ। তুমি যিহকে নোকোৱা, এটা কথা সত্য যে আমি আমাৰ নিজৰ দেশতেই সাৱি আহিব নোৱাৰিলোঁ। এই হাবি জঙ্ঘলৰ মাজতনো কিবা আপদ-বিপদ হ'লে আমাৰ আত্মৰক্ষাৰ বাট থাকিবনে? তোমাৰ কথাতেই কলিকতালৈ নগৈ সোমালোঁহি এই হাবি-জঙ্ঘলৰ মাজত। ইয়াৰ মানুহ বিলাকৰ বিষয়ে যি শুনিছোঁ, মোৰ সঁচাকৈয়ে ভয় লাগিছে।"

মীৰাই উত্তৰ দিলে, "তোমাৰ ভয় দুদিনতে কেনিবা যাব। তুমি সেই কিতাপ বিলাককে পঢ়ি মনতে সন্দেহ কৰিছা। 'মিছ মেয়োৰ' কিতাপখনে সমগ্ৰ ভাৰতবাসীৰ ওপৰতে কলঙ্ক দিয়াত মহাত্মা গান্ধীয়ে সেইখনক নলা-পৰিদৰ্শকৰ প্ৰতিৱেদন বুলি আখ্যা দিছিল। দেৱী সৰস্বতীনো অসমলৈ কাহানি আহিছিল যে তেনে ধৰণৰ মন্তব্য এটা দি কিতাপ লিখে? তাহানিতে লামডিঙলৈ এদিন নে আধা দিনৰ বাবে আহিছিল হ'বলা। সেই ভ্ৰমণকে লৈ অসমীয়া মানুহৰ ওপৰত এনে বেয়া ভাব





লোৱা নিতান্ত অন্যায়। সেই কিতাপখন অসমীয়া মানুহে পঢ়িলে বেয়া নাপাবনে? পুনৰবাৰ দেৱী সৰস্বতী অসমলৈ আহিলে তেওঁবিলাকে ক্ষোভ প্ৰদৰ্শন নকৰিবনে? অৱশ্যে সেই ক্ষোভ প্ৰদৰ্শনকে লৈ আমাৰ কাকতবিলাকে প্ৰচাৰ কৰিব বহুত কিবাকিবি। মই হ'লে নিশ্চয়কৈ বুজিছোঁ যে আমি বঙালীবিলাকে এই কেৱলমাত্ৰ এটা দোষৰ কাৰণেই কাৰো লগত মিলিব নোৱাৰোঁ। তুমি অসমত দেখিবা প্ৰত্যেক অসমীয়াৰ ঘৰতে বঙালী কাকত আলোচনী। বঙালী কিতাপ-পত্ৰও তেওঁবিলাকে পঢ়ে আৰু বুজিবলৈ চেষ্টা কৰে। আমাৰ বঙ্কিমচন্দ্ৰ, শৰৎচন্দ্ৰ কবি গুৰু, সুভাষবাবুক তেওঁবিলাকেও শ্ৰদ্ধা কৰে,—আৰু আমাৰ নিজৰ দোষৰ বাবে তেওঁবিলাকে আমাক মাৰ্জ্জনা কৰিলেও মাজে মাজে উত্তেজিত নহবৰ কোনো কাৰণ নাই। কিন্তু সেই সাধাৰণ কথাকে লৈ কাকতে পত্ৰে ইমান ডাঙৰ আলোচনা চলোৱাটোও মোৰ মনে মূৰ্খতাৰ পৰিচায়ক।

"তোমাৰ যুক্তি মই মানি ল'ব নোৱাৰোঁ। ৰাজনীতিৰ মেৰপাক আৰু ইংৰাজৰ কূট চক্ৰান্তৰ কাৰণেহে আমাৰ দেশত সাম্প্ৰদায়িক সংঘৰ্ষই দেখা দিলে। তাৰ পূৰ্ব্বে আজি শ শ বছৰে আমি কেনেকৈ শান্তিৰে আছিলোঁ। এই মুছলমান বিলাকেই আমাৰ খেতি-পথাৰত কাম-বন

কৰি আমাৰ জমিদাৰীতেই বন্ধা ৰূপে কত-কাল থাকি গ'ল? লিখা-পঢ়া নজনা মূৰ্খ সিহঁত। সেয়েহে আনৰ প্ৰৰোচনাত পৰি আমাৰ সোণৰ দেশখন চাৰখাৰ কৰিলে। আৰু ভাবি চোৱাঁ, এই ভাৰতৰ ভিতৰত এনে এখন প্ৰদেশ আছেনে য'ত বঙালী অধিবাসী নাই। কাৰো লগত মিলিব নোৱাৰিলেনো দেশে দেশান্তৰে আমাৰ মানুহবোৰ আছে কেনেকৈ।"

বহি থকা চকীখন অলপ চোঁচোৰাই সুবিমলৰ কাষ চাপি মীৰাই ক'লে, "ৰ'বা, জাহাজ এৰিবলৈ বহুত সময় আছে। এতিয়া তোমাৰ লগত তৰ্ককে কৰোঁ।....হওঁতে হয়, তুমি ঠিক কথাকেই কৈছাঁ, ইংৰাজেই চক্ৰান্ত কৰি সেই মুছলমান সকলক সমূহীয়া ভাবে নিৰক্ষৰ কৰি ৰাখি হিন্দু জমিদাৰসকলৰ ঘৰত অথবা জমিদাৰীত বন্ধা কৰি ৰাখিলে আৰু শ শ বছৰ ধৰি সিহঁতক নিৰ্য্যাতিত, নিষ্পেষিত কৰি ৰাখিবৰ কাৰণে আমিও সুবিধা পালোঁ। ধৈৰ্য্যৰো এটা সীমা আছে নহয়। শুনা, তাহানিৰে এটা দুৰ্ঘটনাৰ কথা। এই অসমৰে উজনি অঞ্চলত এজন মানুহে পোহনীয়া বোন্দা মেকুৰী এটা দুৱাৰ-খিড়িকী বন্ধ কৰি লৈ প্ৰহাৰ কৰিবলৈ ধৰিলে। অপৰাধ,—মেকুৰীটোৱে গাখীৰ চুৰ কৰি খালে। মাৰৰ প্ৰকোপ চৰি গ'ল! মেকুৰীটোৱেও ইফালে সিফালে চালে-বেৰে জপিয়াই জপিয়াই আত্মৰক্ষাৰ





কাৰণে আপ্ৰাণ চেষ্টা কৰিবলৈ ধৰিলে। মাৰৰ কিন্তু উপশম নহ'ল। অৱশেষত মেকুৰীটোৱে প্ৰাণৰ মমতা এৰি দি জাপমাৰি মানুহজনৰ ডিঙিত কামুৰি ধৰি নেলুটো একেবাৰে চিঙি পেলালে। দুদিনৰ মূৰত সেই মানুহজনৰ মৃত্যু ঘটে। তাকেহে ক'ব খোজোঁ যে সিহঁতৰ গাতনো জগৰ দিম কেনেকৈ? আজি শ শ বছৰে সিহঁতক ভৰিৰে হেঁচি গচকি ৰাখি হকে নহকে উৎপীড়ন কৰাৰ কাৰণেই মেকুৰীটোৰ নিচিনাকৈ সিহঁত উত্তেজিত হৈ পৰিল। ইয়াত কিন্তু হিন্দু মুছলমানৰ বেচ মিলা-প্ৰীতি ভাব। তুমি দেখি আচৰিত হ'বা।"

বাধা দি সুবিমলে ক'লে, "তুমি যে কৈছা আমি ক'তো মিলিব নোৱাৰো বুলি, কিন্তু আমাৰ মানুহবোৰেই দেখোন ভাৰতৰ ইমূৰৰপৰা সিমূৰলৈকে বিয়পি পৰি সৰ্ব্ব ভাৰততে কৃষ্টি, সাহিত্য, সভ্যতাৰ শিক্ষা দান কৰিছে।"

মীৰাও মনে মনে থকা বিধৰ ছোৱালী নহয়। গিৰিয়েকৰ মুখৰ কথা কাঢ়ি লৈ তাই ক'লে, "ময়ো কওঁ, বিয়পি আছে হয়। কিন্তু চৰ-গোৰ খাই থকাতকৈ নথকাই ভাল। তাহানি এই 'ক্লেটৰ' ওপৰতে আমি ব্ৰহ্ম দেশৰপৰা অহা বঙালী বেৰিষ্টাৰ এজনক লগ পাইছিলোঁ। তেওঁবিলাকে বোলে ব্ৰহ্মদেশ শত্ৰুৰ হাতত পৰাৰ লগে

লগে বহুত দুখ-কষ্টৰ মাজেদি পদব্ৰজে লেখাপানীয়েদি আহি অসম সোমাইছিলহি। বাস্তবিকতে, সেই দলটো দেখি আমাৰ মনত বৰ দুখ লাগিছিল আৰু তেওঁবিলাকৰ মুখে বাটত হোৱা দুখ-দুৰ্গতিৰ বতৰাবিলাক পাই আমাৰ মনটোহঁত যে কেনে লাগিছিল তাক বুজাব নোৱাৰি। আমাৰো তেনে অৱস্থা হোৱাৰ পূৰ্ব্বতে যে আমি অসম ত্যাগ কৰি পলাই আহিবলৈ সেইদিনা সক্ষম হৈছিলোঁ তাৰবাবে ধন্য মানিছিলোঁ। দবাচলতে ঠিক সেই দিনা, সেই বেলতে আমাক দদাইদেৱে অসমৰপৰা পলুৱাই নিছিল বঙ্গদেশলৈ। ব্ৰহ্মদেশৰ সেই ভগনীয়াবিলাকৰপৰা আমি বহুত দুখ-দুৰ্গতিৰ কথা শুনিছিলোঁ। অৱশ্যে তাৰ মাজতো অতিৰঞ্জিত কথাৰ অভাৱ নাছিল।

সেইটো আছিল যুদ্ধৰ যুগ। দুজন লগ লাগিলেই যুদ্ধ, জাপানীৰ আগমন, বোমা বৰ্ষণ, পলায়ন ইত্যাদিৰ বাহিৰে অন্য আ-আলোচনা খুব কমেই আছিল। ব্ৰহ্মদেশ শত্ৰুৰ হাতত পৰাৰ কালতে তাত থকা ভাৰতীয়সকলৰ ওপৰত স্থানীয় মানুহে নানান অত্যাচাৰ কৰাৰ যি বাতৰি বা উৰাবাতৰি প্ৰচাৰ হৈছিল সেই বাতৰিয়ে সেই কালত অসমত বসবাস কৰি থকা আমি বঙালী সকলক অতি মাত্ৰাই ব্যাকুল কৰি তুলিছিল! বাস্তবিকতে, বোমাৰ





ভয়তকৈ অসমীয়া স্থানীয় মানুহে কি যে অত্যাচাৰ নকৰিব, সেই ভাব চিন্তাতেই আমি অধীৰ হৈ পৰিছিলোঁ। আমাৰ মনত ঘোৰ আশঙ্কা আছিল যে জাপানীৰ দ্বিতীয় আক্ৰমণ হ'ব অসমত আৰু তেতিয়া হ'লে ব্ৰহ্মদেশৰ নিচিনাকৈ আমাৰ ওপৰতো অসমৰ মানুহে অত্যাচাৰ কৰিব। সেয়েহে সেইদিনা বেৰিষ্টাৰজনক লগ পাই আমি আগুৰি ধৰি বহুত প্ৰশ্ন কৰিছিলোঁ। আমাৰ প্ৰশ্ন সমূহৰ ঘাই কথা আছিল তাতনো কিয় ভাৰতবাসীৰ ওপৰত স্থানীয় মানুহে তেনে অমানুষিক অত্যাচাৰ কৰিছে! প্ৰশ্নৰ উত্তৰত বেৰিষ্টাৰজনে ক'লে, "যদি কেৱল বঙালী বিলাকেই ভাৰতবাসী হয়, তেতিয়াহলে মযো কওঁ যে ভাৰতবাসীৰ ওপৰত অত্যাচাৰ কৰিছে। কিন্তু প্ৰকৃততে তাত যি উৎপীড়ন হৈছে, সি কেৱল মাত্ৰ বঙালী বিলাকৰ ওপৰতহে। তাৰবাবে অৱশ্যে আমি আৰু আমাৰ পূৰ্ব্বপুৰুষ সকলেই দায়ী, সিহঁতকনো কি দোষ দিম?"

তেখেতৰ কথাৰ মৰ্ম্ম বুজিব নোৱাৰি আমি জাউৰিয়ে জাউৰিয়ে প্ৰশ্ন তোলাত তেখেতে কৈছিল যে ব্ৰহ্মদেশৰ মানুহৰ ভাৰতবাসীৰ ওপৰত একো আক্ৰোশ নাই,—যদি কিবা আছে কেৱল বঙালীসকলৰ ওপৰতহে। বঙালীৰ ওপৰতনো কিয় আক্ৰোশ, তাৰ কাৰণ বিচাৰি বেচি দূৰ

যাব নালাগে। কেৱল মাত্র শৰৎ চেটাৰ্জ্জীৰ শ্ৰীকান্তখন ভালকৈ, সূক্ষ্মৰূপে অধ্যয়ন কৰিলেই সকলো বিলাক বোলে জল্-জল্, পট্-পট্কৈ ওলাই পৰিব। মই অৱশ্যে শ্ৰীকান্তখন ভালদৰে পঢ়ি চোৱা নাই....।"

"বাৰু থোঁৱা", সুবিমলে উত্তৰ দিলে, "তোমাৰ নিজৰ কথাতেই নিজেই পাক খাই পৰিলা। দেৱী সৰস্বতীৰ কিতাপৰ বাক্যৰ বিৰোধিতা কৰি শৰৎ চেটাৰ্জ্জীৰ শ্ৰীকান্তৰ চৰিত্ৰৰ শৰণাগত হোৱাৰ অৰ্থ বুজিবলৈ টান পালোঁ। অসমত জন্ম লোৱাৰ বাবেই কিজানি তুমিও অসমীয়া হৈ পৰি, নিজৰ জাতিকে ভাল নোপোৱা হৈছাঁ।"

হাঁহি হাঁহিয়েই মীৰাই কলে,—"তোমাৰ কথাটো একেবাৰে ভুল নহয়। এই অসম দেশ খনত এটা বিশেষত্ব আছে; সেইটো হৈছে যি দেশৰপৰাই ইয়ালৈ মানুহ নাহক, কেই পুৰুষমানৰ ভিতৰতে সিহঁত অসমীয়া হৈ যায়। অসমৰ উচ্চ বংশৰ ব্ৰাহ্মণ, কায়স্থসকল আহিছিল বিহাৰৰপৰা,—আজি তেওঁবিলাকৰ সতি সন্ততি হৈছে অসমীয়া। আহোম সকল আহিছিল টাই দেশৰপৰা— আজি তেওঁবিলাক হৈ পৰিছে অসমীয়া আৰু অসমীয়াৰ স্বাৰ্থ ৰক্ষাৰ্থে উৰি পৰি লাগিছে। নগাঁৱত বসবাস কৰা পঞ্জাবী বিলাকৰ ডাঢ়ি-চুলি, পাগুৰীয়ে যদিও পঞ্জাবী





বুলিয়েই চিনাকি কৰি দিয়ে, তেওঁবিলাকে নিজে নিজকে অসমীয়া বুলিহে চিনাকি দিয়ে আৰু অসমীয়াইও তেওঁ-বিলাকক অসমীয়া বুলি গ্ৰহণ কৰিছে। তেজপুৰৰ আগৰওৱালা বংশই অসমীয়া ভাষা, সাহিত্য, কৃষ্টি আদিৰ গবেষণা কৰি যি অৱদান দিছে তেনে অৱদান বঙালী ভাষাত পোৱা যাবনে? তাৰ উপৰিও চাহ বাগিচাৰ বহুত বনুৱা অসমীয়া হৈ পৰি অসমীয়াৰ জনসংখ্যা বৃদ্ধি কৰাত ইন্ধন যোগাইছে। কেৱল আমি এই অজীণ-পাতকী বিলাকেহে জীণ যাব নোৱাৰিলোঁ আৰু তাৰ বাবেই যত বিপত্তি!"

অলপ উত্তেজিত অৱস্থাত সুবিমলে কলে, "নিজৰ মাতৃভূমি পাহৰি যোৱাতো সভ্যতাৰ লক্ষণ নহয়। আমি য'তে থাকোঁ লাগিলে, 'ঘৰ ক'ত' বুলি প্ৰশ্ন কৰিলে আমাৰ বঙালীসকলে নিজৰ গাওঁখনৰ কথাকেহে ক'ব। কলিকাতা মহানগৰীত বসতি কৰিব পাৰোঁ, কিন্তু আমি সেই বুলি কলিকতীয়া হৈ নাযাওঁ। আজি আমি সৰ্ব্বস্বান্ত হৈ নিজৰ মাতৃভূমি চিৰকালৰ বাবে পৰিত্যাগ কৰিব লগীয়া হ'ল যদিও আমাৰ পো-নাতি পৰ্য্যন্ত মই শিক্ষা দি যাম যে সিহঁতৰ ঘৰ, সিহঁতৰ দেশ হৈছে নোৱাখালীত। তাৰ-পৰা নিষ্পেষিত কৰি খেদাই দিলে। কিন্তু সেই নিজৰ

গাওঁখনৰ প্ৰতি সিহঁতে আজীৱন মূৰ দোঁৱাব লাগিব, এই বুজনি সিহঁতক মই দি যাম।

আৰু অন্য জাতিৰ লগত বঙালীবিলাক কি অপৰাধত এক হৈ যাব? পঞ্জাৱী সকল যোদ্ধা হ'ব পাৰে; কিন্তু সিহঁতৰ কৃষ্টি, সাহিত্য, সভ্যতা একোৱেই নাই। মাৰোৱাৰীৰ কথা উঠাবই নালাগে। সেই এটা জাতিয়েই মাথোন নিজৰ ভাষা বুলি ক'বলৈ একো নাই। তেওঁবিলাকক লাগে ব্যৱসায়, লাগে ধন। সেই বিলাক অসমীয়া হৈ যোৱাত বিশেষত্ব নাই। টাই দেশৰ মানুহ বিলাকে, অসমৰ ভাষা কৃষ্টি যদি কিবা আছে, তাক গ্ৰহণ কৰাৰ বাহিৰে নিস্তাৰ নাই। বাগানৰ বনুৱা বিলাকৰ কথা নুঠেই। কিন্তু আমাৰ? আমাৰ সভ্যতা, আমাৰ সাহিত্য, আমাৰ কৃষ্টি, এই বোৰেই হৈ পৰিছে ভাৰতীয় সাহিত্য, ভাৰতীয় সভ্যতা আৰু ভাৰতীয় কৃষ্টি। আজি সুভাষ বাবু থকা হ'লে বঙালী ভাষাই প্ৰাধান্য লাভ কৰি ৰাষ্ট্ৰভাষাৰূপে গণ্য হ'লহেঁতেন। তেনে স্থলত এই অসভ্য দেশৰ, উলঙ্গ বাসিন্দাৰ সৈতে আমি কি অপৰাধত লীন হৈ আমাৰ পুৰণি সভ্যতাক অৱমাননা কৰিম। বৰঞ্চ বঙালীৰ নিচিনা উন্নত জাতিৰ ভাষা, কৃষ্টি গ্ৰহণ কৰিলে এই অসমীয়াবিলাকে নিজেই ধন্য হোৱাৰ উপৰিও আমাৰ





বঙ্গদেশখন এখন বৃহৎ বঙ্গভূমিলৈ পৰিণত হ'ব। ইফালে বিহাৰ আৰু উৰিষ্যাক যদি বঙালী কৰি ল'ব পাৰি, তেতিয়া হ'লে পূৰ্ব্ব ভাৰতত এক শক্তিশালী জাতি গঠন হৈ ভাৰতবৰ্ষৰ মুখ উজ্জ্বল কৰিব।

উত্তেজিত ভাবে সুবিমলে কথাবিলাক অলপ ডাঙৰ ডাঙৰকৈয়ে কৈ যোৱাত মীৰাই বৰ অস্বস্তি বোধ কৰিছিল এটা কাৰণত যে অসম আহি সোমায়েই অসমৰ বিৰুদ্ধে আলোচনা চলোৱাটো, বিশেষকৈ পাণ্ডুৰ ষ্টেচনৰ ওপৰত, বাঞ্ছনীয় নহয়। মীৰাই দুই এবাৰ মূৰ ঘূৰাই ইফালে সিফালে চাই দেখে যে অলপ দূৰতে, চাহৰ পিয়লা দুটা লৈ বহি থকা যুৱক দুজনে কাণ ঠিয় কৰি তেওঁবিলাকৰ কথাবিলাক শুনিবৰ কাৰণে চেষ্টা কৰিছে। ইঙ্গিতেৰে সুবিমলক মনে মনে থাকিবলৈ কৈ মীৰাই পুনৰাই ভয় সনা ভাবেৰে সেই যুৱক দুটিৰ ফালে চাওঁতে তাৰে এজনক চিনো চিনো লাগিলে। ক্ষন্তেক কাল চাই থাকোঁতেই ডেকাটিৰ সৈতে চাৰি চকুৰ মিলন হ'ল। ডেকাজনেও ওঁঠত হাঁহি বিৰিঙাই মীৰাৰ কাষ চাপি আহি প্ৰশ্ন কৰিলে যে তেওঁ মীৰা বাইদেউ হয়নে নহয়! পলকতে মীৰাৰ মানস পটত অতীত কালৰ সোঁৱৰণে দেখা দি গ'ল। "তুমি বিপিন? ইমান ডাঙৰ হ'লা"? বুলি মাত এষাৰ দিয়েই মীৰাই

মনৰ আবেগ আৰু বহুত কিবা কিবি কাৰণত চকুৰ লোতক বোৱাই দি সুবিমলক উদ্দ্যেশি ক'লে, "আমাৰ বান্ধবী ইৰাদিৰ মাসতুত ভাই বিপিন।"

সুবিমলৰ সৈতে বিপিনক পৰিচয় কৰি দি মীৰাই বিপিনৰপৰা বহুত কথাৰে ওৰ লৈ বুজিব পাৰিলে যে তেওঁৰ অতীতৰ বান্ধবী ইৰা ভালেদিনৰপৰা গুৱাহাটীতে বসতি কৰিছেহি! ইৰাৰ ঘৰৰ ঠিকনা সংগ্ৰহ কৰি লৈ মীৰাই ঠিৰাং কৰিলে যে তেওঁ বিলাক গৈ ইৰাৰ ঘৰতেই আলহী হবগৈ।

হঠাতে জাহাজত টিং টিং কৰি ঘণ্টা বাজি উঠাত মীৰাই বুজিব পাৰিলে সে ব্ৰহ্মপুত্ৰৰ কুঁৰলী ভেদ কৰি 'ফ্লেট' খন আহি পাণ্ডুঘাটত লাগিছেহি। লগে লগে মাল নিবৰ বাবে মুটিয়া বিলাকে হুৰ্‌মুৰ কৰে 'ফ্লেটৰ' ওপৰত উঠাত যি এক অদ্ভুত শব্দ কাণত প্ৰবেশ কৰিলে সেই শব্দই মীৰাৰ মনটো তাহানিৰ কাললৈ ঘূৰাই লৈ গ'ল,—যি কালত ঠিক সেই ধৰণৰ ভৰিৰ শব্দ মীৰাই বহুত বাৰ পাণ্ডুৰ 'ফ্লেট'ৰ ওপৰত শুনিবলৈ পাইছিল। সুবিমলক কিন্তু সেই অপৰিচিত শব্দই যথেষ্ট পৰিমাণে ভয় খুৱালে। তেওঁ পলকতে চকুৰ আগতে এক্কন্তেকৰ কাৰণে দেখা পালে পূৰ্ব্ববঙ্গৰ সেই বিভীষিকা—যিহৰ ভয়ত





তেওঁবিলাকে সেই দিনা পলাই আহিছিল অসমলৈ। হাঁহি মুখে মীৰাই হাতত বেগটো লৈ তললৈ নামি আহিব খোজোতেই সুবিমলে মীৰাৰ হাতখন টানি ধৰি ক'লে 'ৰ'বা, কিহৰ শব্দ ?' প্ৰশ্নৰ অৰ্থ বুজিবলৈ মীৰাৰ বাকী নৰ'ল। তাই ৰসিকতা কৰি উত্তৰ দিলে, 'আক্ৰমণকাৰীৰ পদশব্দ'। মীৰাৰ মন্তব্যত বিপিনে ডাঙৰলৈ হাঁহি মাৰি ক'লে, 'বাইদেউ, আপুনি আগৰ বাইদেউজনীয়েই হৈ আছে।' সুবিমলক উদ্দ্যেশি আকৌ কলে, 'আহক, আপুনি ভয় নকৰিব। মোৰ পাচ লওক,' বুলি বিপিন আগ বাঢ়ি গ'ল। মীৰা আৰু সুবিমলে পাচে পাচে ভৰি চলালে।

* * * *
* * *
* *

মটৰ গাড়ী সোমাব পৰা দীঘলকৈ পদূলিটো, ধুনীয়া ফুলনিখনত নানা তৰহৰ দেশী বিদেশী ফুল, ইটাৰ দেৱালেৰে ঘেৰা বাৰীখন আৰু পুৰণি আভিজাত্য ঘোষণা কৰিব পৰা ধুনীয়া পকী-ঘৰটো দেখিলে 'এইটো কাৰ ঘৰ' বুলি নোসোধা মানুহ নাই। বিয়াৰ পিচত ন-গৃহস্থালি কৰিবলৈ অহা ইৰাই অন্য বস্তুৰ লগতে ৰঙা গোলাপ ফুলৰ কলম কেইডালিমান লৈ অহা দেখি, ন-ঘৈণীৰ মন যোগাবৰ

কাৰণেই মৃগেনে ঘৰৰ সম্মুখত ফুল-বাৰী এখন পাতিলে আৰু অ'ৰ ত'ৰ বিচাৰি আনি ফুল লগাই বাৰীখন ৰমক্-জমক্ কৰি পেলালে। অপুত্ৰক দদায়েকৰ মৃত্যুত তেওঁবিলাক সাময়িকভাবে দদায়েকৰ সা-সম্পত্তিৰ সন্ধানত গুৱাহাটীলৈ গৈ উত্তৰাধিকাৰী সূত্ৰে দদায়েকৰ সেই বিৰাট বঙলা ঘৰ অধিকাৰ কৰি লৈ দীঘলকৈ কেইবাটাও বছৰ তাতেই থাকিল। ইফালে ইৰায়ো নিজ অভিৰুচি মতে তাতো এখন ধুনীয়া ফুলনি-বাৰী স্থাপন কৰি ল'লে। সঁচাই মিছাই 'অসমত প্ৰাদেশিক সংকীৰ্ণতা' নামৰ কলিকতীয়া বাতৰি কাকতৰ প্ৰৱন্ধাৱলীয়ে অন্য কৰক নকৰক ইৰা আৰু মৃগেনৰ বৰ উপকাৰ সাধিলে। তেতিয়াৰেপৰা বাৰ-মাহৰ তেৰটা পূজাৰ অজুহাতত নিশাতে বাৰীৰ ফুলবিলাক উদং কৰি লৈ যোৱা বঙ্গদেশীয় বালক-বালিকাৰ চিৰকলীয়া প্ৰথাটো সাময়িক ভাবে সাম কাটি গ'ল। ফুল-গছবিলা-কেও ফুল-চোৰৰ হাতৰপৰা অব্যাহতি পাই হাঁহি মাৰি উঠিল।

মৃগেনৰ গাড়ী বাৰান্দালৈকে মটৰখন নি ৰখোৱাত লগতে ঘৰ দেখুৱাবলৈ বুলি উঠি অহা বিপিনে গাড়ীৰপৰা নামি লৰালৰিকৈ ভিতৰলৈ সোমাই গৈ ইৰাক বতৰা দিলেগৈ যে মীৰা বাইদেৱেক মালে বস্তুৱে আহি পাইছেহি।





ৰান্ধনি-ঘৰৰ কামত ব্যস্ত থকা ইৰাই কথাটো বিশ্বাস নকৰিলেও শুনি বৰ ৰং পাই সুধিলে,—'সঁচানে' ?

'ওঁ, চোঁৱাহি।'....ইৰাই পুনৰ কলে, 'বিদ্যা ?' অৰ্থাৎ বিদ্যাৰ শপত ? উত্তৰত ভায়েকেও 'বিদ্যা' বুলি কোঁৱাৰ লগে লগে বিজুলী এছাটিৰ দৰে ইৰা ওলাই গৈ বাহিৰ পালেগৈ। গৈ দেখে, হয়। সুবিমল গাড়ীৰ ড্ৰাইভাৰক ভাড়া দি থকা অৱস্থাত আৰু ওচৰতে হাতত বেগটো লৈ মীৰা ঠিয় হৈ আছে। সুবিমলক দেখি ইৰাই দাঁতেৰে জিভাৰ আগটো কামুৰি ধৰি মূৰত ওৰণিখন লৈ দুখোজ পিচুৱাই আহিলে। ইৰাক দেখা মাত্ৰে মীৰাই 'ইৰাদি' বুলি আবেগপূৰ্ণ স্বৰেৰে মাত এষাৰ দি মনৰ উত্তেজনাত গৰা মাৰি ধৰি কান্দিবলৈ ধৰিলে। স্বৰগ-পৰা যেন হৈ সুবিমল ঠিয় দি ৰ'ল। অফিচ্-কোঠাৰ দুৱাৰখন মেলি মৃগেন ওলাই আহি দেখে এক অভিনয়। ভাবিলে, 'কোন ইইঁত'? তথাপি সৌজন্যতাৰ কাৰ্পণ্য নকৰি সুবিমলক নমস্কাৰ দি মাতি নি ড্ৰইং ৰূমত বহুৱালেগৈ। ইৰাক উদ্দেশি কৈ গ'ল যে তেওঁ যাতে বান্ধৱীক ভিতৰলৈ লৈ যায়।

খন্তেক কাল মৌন অৱস্থাত মৃগেন আৰু সুবিমল বহি থকাৰ পাচতে বিপিনে খবৰ দিলেহি যে মীৰাই হেনো

মৃগেনৰ বিচাৰ কৰিছে। কথাযাৰ শুনি মৃগেন অলপ অপ্রস্তুত হোৱাদি হ'ল। ক'ৰ অচিনাকি ছোৱালী এজনী আহিয়েই তেওঁৰ খবৰ কৰাত আচৰিতো হ'ল। ভিতৰলৈ গৈ দেখেগৈ যে বান্ধবীৰ সৈতে শোৱনি-কোঠাত ইৰা আলাপ আলোচনাত মগ্ন। ইৰাকেই মাত দি মৃগেনে ক'লে 'বাহিৰলৈ চাহ পঠাই দিয়া। ৰামবিলাসক ক'বা আলহী থকা ঘৰটো যেন ঠিক কৰি দিয়ে! আজি বিপিনো ইয়াতে থাওক, কি বোলাঁ (?)' বুলি ইৰাৰ উত্তৰলৈ আশা কৰোঁতেই মীৰা উঠি আহি নমস্কাৰ এটা দি মৃগেনৰ সন্মুখত ঠিয় হ'লহি। ইৰাই পৰিচয় কৰি দিয়াত মৃগেনে ক'লে, 'মই তোমাৰ সেই অতীতৰ বান্ধবী বুলি উমানে-উমানে বুজিব পাৰিছিলোঁ। এতিয়া বাৰু বিশ্রাম কৰক, পাচে পৰেও কথা-বাৰ্ত্তা হ'ম। বাহিৰত তেখেত অকলে আছে, মই যাওঁ'—বুলি ওলাই যাওঁতে-নাযাওঁতেই মীৰাই মাত দিলে, 'জামাইবাবু, আমি বাস্তুহাৰা। আশ্রয়প্রার্থী হৈ ইয়ালৈ আহিছোঁ। আমাক আশ্রয় দিবতো?' উত্তৰত মৃগেনে কলে, 'এই ঘৰ-দুৱাৰ যদি আপোনাসকলে নিজৰ বুলি ভাবি ইয়াতেই চিৰকাল থাকে, মই বৰ ৰং পাম। আমাৰ ক্ষুদ্র পঁজাত যদি আশ্রয়-প্রার্থীক আশ্রয় দিব পাৰোঁ, তাতোকৈ সুখৰ কথা কিবা হ'ব পাৰেনে?





মৃগেনক মীৰাই মাতি নিয়াত ইফালে মৃগেনৰ 'ড্রয়িং-ৰুমত' সুবিমল হৈ পৰিল অকল। অচিন দেশৰ নিচিনা নৰ্জনা মানুহৰ কথা বাৰ্ত্তাও বুজি নাপায়। নিজৰ পৰিবাৰ মীৰা আহি অসম সোমায়েই অসমীয়াজনী হৈ পৰিল। বিপিন, মৃগেন আৰু বান্ধবী ইৰাৰ লগত অসমীয়াতে কথা বাৰ্ত্তা হ'বলৈ ধৰিলে। দুই এটা শব্দ বুজিব পাৰিলেও কথা-বাৰ্ত্তাত যোগ দিয়াটো সুবিমলৰ পক্ষে দুৰূহ হৈ উঠিলে। বাধ্য হৈ সুবিমলে ইংৰাজী ভাষাৰ আশ্রয় ল'ব লগীয়া হ'ল। মৃগেনৰ সৈতে সেই অলপ সময় ইংৰাজীতেই কথা বাৰ্ত্তা হৈছিল। মৃগেন ভিতৰমুৱা হ'লতে সুবিমলে 'ড্রইং-ৰুমত' বহি বহি নিজৰ দুৰ্ভগীয়া জীৱনৰ পুৰণা কাহিনী আৰু ঘটনা সমূহ পৰ্য্যালোচনাত লিপ্ত হ'ল।

মৃগেনৰ বিৰাটকায় ড্রইং ৰুমটো পৌৰাণিক আৰু আধুনিক যুগৰ চিত্ৰকলা আৰু অন্যান্য সামগ্ৰীৰ দ্বাৰা সজ্জিত। মৃগেনৰ পিতাক আছিল এজন ডাঙৰ চিকাৰী। চিকাৰত বধ কৰা বন্য জন্তুৰ ছাল, শিং আৰু অন্যান্য সংৰক্ষণীয় বস্তুৰ উপৰিও পাহাৰী মানুহৰ দা-কটাৰী, যাঠী-জোং আৰু সাজ-পোছাকবিলাক সংগ্রহ কৰি আনি তেওঁৰ ড্রইং-ৰুমটো সজাইছিলহি। সেইবোৰকে আনি

মৃগেনে গুৱাহাটীৰ দদায়েকৰ ঘৰৰ ড্ৰইং-ৰুমৰ শোভা বৰ্দ্ধন কৰিলহি। বেৰৰ ওপৰত সুবিমলে দেখা পালে পূৰণ চিনটোৰ নিচিনাকে সজাই থোৱা আছে নগা-যাঠী ডুডাল। তাৰ দুয়ো কাষে স্থান লভা আবৰ-যাঠী আৰু দীঘল নোমযুক্ত নগা-দা কেইখন,—বেৰৰপৰা ওলমাই আনি মাৰ্ব্বল পাথৰৰ সৰু মেজ খনতে বৃহৎ ৰূপে প্ৰসাৰিত মুখ-যুক্ত ঢেঁকীয়া-পতীয়া বাঘৰ ছাল খন, ইফালে সিফালে আঁৰি থোৱা ধেনু-কাঁড়ৰ বিতোপন তূণ বিলাক চাই চাই সুবিমলৰ বঙলুৱা বুকুখন কঁপিবলৈ ধৰিলে। ভাবিলে, 'এই বিলাক কি ? এই অস্ত্ৰ-সস্ত্ৰকে লৈ ইহঁতে বোধকৰোঁ আক্ৰমণ কৰে।' সুবিমলৰ সঁচাকৈয়ে মীৰাৰ ওপৰত বৰ খং উঠিল। ভাবিলে মীৰাই যেন তেওঁক বিপদৰ মুখলৈকে টানি আনিলে। 'কিয়, কি উদ্দেশ্যে তাই এনে কাম কৰিলে (?)' বুলি ভাবোতে নাভাবোতেই মৃগেনৰ পুনৰ প্ৰৱেশ হ'ল সেই কোঠাটোত। মৃগেনৰ লগে লগে ইৰায়ো চাহ জলপান লৈ আহি সুবিমলৰ ওচৰত থকা সৰু মেজখনতে থ'লেহি। সুবিমলে ভয়ে ভয়ে এবাৰ ইৰাৰ ফাললৈ চালে ;—পলকতে বেৰত আঁৰি থোৱা যাঠী-জোং আদি অস্ত্ৰ বিলাকলৈ চকু ফুৰাই চাই হতভম্ব অৱস্থাত থৰ লাগি ৰ'ল। অচিনাকি ঘৰত





অসুবিধা বোধ কৰি সুবিমলে যে তেনেকৈ অকৰা লাগিছে তাক ইৰাই বুজিব পাৰিও একো কথা নক'লে। ইৰা আছিল সৰুৰেপৰা গহীন, তাতে তাই অসমীয়া। মৃগেনক প্ৰথমবাৰৰ বাবে লগ পায়েই 'জামাইবাবু' বুলি মীৰাই সম্বোধন কৰিলে যদিও তেনে ধৰণৰ কাৰ্য্য বঙালী ছোৱালীৰ স্বভাৱসিদ্ধ। কোনো অসমীয়া গাভৰুৱে ইমান কম সময়ৰ ভিতৰত কোনো অনাত্মীয় পুৰুষক 'মামা' 'দাদা' বুলি মাতিব যে নোৱাৰেই, কথা ক'বলৈকে সঙ্কোচ বোধ কৰে। ইৰাৰ নিচিনা গহীন গাভৰুৰ কথা আৰু পৃথক।

নিস্তব্ধতা ভঙ্গ কৰি মৃগেনেই ইংৰাজী ধৰণে ইংৰাজীতেই সুবিমলক গলধঃকৰণৰ বাবে অনুৰোধ জনাই নিজে কাষ চাপি বহিল। সেইটি সুবিধাতে ইৰাও অন্তৰ্দ্ধান হৈ সেইবাৰ নিজে নাহি বিপিনৰ হাততেই তামোলৰ বটাটো দি পঠালে।

মৃগেনৰ বঙলা ঘৰৰ উত্তৰফালে অৱস্থিত আহল বহল কোঠা দুটাকেই আলহীৰ কাৰণে আচুতীয়াকৈ ৰখা হৈছিল। লগতে লাগি থকা গা ধোৱা ঘৰটো আছিল আধুনিক সৰঞ্জামেৰে সজ্জিত। সেই নিৰ্দ্দিষ্ট কোঠালৈ সুবিমল হঁতৰ বস্তু বেহানি নিউৱা হ'ল। মীৰায়ো কোঠাটো থান-

অথবা সখীয়েৰাৰ লগত ওৰে নিশানো কি কথা পাতিলা" বুলি প্ৰশ্ন কৰিলে উত্তৰ আহে, 'সেই চুৰেটাৰ গোঠা বৰফি পেটাৰ্গৰ মোৰটো', 'সেই আদা আৰু পুৰাকলৰ ৰন্ধন প্ৰণালীটো' ইত্যাদি।

তেওঁবিলাকৰ গুণগুণনিত কিন্তু পুৰুষসকলে সন্দেহ কৰা অনুচিত। আমি ঠিৰাং কৰি ক'ব পাৰোঁ যে তেনে ধৰণৰ ফুচ্‌ফুচনিত কোনো গুপ্ত অভিসন্ধি নাথাকে। তাত গিৰিয়েকহঁতক বিহ দিবৰ বাবে মন্ত্ৰণা নচলে। গিৰিয়েকহঁতৰ কুৎসা আলোচনাও তাত নহয়। বৰঞ্চ তাৰ বিপৰীতটোহে। স্বামী-স্নেহ আৰু প্ৰণয়ৰ বিষয়ে আনৰ আগত প্ৰকাশি ক'ব নোৱাৰি বাই-ভনী সমনীয়া আদিৰ ওচৰতেই বাকি দিয়ে দিনে নিশাই হিয়া উবুৰিয়াই। প্ৰকাৰান্তৰে নিজ নিজ স্বামীৰ গুণানুকীৰ্ত্তনেই উক্ত গুণ-গুণনিৰ গুৰি কথা। এক কথাত কবলৈ হ'লে তেনে ধৰণৰ কথাৰ সাৰ-মৰ্ম্ম হৈছে, "......তোমাৰ জনতকৈ মোৰ জন ভাল। মোৰ জনে মোক বৰ মৰম কৰে। মাহৰ সমুদায় অৰ্জন মোৰ হাততেই পৰেহি ;—মোক বৰ আতোল-তোল কৰে," এয়ে! 'কাইলৈ ফুৰিবলৈ যাম ওলাবা' বুলি লগ ধৰোঁতে 'বাৰু যাম' বুলি নকৈ যদি 'সুধি চাম' বুলি উত্তৰ দিয়ে, ইজনীয়ে টেপেৰকৰে মাত দিব, 'আমাৰ





তেখেতে হ'লে সুধিলে বেয়াহে পায়।' কি ভাবতনো কথাষাৰি প্ৰকাশ কৰে বুজা জনে বঢ়িয়াকৈ বুজি লয়।

আমাৰ ইৰায়ো সখীয়েক মীৰাক বহুত দিনৰ মূৰত পাই নোপোৱাই পোৱাদি পালে। তাতে যেতিয়া তেওঁবিলাকে ইৰাৰ ঘৰতে থাকিবৰ বাবে ইচ্ছা প্ৰকাশ কৰিলে আৰু পায় কোনে? ওৰে দিনটো কথা শেষ নোহোৱাত ইৰাই মৃগেনক সুবিমলৰ কোঠালৈ পঠাই দি মীৰাক নিজৰ শোৱনি কোঠাতেই ল'লে, প্ৰথম কিছুদিনৰ বাবে। আইদেউ সমাজৰ সাধাৰণ নিয়মাদি লঙ্ঘন নকৰি দুই সখীয়েকে বহু নিশালৈকে নানান ধৰণৰ কথা বাৰ্ত্তা হ'বলৈ ধৰিলে। সেই স্কুলত পঢ়া নিৰ্ম্মালি দেববালাহঁতৰ কথা, ৰন্তালৈ মণ্টুৱে চিঠি দিয়াৰ কথা, অকণমানৰ বিয়ালৈ কোন কোন গৈছিল তাৰ কথা, আৰু কত যে কথা চলিল। দিনৰ পিচত দিন আৰু নিশাৰ পিচত নিশা কিৰূপে পাৰ হৈ গ'ল তাৰ উমানকে ধৰিব নোৱাৰিলে। দেশ বিভাজনৰ পিচত মীৰাহঁতৰ দেশত হৈ যোৱা ঘটনাৱলীৰ বিবৰণ দি গ'ল মীৰাই—তাকে শুনি শুনি ইৰাৰ কোমল হিয়া উঠলি উঠিল। চকুত প্ৰকাশ পালে ধল। মীৰাৰ স্বামী সুবিমলে পাঁচ লাখ টকাৰ জমিদাৰী এৰি থৈ কেনেকৈনো পলাব লগীয়া হ'ল, কেনেকৈনো তেওঁক সুবিমলে দিয়া

শ শ তোলা সোণৰ গহনা দেহাৰপৰা সোলোকাই সেই ৰক্তপিপাসু নৰপশুহঁতৰ হাতত সমৰ্পণ কৰি নিজৰ সতীত্ব ৰক্ষা কৰি আহিলে তাৰ নিখুঁত বিবৰণ দি গ'ল মীৰাই। সুবিমলৰ মুখে শুনা ভাৰত স্বাধীনতাৰ অৰ্থে পূৰ্ব্ববঙ্গৰ অৱদান আৰু বঙ্গদেশৰ প্ৰতি ভাৰত চৰকাৰৰ সতিনী ভাৱ আদিৰ বিষয়েও ইৰাৰ ওচৰত বকলা নেমেলাকৈ থাকিব নোৱাৰিলে।

সুবিমলৰ বিষয় সম্পত্তিৰ কথা মীৰাৰ মুখে শুনি শুনি এদিনাখন কৌতূহলবশতঃ ইৰাই প্ৰশ্ন কৰিলে, "....... তোমালোকৰ বোলে যি যিমান অৱস্থাপন্ন সেই হিচাপেহে পণ নিৰ্ণয় হয়। ইমান অশ্চৰ্য্যশালী স্বামী নো তুমি তিনি তোলা সোণ আৰু কেৱল তিনিশ টকাৰে কেনেকৈ যোগাৰ কৰিলা?" উত্তৰত মীৰাই ক'লে যে সাধাৰণ মানুহতকৈ সুবিমলৰ মনটো অতি উচ্চ। জমিদাৰৰ ল'ৰা— সোণ ৰূপতে সাঁতুৰি থাকে। তেওঁৰনো ধন-সোণলৈ কি হেঁপাহ হ'ব? সুবিমলে বোলে মীৰাক ইমান ভাল দেখিলে যে পণ-প্ৰথা বাদ দি হ'লেও বিয়া কৰাবলৈ বোলে সম্মত হৈছিল। কিন্তু দেশাচাৰৰ মৰ্য্যাদা হানি হয় বুলিহে সেই যৎসামান্য দাবীটোকে কৰি থ'লে। এই চলতে মীৰাই সুবিমলৰ তেওঁৰ প্ৰতি থকা মৰমৰ বিষয়েও যৎকিঞ্চিৎ নকৈ





নেৰিলে। "......বুজিছাঁ ইৰাদি, তোমালোকৰ সমাজত পণ-প্ৰথা নথকাটো বহুত ক্ষেত্ৰত ভালেই বুলিব পাৰি। কিন্তু পণ-প্ৰথা নাথাকিলে স্বামী-প্ৰেমৰ নিদৰ্শন বুজা টান।" মীৰাই আৰু ক'লে, 'এই চোঁৱা, আমাৰ তেখেতে ইচ্ছা কৰা হ'লে ৰজা-জমিদাৰৰ 'জামাই' হৈ লাখ লাখ টকাৰ দাবী জনাব পাৰিলেহেতেন। কিন্তু মোৰ বাবেই, মোৰ চেনেহতেই সকলো স্বাৰ্থ জলাঞ্জলি দিলে। ইমান ত্যাগ কৰা স্বামী কিমানৰ ভাগ্যত? বুইছাঁ ইৰাদি,—আমি আজি সৰ্ব্বস্বান্ত হ'ব পাৰোঁ, তেখেত আজি পথৰ ভিক্ষাৰী হ'ব পাৰে, কিন্তু মোৰ প্ৰতি তেখেতৰ চেনেহ আগতকৈও বেচিহে হৈছে। আগেয়ে জমিদাৰীত মোক ভোগ-বিলাসৰ মাজত ৰাখি অপৰিসীম তৃপ্তি দিছিল, আজি তেওঁ মোক নিজ অন্তৰত স্থান দি মোৰ মনত বিপুল আনন্দ দিছে।" এনে ধৰণে কত কথাকে ক'লে মীৰাই আৰু ইৰায়ো সকলোবিলাক সঁচা বুলিয়েই বিশ্বাস কৰি গ'ল। মীৰাৰ কথাবোৰ শুনি শুনি ইৰাৰ অশেষ সহানুভূতি জন্মিল,—মীৰাহঁতৰ দুখৰ কাহিনীবোৰ শ্ৰৱণ কৰি ইৰাই চকুলো টুকিলে আৰু মনৰ আৱেগত সখীয়েকক সাৱট মাৰি ধৰিলে।

মীৰাই হাত-কাণ উদং কৰি থকা ইৰাই ভাল নোপো-

ৰাত নিজৰেই দুই এপদ অলঙ্কাৰ উলিয়াই মীৰাক পিন্ধি বলৈ দিছিল। মীৰাই কিন্তু পিন্ধিবলৈ অমান্তি হৈ ক'লে,— ‘জামাইবাবুৰে তোমাক দিয়া অলঙ্কাৰ ব্যৱহাৰ কৰিবলৈ মোৰ কি অধিকাৰ আছে ? অৱস্থা ভাল হ'লে তেওঁ নিজেই মোক অলঙ্কাৰ আনি দিব। সেইবোৰ অলঙ্কাৰ ব্যৱহাৰ কৰাতহে মোৰ অধিকাৰ আছে আৰু তাতেইহে মই তৃপ্তি পাম।’ অলঙ্কাৰৰ সলনি মীৰাই পিন্ধে বাৰীৰ ধুনীয়া ধুনীয়া ফুলবোৰ,—খোপাত, হাতত আৰু মূৰত। ফুলেৰে সজ্জিতা মীৰা সঁচাকৈয়ে দেখিবলৈ বৰ্ড়িয়াজনী হৈ পাৰে। তাইৰ সাজ-সজ্জা মৃগেনেও লক্ষ্য নকৰা নহয়। মীৰাই ব্যৱহাৰ কৰা শাৰীবিলাকো দুদিনতে মেখেলা-চাদৰলৈ ৰূপান্তৰিত হ'ল। ইৰাৰ লগত দুয়ো ঘৰটোত ওলোৱা সোমোৱা কৰিবলৈ ধৰিলে,—ঠিক যেন দুজনী বায়েক ভনীয়েকহে।

আৰু সুবিমল। সেই প্ৰথম দিনাখন আলহী থকা কোঠাটোত মীৰাৰে সৈতে একে লগে থকাৰ ব্যৱস্থা হোৱাৰ পাচতে যেতিয়া মত সলনি কৰি মীৰাক ভিতৰলৈ পঠাই দি প্ৰথম নিশাতেই মৃগেন আহি সুবিমলৰ কোঠাৰ অংশ গ্ৰহণ কৰিলেহি, সুবিমলৰ বুকুখন কঁপিবলৈ ধৰিলে। মীৰা আঁতৰি যোৱা আৰু মৃগেন আহি তেওঁ কোঠাত স্থান লোৱাৰ





কোনো ব্যাখ্যাকেই তেওঁ অন্তৰৰ সৈতে গ্ৰহণ কৰিব নোৱাৰিলে। ভাবিলে নিজৰ পৰিবাৰৰ চৰিত্ৰৰ কথা, ‘তাইৰ উদ্দেশ্য কি ? এই যাঠী-জোঙৰ মাজত শত্ৰুৰ ওচৰত মোক অকলে এৰি তাই ভিতৰ সোমালেগৈ কিয় ? মৰিব লাগিলে মই দেশতে মৰিব পাৰিলোঁহেতেন। এই বিদেশত অসভ্য বাসিন্দাৰ ঘৰত মোক শত্ৰুৰ কাষত থৈ তাই আঁতৰ হোৱাৰ উদ্দেশ্য!’ ইত্যাদি ৰূপে চিন্তা কৰি কৰিয়েই মৃগেনে কৰা প্ৰশ্নৰ উত্তৰ দি আছে কিন্তু কি কথা কৈছে নকৈছে তাক হ'লে নিজেই ক'ব নোৱাৰে।

শোৱাৰ উদ্দেশ্যে মৃগেনে ‘লাইট’টো নুমাই দিওঁতেই সুবিমল উচাপ্ খাই উঠা দেখি মৃগেনে বুজিলে যে তাৰ আন্ধাৰত শোৱাৰ অভ্যাস নাই। তেওঁ চিঞৰি ৰাম-বিলাসক নিৰ্দ্দেশ দিলে যে কোঠাত যাতে হাত লেম্প এটা জ্বলাই আনি থয়হি। ইংৰাজীতে সুবিমলক বুজাই ক'লে যদিও লেম্প নহা পৰ্য্যন্ত সুবিমলে চকুৰ আগত কিবা বিভীষিকাহে দেখা পাই আছিল। লেম্পৰ পৰিবৰ্ত্তে ৰাম বিলাসে দা, কুঠাৰ, যাঠী-জোং আদি মাৰাত্মক অস্ত্ৰ বোৰহে তেওঁৰ কোঠাত থৈছেহি যেন, এনেহে ধাৰণা হৈছিল।

দুখৰ নিশা পাৰ হৈ যোৱাতহে সুবিমলৰ ভ্ৰম ভাগিল।

পুৰাৰ পোহৰ দেখা নাপাওঁ বুলি ইষ্ট গুৰুক স্মৰণ কৰি থকা সুবিমলে পুৰাৰ ফেহুঁজালি দেখা পালে। মৃগেন-হঁতৰ অতিথি সৎকাৰৰ নমুনাই মনৰ সন্দেহ বহুত দূৰ পাতলালে। কিন্তু তথাপিও তেওঁ প্ৰকৃতিস্থ হবলৈ সময় ল'লে প্ৰায় দহ দিন মান। প্ৰত্যেক নিশাটোৱেই তেওঁৰ মনত খু-হুৰনি লগাই আছিল। কিছুদিনৰ পাচত যেতিয়া মীৰা আহি নিজৰ কোঠা ল'লেহি তেতিয়াহে সুবিমলে শান্তিৰ নিশ্বাস ত্যাগ কৰিবৰ বাবে সক্ষম হৈছিল। নিজৰ মনৰ দুৰ্ব্বলতাৰ কথা ভাবি সুবিমলে মনতে বৰ লাজ পালে। স্থিৰ কৰিলে যে তেওঁ সেই কথা মীৰাৰ আগতো প্ৰকাশ নকৰে আৰু প্ৰকৃতপক্ষত নকৰিলেও।

* * * *

* * *

* *

মাজে মাজে ইৰাই মৃগেনৰ আগত মীৰাৰপৰা শুনা সুবিমলহঁতৰ দুখৰ কাহিনীবোৰ কৈ বেজাৰ কৰে। কাম-কাজ এটা সুবিধা কৰি দিবলৈ খাটনি ধৰি মৃগেনক কয়,—"......চাওকচোন, সিহঁতৰ আজি কি অৱস্থা। জমিদাৰীত ৰজা থকাদি থাকি ইয়াত কিমান কষ্ট পাইছেহি। পাঁচ লাখ টকাৰ জমিদাৰী বোলে একেবাৰেই নষ্ট হ'ল।" এনেবোৰ





কথাত মৃগেনেও উত্তৰ দিয়ে, "তুমিও ভাল আৰু। যেয়ে যিহকে কয় তাতে পতিয়ন যোৱাৰ অভ্যাসটো তোমাৰ নগ'ল আৰু। সেই যুদ্ধৰ দিনত ব্ৰহ্মদেশৰপৰা অহা সাধাৰণ ফেৰিওৱালা এটায়ো লাখ টকাৰ সম্পত্তি পেলাই থৈ অহা বুলি কৈছিল। সেই সময়ত এনেহে ধাৰণা হৈছিল যে ব্ৰহ্মদেশত লাখপতিৰ তলে মানুহ নায়েই যেন। ইহঁতৰো কথা সেয়ে। বঙাল দেশত সকলো কাঙাল। খাবলৈ পালেনো ইয়ালৈ আহেনে ? তাহাঁতৰ দেশত একঠা মাটি যাৰ আছে সি হৈ পৰে জমিদাৰ,—এটা বা এডোখৰ চাকৰ থকা জনে গৌৰব কৰে 'আমাদের রায়েত' বুলি। মোৰনো আৰু ইহঁতক চিনিবলৈ বাকী আছেনে ?"

সখীয়েকক ইতিকিং কৰা ইৰাৰ সহ্য নহয়। খং কৰিয়েই গিৰিয়েকক কয়,—'কিমানক বা এওঁ খুৱাইছে পিন্ধাইছে, ঠায়েই নাই।'

'......সেইয়া, তুমি কেৱল খঙকে কৰা। বাৰু বাৰু, তোমাৰ সখীয়েৰা আছিল ৰাজ-ৰাণী। পূৰ্ব্ববঙ্গৰ ভাগ্য-বিধতা আছিল তেওঁৰ পতি সুবিমল। হ'লনে এতিয়া ?'

'......নালাগে বাৰু, সিহঁত আছিল দাল-দৰিদ্ৰ,—পথৰ ভিক্ষাৰী। আপোনাৰ জহতে দুবেলা দুমুঠি খাবলৈ পাইছে,'—অভিমানৰ সুৰত উত্তৰ দিয়ে ইৰাই। খং

তুলিবৰ কাৰণেই মৃগেনে পুনৰাই কয়;—‘আমাৰ ফকৰা এটা আছে জানানে ? সেই কি বোলে,—

‘জাপমাৰি দেইছিলোঁ ঢাপলিকা পৰ্ব্বত
টিলিকিতে মাৰিছিলোঁ বগ,
খেদা মাৰি ধৰিছিলোঁ মতা হৰিণা,
এতিয়া নাপাওঁ মতা হাঁহৰ লগ।’

উচাৎ মাৰি ইৰা উঠি যায় বিহাৰ আগত বান্ধি থোৱা চাবিকোছা ঝনক্ কৰে পিঠিৰ ফালে দলিয়াই দি। ‘শুনা-চোন, শুনি যোৱা’ বুলি পিচ ফালৰপৰা চিঞৰ ধৰে মৃগেনে। ইৰা কিন্তু ঘূৰি নাহে। দুদিনৰ পাচতে কিন্তু পুনৰ আহি মীৰাহঁতৰ দুখ-দুৰ্গতিৰ পোহাৰ মেলেহি মৃগেনৰ আগত। মৃগেনেও কেতিয়াবা সহানুভূতি দেখুৱায়, কেতিয়াবা আকৌ পূৰ্ব্ববৎ খং তুলি আমোদ কৰে।

মীৰাৰ দুখমনা হিয়াত আনন্দ দি সকলোবোৰ দুখ-দুৰ্গতিৰ কথা পাহৰাই ৰাখিবৰ কাৰণে ইৰাই বৰ চেষ্টা কৰিবলৈ ধৰিলে। নোম টেঙৰ মীৰাই কিন্তু মাজে মাজে ইৰাৰ প্ৰকৃত মনোভাব বুজিবৰ বাবে বৰ চেষ্টা কৰে। সঁচাকৈয়ে তাহাঁতক ভাল পায়নে নাপায়, তেওঁবিলাকৰ ঘৰত থকাত কিজানিবা আহুকালেই পাইছে, এই বিলাকৰ ওৰ লবলৈ চেষ্টা কৰি থাকে নানান প্ৰবন্ধে।





ইৰাৰ মন বুজিবলৈকে দুই এদিন মীৰাই ইৰাৰ ওচৰত প্ৰস্তাব কৰিছিল যে তেওঁবিলাকে আৰু কিমান দিন গল-গ্ৰহ ৰূপে তাত থাকিব। ‘হোটেললৈকে যাওঁ’। তেনে প্ৰস্তাবত ইৰাই বৰ বেজাৰ পাইছিল আৰু সদায়েই বান্ধৱীক তেনে প্ৰস্তাবৰপৰা বিৰত থাকিবৰ বাবে অনুৰোধ জনাইছিল। মাজে মাজে মৃগেনৰ হতুৱাইও মীৰাহঁতক কোৱাইছিল যে তেওঁবিলাক যাব নোৱাৰে। মীৰাহঁতৰ সেই ধৰণৰ প্ৰস্তাব যে কৃত্ৰিম প্ৰস্তাবহে আছিল তাত সন্দেহ নাই। জীৱিকাৰ সংস্থান কৰি ল’ব নোৱাৰিলে যে তেওঁ-বিলাক বেলেগে থকাৰ কথা উঠিব নোৱাৰে তাকো মীৰাহঁতে ভালদৰে বুজিছিল। সেই বাবে সেই প্ৰস্তাৱ সমূহ আছিল কেৱল মাত্ৰ মাজে মাজে ইৰাহঁতৰ মন বুজিবলৈ কৰা চেষ্টাহে মাথোন।

হাঁহি ধেমালিৰ মাজেদিয়েই ঘৰ সংসাৰ চলিবলৈ ধৰিলে। সুবিমল আৰু মৃগেনৰ মাজত ইতিমধ্যে বেচ বন্ধু ভাবে দেখা দিলে। দুয়ো দুয়োকো ভালদৰে বুজি ল’লে। ইৰা-মীৰাৰতো কথাই বেলেগ। দুই সখীয়েকে একে লগে ঘৰুৱা কাম-বন কৰি ক্ষন্তেক বিশ্ৰাম পালেই পুৰণা কথা বিলাকৰ পুনৰাবৃত্তিত লিপ্ত হয়। ঘনিষ্টতাই আত্মীয়তা আনি দিয়ে। পুৰণি হৈ অহাৰ লগে লগে তেওঁ

বিলাকৰ মাজৰ সঙ্কোচৰ বেৰখনো খহি পৰিল। এতিয়া আৰু সুবিমলক দেখিলে ইৰাব আৰু মৃগেনক দেখিলে মীৰাৰ মুৰৰ ওৰণিখনৰ ফালে আপোনা আপুনি হাতখন দাং খাই নাযায়। মীৰায়ো লাহে লাহে মৃগেনক 'জামাই-বাবু' নুবুলি বুলিবলৈ ধৰিলে 'মৃগেনদা'। ইৰাৰ খাৰ খোৱা জিভাই কিন্তু ইমান দিনেও সুবিমলক 'মিঃ মৈত্ৰ' বুলি সম্বোধন কৰাৰ পূৰ্বৰ অভ্যাসটো এৰিব নোৱাৰিলে।

মীৰাৰ স্বামী সুবিমলে ইফালে সীমান্ত বীমা কোম্পানীৰ এজেণ্ট ৰূপে সমাজত দেখা দিলে আৰু মৃগেনৰ সহায় আৰু সহানুভূতিৰ জোৰত বহুত ডাঙৰ ডাঙৰ বীমা ব্যৱসায় কৰি সুখ্যাতি অৰ্জ্জন কৰিলে। মাহেকীয়া কমিছনৰ সংখ্যাটো ক্ৰমাত স্ফীত হৈ পৰাত মীৰাৰ সাজ-সজ্জাৰ ফালেও চকু দিব পৰা হ'ল। মীৰায়ো ইৰাব লগত বজাৰ সমাৰলৈ গ'লে হাতত কিছু টকা লৈ গৈ নিজ অভিৰুচি মতে মেখেলাখন, চাদৰখন ক্ৰয় কৰিবৰ বাবে সমৰ্থ হ'ল। ছমাহ মানতে সুবিমলে বীমা ব্যৱসায়ত এনে সুন্দৰ ৰূপে অগ্ৰসৰ হ'বলৈ ধৰিলে যে কিছুদিনৰ পাচতে তেওঁ উক্ত কোম্পানীৰ অৰ্গেনাইজাৰৰ পদত নিযুক্ত হৈ পৰিল। মোটা ধৰণৰ মাহিলি বেতনৰ উপৰিও মাহে তিনিকুৰিকৈ টকা 'অফিছ এলাৱেঞ্চ' বাবত পাবলৈ ধৰাত সুবিমলহঁতৰ





হেৰোৱা ভাগ্য সঁচাকৈয়ে ঘূৰি আহিল। পূৰ্ব্ববঙ্গত দালালী কৰি যি পাইছিল তেওঁৰ বৰ্ত্তমানৰ অৱস্থা তাতকৈ হীন নহয়। অৱশ্যে তথাকথিত জমিদাৰীৰ আয়ৰ কাষ চাপিবলৈ বহুত বাকী। অৰ্গেনাইজাৰৰ পদ লৈ আৰু সুবিমলে নিজৰ নামত এজেন্সী ৰাখিব নোৱাৰা হ'ল। মীৰাৰ নামত বেনামী ব্যৱসায় কৰিলেও কিজানি এজেণ্ট বিলাকে বেয়া পায়, কোম্পানীৰ ওচৰত বেয়া নাম হয়, সেই ভাবিয়েই নিজৰ বেতনৰ ওপৰতে নিৰ্ভৰ কৰি কমিছন খোৱাৰ মায়া পৰিত্যাগ কৰিলে। কিন্তু যি মৃগেনৰ পৰাই তেওঁ বীমা ব্যৱসায়ত খ্যাতি লাভ কৰিলে সেই মৃগেনৰ নামতে এজেন্সী এটা ৰাখি দি দুই চাৰিটা 'কেছ' তেওঁৰ যোগেদিয়েই চালান দিলে। ধনী পিতাকৰ উত্তৰাধিকাৰী হ'লেও উপকৰা ধনৰ বাবে বহুতৰেই হেঁপাহ। কমিছনৰ বাবত দুই এখন বিল পোৱাৰ পাচতেই মৃগেনে নিজেও চেষ্টা কৰিবলৈ ধৰিলে আৰু দুয়োৰো যুটীয়া চেষ্টাৰ ফল স্বৰূপে তেতিয়া একমাত্ৰ মৃগেনেই সীমান্ত বীমা কোম্পানীৰ কৃতী এজেণ্ট ৰূপে জনাজাত হ'ল।

অসমত কিছুদিন থাকিয়েই অসমীয়া মানুহৰ লগত হলি-গলি কৰিবৰ সুবিধা পাই সুবিমলৰ মনৰ সঙ্কোচ ভাব দূৰ হ'ল। কাকতে-পত্ৰে কৰা অপপ্ৰচাৰৰ বিষয়ে

তেতিয়া আৰু সুবিমলে গৰিহনা দিব পৰা হ'ল। সুবিধা পালেই মৃগেনৰ সবলতাৰ বিষয়ে বন্ধু-বান্ধবৰ আগত প্ৰকাশি কৈ অসমীয়া মানুহৰ উদাৰতাৰ শলাগ লয়। কথা প্ৰসঙ্গত সুবিমলে এদিনাখন বন্ধু মহলত কৈছিল যে তেওঁ পূৰ্ব্বতে অসমীয়া মানুহক বোলে ঠিক যেন কুঁৰলিৰ মাজেদিহে দেখা পাইছিল। কুঁৰলিৰ মাজেদি চালে ক্ষুদ্ৰ মনুষ্যকায় এটা বিৰাট দৈত্য হেন দেখা যায় আৰু তাকে দেখি মানুহ হৈ পৰে স্তম্ভিত। কিন্তু কিছু কাষ চাপি গ'লে যেতিয়া কুৰলিৰ আচ্ছাদনে গা এৰা দিয়ে, সেই দৈত্যৰূপী আকৃতিটোৱে হয়তো মাত দিব, 'দাদা, কলৈ যোৱাঁ,' 'হয়ে, মামা দেখোন'—ইত্যাদি ৰূপে। 'সঁচাকৈয়ে,' সুবিমলে ক'লে, 'মই বঙ্গদেশৰপৰা আহি যেতিয়া মৃগেন বাবুৰ ঘৰত সোমাই তেওঁ বেৰত আঁৰি থোঁৱা যাঠী, জোং, দা প্ৰভৃতি অস্ত্ৰবিলাক দেখিছিলোঁ, তেতিয়া কুঁৰলিৰ মাজেদিহে যেন মই মৃগেন বাবুক দেখা পাইছিলোঁ এটা অসভ্য, দয়া-মমতাহীন আততায়ী ৰূপে। কিন্তু দিন যোৱাৰ লগে লগে সেই কুজ্‌ঝটিকা নিলগ হ'ল। মৃগেন আৰু তেওঁৰ পৰিবাৰ ইৰা বৌদিৰ অন্তৰত দেখা পালোঁ কোমলতা, মধুৰতা, কাব্য আৰু কবিতা। আশ্ৰয়প্ৰাৰ্থীৰ হকে তেওঁ বিলাকৰ অন্তৰৰ ক্ৰন্দন ধ্বনি শুনিবলৈ পালোঁ।





নিৰ্য্যাতিত, নিষ্পেষিতজনক আঁকোৱালি ল'বলৈ তেওঁ-বিলাক সদায়েই সাজু। বাস্তৱিকতে, ডাঃ ঘোষ, আপুনি বোলে তিনি পুৰুষ অসমত আছে, কিন্তু আজিও আপুনি অসমীয়া কথা ক'ব নোৱাৰে। ৰাই বাহাদুৰ সেন ডাঙৰীয়াই পুৰুষানুক্ৰমে ইয়াতেই বাস কৰি আহিছে,—কিন্তু কলেজৰ সভা এখনত তেখেতে সেই চিৰপূজ্য শ্ৰীগুৰু শঙ্কৰদেৱক চিনি নাপাওঁ বুলি ক'লে। ইয়াতকৈ লজ্জাৰ বিষয় কিবা হ'ব পাৰেনে?'

বাকপটু বেনাৰ্জ্জী উকীল হৈছে এটা নতুন ধৰণৰ জীৱ। অসমীয়া সমাজৰ মাজতে ডাঙৰ দীঘল হৈ শুদ্ধ অসমীয়াতে কথা বাৰ্ত্তা হোৱাৰ উপৰিও আইন কলেজৰ ছাত্ৰ হৈ থকা কালত 'স্বৰ্গদেও প্ৰতাপসিংহ' নাটকখনিৰ অভিনয়ত সুন্দৰৰূপে 'আখেক'ৰ ভাও দি কৃতীত্ব লাভ কৰি স্বৰ্ণ-পদক পোৱা বেনাৰ্জ্জী উকীলে মাত দি ক'লে;—'মিঃ মৈত্ৰ দেখিছোঁ একেবাৰেই অসমীয়া হৈ পৰিল। মৃগেন বৰুৱাৰ পত্নী ইৰাদেবীৰ সেই 'অনবগুণ্ঠিতা লাল টুক্‌টুকে চাঁদপানা প্ৰতিচ্ছবিটিয়ে' কিজানি আপোনাৰ অন্তৰত....।

'চুপ কৰা বেনাৰ্জ্জী', হঠাতে সুবিমল গৰজি উঠি ক'লে, 'তেনে এগৰাকী মাতৃ-স্থানীয়া মহিলাৰ অপমানসূচক কোনো কথাকেই মই সহ্য নকৰোঁ।' সুবিমলৰ কথাত

কেউফালে কাঁহ পৰি জীণ গ'ল। তেওঁ অতি উত্তেজিত-ভাবে ঠিয় হৈ পুনৰ ক'লে, 'মাতৃজাতিৰ মৰ্য্যদা ৰক্ষা কৰিব নোৱাৰা কোনো অনুষ্ঠানতেই মই যোগ দিব নোৱাৰোঁ, নমস্কাৰ,' বুলি বৰ খঙেৰে সুবিমল ওলাই গ'ল। অলপ দূৰ পাওঁতে নাপাওঁতেই তেওঁৰ কাণত প্ৰৱেশ কৰিলে ক্লাব-ঘৰৰ ভিতৰত হোৱা এট উচ্ছ-হাস্যৰ কল্লোল-ধ্বনি।

বাটত আহোঁতে সুবিমলে বহুত কথাকে ভাবিব লগীয়া হ'ল। 'মোৰ সম্মুখতে যেতিয়া তেনে আলোচনাৰ সূত্ৰপাত হ'ল, মই নথকাত কিজানি ইহঁতে বহুত কিবা কিবি উলিয়াইছে। হওঁতেও হয়, আজি এবছৰ পাৰ হৈ গ'ল, লোকৰ ঘৰত এনে দৰে থকা শোভা নাপায়। বাৰু, মীৰাৰ সৈতে কথা হৈ চাওঁ,.... ঘৰ এটা নাপাওঁ মানে হোটেলতে থাকিব লাগিব। ইস্ বৰুৱাইবা আকৌ কি ভাবে ?

স্বামী-স্ত্ৰীৰ শোৱনি কোঠাকেই বুলিব পৰা হয় মন্ত্ৰণা-গাৰ। তাৰ ভিতৰত নিশা হোৱা আলোচনা অথবা মন্ত্ৰণাদিৰ বিষয়ে কোনেও ভু নাপায়। কিন্তু সেই আ-আলোচনাৰপৰা উদ্ভৱ হোৱা স্থিৰ মীমাংসাই নিশা অৱসানৰ লগে লগেই আত্মপ্ৰকাশ কৰে। সেয়েহে





পিচ দিনা পুৱাতে ইৰা আৰু মীৰাৰ মাজত ৰান্ধনি ঘৰত হোৱা কথোপকথন আৰু মৃগেন-সুবিমলে চাহৰ টেবুলত বহি কৰা আ-আলোচনা এই দুয়োটিয়েই ভালদৰে প্ৰকাশি বুজাই দিলে যে মৈত্ৰ-দম্পতিৰ নিশ্চয় এখন গুপ্ত বৈঠক বহিছিল। সেই গুপ্ত বৈঠক আগ নিশা তেওঁবিলাকৰ শোৱনি কক্ষৰ বাহিৰে যে অন্য স্থানত হোৱা নাছিল তাৰ প্ৰমাণ বিচাৰিবৰো প্ৰয়োজন নহ'ল। নিশাটোৰ বাহিৰে দিনৰ বাকী ছোৱা কাল মীৰাৰ অতিবাহিত হৈছিল ইৰাৰ ওচৰত আৰু সুবিমলৰ হৈছিল মৃগেন প্ৰমুক্ষ্যে অন্য মক্কেল অথবা এজেণ্টৰ লগত।

পুৱা ৰান্ধনি ঘৰত ইৰা আৰু মীৰাৰ মাজত কি আলোচনা হ'ল বুজা টান। কিন্তু চাহৰ টেবুলত বহিয়েই মৃগেনক উদ্দেশি সুবিমলে মাত দি ক'লে,—'মৃগেন বাবু, আপোনাৰ আশ্ৰয়তে ইমান দিন থাকিলোঁ। আপোনাৰ সহযোগতেই সমাজৰ মাজত ভুক্ত হ'ব পাৰিলোঁ। আপোনাৰ আৰু বৌদিৰ ঋণ মই জীৱনত পৰিশোধ কৰিব নোৱাৰোঁ।

বাধা দি মৃগেনে ক'লে, 'মানুহে মানুহৰ একো উপকাৰ কৰিব নোৱাৰে যদিহে ভগবানৰ কৃপা নহয়। মানুহে যি কৰিছোঁ বুলি গৌৰৱ কৰে সেই সকলোবিলাকেই

ভগবানে কৰোঁতা কাম। মানুহ নিমিত্ত মাত্র। ঋণ পৰিশোধ কৰিব লগীয়া হ'লে সেই ভগবানৰ ঋণহে পৰিশোধ কৰিব, আমাৰ নহয়,' বুলি চাহ-জলপান লৈ অহা মীৰাৰ মুখলৈ চাই ওঁঠত হাঁহি বিৰিঙাই দিলে। যথাস্থানত চাহ-জলপান থৈ খহি পৰিব খোজা চাদৰখন সংযত কৰি লৈ মীৰাই মাত দিলে, 'মৃগেনদা, আমি ভগবানক দেখাও নাই, চিনিও নাপাওঁ। আমাৰ দেশত যি অত্যাচাৰ হৈ গ'ল, যি অত্যাচাৰে আমাক দেশত্যাগী কৰিলে, তাৰ বাবে দেখোন আমি ভগবানক দোষী কৰা নাই। বিপদৰ কালত সান্ত্বনা দি আমাক ৰক্ষা কৰাৰ বাবে আমাৰ মানত ভগবান হৈছে আপুনি আৰু ইৰাদি।

গামোছাখনৰ সৈতে পানীৰ ঘটিটো হাতত লৈ অহা ইৰাই এনেতে মাত দিলে, 'সত্যে মীৰা, আমিয়েই তোমালোকৰ ভগবান আৰু সেই বাবেই কওঁ ভগবানৰ কথা নেপেলাবাঁ। আমাৰ গৃহ ত্যাগ কৰাৰ প্ৰস্তাবটো দাখিল নকৰিবাঁ, তুলি লোৱাঁ। ইয়াত থাকি যদি আহুকাল পাইছাঁ কোঁৱা, আমিয়েই হোটেলত থাকোঁগৈ। তোমালোক কিন্তু যাব নোৱাৰাঁ।

ইৰাৰ কথাত মৃগেন চক্ খোৱাদি খালে। কথা শেষ হওঁতে নহওঁতেই মৃগেনে ক'লে, '—তুমিনো আকৌ কি





হোটেলত থকাৰ কথা উলিয়ালাঁহি? তেওঁবিলাকে ঋণ পৰিশোধৰ কথাহে কৈছে।

উত্তৰত ইৰাই কলে, "ঋণ পৰিশোধৰ কথাৰে তেওঁবিলাকে পাতনিহে মেলিছে। শেষৰ ডোখৰ বাৰু ময়ে কৈ থওঁ,—আমাক বিদায় দিয়ক, আমি হোটেলত সেই লেতেৰা ঠাকুৰৰ হাতৰ খাদ্য খাই তৃপ্তি লাভ কৰোঁগৈ।"

হঠাতে ডাঙৰকৈ 'বৌদি' বুলি চিঞৰ এটা মাৰি সুবিমলে কিবা ক'ব খোজোঁতেই মৃগেনে ক'লে,—'হোটেলত থাকিব কিয়? থাকে যদি ঘৰ এটা ভাড়া কৰি থাকক। এটা ভাড়া নকৰিলে এডোখৰ কৰক। ভাড়া ঘৰ যদি পাবলৈ নাই আমাৰ আলহী থকা কোঠা কেইটাকে ভাড়ালৈ লওক। মিঃ মৈত্ৰ, যদি ঘৰৰ ভাড়াকে দিয়ে, আমাকেই দিয়ক, কি বোলা' বুলি ইৰাৰ মুখলৈ চাওঁতে ইৰাই উত্তৰ দিলে, 'মই ঘৰ ভাড়ালৈ নিদিওঁ।'

'ভাড়ালৈ নিদিয়া যদি এনেয়ে থাকিবলৈ দিয়া।'

'এতিয়া দেখোন এনেয়ে দিছোঁ। এই মীৰাজনীকনো কিহে পাইছে জানো!'

'নহয় ইৰাদি, তুমি ভুল নুবুজিবা', বুলি মীৰাই ইৰাৰ কান্ধতে হাতখন থৈ আৱেগপূৰ্ণ স্বৰেৰে কথা আৰম্ভ কৰি ক'লে; "এই এবছৰ পাৰ হৈ গ'ল। তোমালোকৰ

ওপৰতে খাই বৈ থাকি আমাৰ বৰ বেয়া লাগিছে। সিদিনা বজাৰৰপৰা কিবা কিবি কিনি অনাত তুমি বেয়া পাই দিনটো মোক নমতাকৈ থাকিলা। আমাৰ দুৰাৱস্থাৰ কালত তুমিয়েই অৱশ্যে মুখত ভাত মুঠি দি জীয়াই ৰাখিলাঁ। কিন্তু সেই বুলিয়েই আজীৱন কাল তোমাৰ ওপৰতেই খাই থকাটো কেৱল অশোভনেই নহয়, অন্যায়ো। তুমি যদি অন্ততঃ আমাৰ খোৱা খৰচটোকে গ্ৰহণ কৰা............।”

ডাঙৰকৈ হাঁহি এটা মাৰি এনেতে মৃগেনে মাত দিলে, “‘অ’ সেই কথা। বাৰু খৰচ দিবা ;—মাহে তুমি দিবা পাঁচ টকা আৰু মিঃ মৈত্ৰই দিব পাঁচ টকা।’

উত্তৰত মীৰাই ক’লে, “গো-দানৰ সলনি গো-মূল্যৰ বাবত পাঁচ সিকি গ্ৰহণ কৰা আমাৰ ব্ৰাহ্মণ সকলৰহে অধিকাৰ আছে। সেই সুবিধা ল’বৰ আপোনাসকলৰ অধিকাৰ ক’ত ? যাহওক আমাৰ দুয়োৰে বাবত যদি অন্ততঃ পঞ্চাশ টকা লয়.......।

‘আমাৰ হোটেলৰ মাহিলি বিল এজনৰ খুব বেচি হয় যদি দহ টকা। দুজনৰ একে লগে হ’লে দুয়োৰে মাজত পোন্ধৰ টকাৰ বেচি হবই নোৱাৰে।’

সুবিধা পাই সুবিমলে তাতেই যোগ দি ক’লে, “ৰ’ক মৃগেন বাবু, মই মীমাংসা কৰি দিওঁ। পোন্ধৰ টকা হিচাপে বাৰু ত্ৰিশ টকা ল’ব। হ’ল হ’ল—আৰু আপত্তি নশুনো’ বুলি দুই হাতৰ আঙুলিৰে কাণৰ ফুটাত সোপা দি আকৌ ক’লে, ‘মই একো শুনা নাই।’

এনেতে ইৰাই সখীয়েকৰ থুতৰিত ধৰি নিজৰ ফালে মুখখন ঘূৰাই লৈ ক’লে, ‘......তেতিয়া হ’লে থাকিবাঁ তুমি ?’

‘খৰচ ল’লে নিশ্চয় থাকিম। কিন্তু মাজে সময়ে আমিও বজাৰ সমাৰ কৰি দিম হ’লে।’

‘দিবাঁ বাৰু,—থাকিবাতোন ?

ডিঙিটো ভাঙ্গি সন্মতি প্ৰকাশি মীৰাই উচ্চাৰণ কৰিলে —‘ওঁ’। কোৱাৰ লগে লগেই মীৰাৰ দুই কান্ধতে ইৰাই দুয়োখন হাত থৈ কলে—‘বিদ্যা’ ?

উত্তৰ আহিল,—‘বিদ্যা’।

দুই বান্ধবীৰ আনন্দোল্লাসত মৃগেন আৰু সুবিমল বৰ সন্তুষ্ট হ’ল। সুবিমলৰ প্ৰৱল ইচ্ছা যে তেওঁবিলাক তাতেই থাকে। মৃগেনৰ সহযোগ নহ’লে তেওঁৰ বীমা ব্যৱসায়ে বা কেনে ৰূপ ধাৰণ কৰে কোনে ক’ব ? মৃগেনো মীৰাৰ স্নেহ-সনা ব্যৱহাৰত মোহিত। তেওঁ মীৰাহঁত আঁতৰি যোৱাৰ প্ৰস্তাবকে সহ্য কৰিবলৈ টান

পায়। মৃগেনেও আনন্দচিত্তে ইৰাক উদ্দেশি ক'লে, "শুনা, আজিৰপৰা এওঁ বিলাক আমাৰ 'পেয়্যিং গেষ্ট'। নিতৌ পুৰা দুয়ো আঁঠ আঁঠ অনা পইচা তোমাৰ হাতত দিলেহে খাবলৈ দিবা,—নহ'লে খোৱা বন্ধ।'

কথাষাৰ কৈয়েই উচ্চৈঃস্বৰে হাঁহি মাৰি সুবিমল আৰু মৃগেন বাহিৰলৈ ওলাই যোৱাত মীৰাৰ ডিঙিটো সাৰটি ধৰি ইৰাই সুধিলে,—' হ'লনে ? অভিমান ক'ত ?'

'থোঁৱা ইৰাদি, তুমি বৰ দুষ্ট' বুলি কান্ধৰপৰা হাতখন একৰাই মীৰা আঁতৰি যবলৈ খোজোতেই ইৰাই আকৌ ক'লে, 'পলালে নহ'ব। আজিৰ খোৱা-খৰচ দিয়াঁহি আহাঁ,' বুলি হাত খনত ধৰি হিৰ্ হিৰ্ কৰি শোৱনি কোঠালৈ টানি লৈ গ'ল মীৰাক।

চুক্তিৰ মতেই সুবিমলে কোম্পানীৰপৰা পোৱা 'অফিছ এলাৱেঞ্চ'ৰ আধা খিনি ধন খোৱা খৰচৰ বাবত মৃগেনক দিবলৈ ধৰিলে। মৃগেনেও মাজে সময়ে সেই ধনৰ বিনিময়ত ইটো সিটো উপহাৰ,—ব্লাউজৰ কাপোৰ অথবা মেখেলা-চাদৰকেই আনি ইৰাৰ হতুৱাই মীৰাক দিয়াৰ এটা অভ্যাসেই কৰি ল'লে।

খোৱা খৰচৰ বাবত টকা গ্ৰহণ কৰাৰেপৰা মীৰাৰ চাল-চলনত কিছু পৰিৱৰ্ত্তনে দেখা দিলে। আলহী হিচাপে





থকা ভাবটো নিলগ হ'ল। মুখ খুলি গিৰিয়েকৰ হতুৱাই বজাৰৰপৰা ইটো সিটো বস্তু অনাই লৈ—নিজ অভিৰুচি মতে ৰন্ধা-বঢ়া কৰি ঘৰখন চলাবলৈ ধৰিলে। বঙালী ছোৱালী তাই ;—মাছৰ বাকলিৰপৰা লাওৰ বাকলিলৈকে সকলোবিলাক প্ৰকাৰান্তৰে পেলনি যোৱা আবৰ্জনাৰনো খাদ্য হিচাপে সোৱাদ কি তাক বঢ়িয়াকৈ ৰান্ধি-বাঢ়ি খুৱাই মৃগেনহঁতক বুজাই দিলে।

* * * *

* * *

* *

ছমাহ মানৰ পাচৰ কথা। মৃগেনৰ সেই হাঁহি থকা ঘৰখনত এক বিষাদৰ কালিমা আহি পৰিল সেইদিনা, যিদিনাখন লাহে লাহে জ্বৰৰ প্ৰকোপ বেচি হোৱাত ইৰাই শয্যাৰ আশ্ৰয় লব লগীয়া হ'ল। অসুখৰ প্ৰথম কেইবাটাও দিন কোনো তত্বাৱধান নলৈ যথা নিয়মে স্নানাদি কাৰ্য্য সমাপন কৰি নিত্যনৈমিত্তিক ঘৰুৱা কাম কাজ কৰিয়েই গ'ল ইৰাই। নিজৰ অসুখ-বিসুখৰ কথা পাৰিতপক্ষত লুকুৱাই ৰাখিবলৈ চেষ্টা কৰাটো প্ৰায় ভাগ অসমীয়া ছোৱালীৰেই অভ্যাস। ঘৰুৱা সংসাৰত উচ্ছৃঙ্খল আৰু বেমেজালি আহি পৰে বুলিয়েই তেওঁবিলাকে

সাধাৰণ অসুখ-বিসুখত গুৰুত্ব নিদি দেহাই টানে মানে সংসাৰী ধৰ্ম্ম পালন কৰি যায়। একেবাৰে নোৱাৰা অৱস্থাতহে শয্যাৰ আশ্ৰয় লয়গৈ। গৃহিণী জনীয়ে শয্যাৰ আশ্ৰয় ল'লে ইয়াকেই নিৰ্বিঘ্নে বুজিব লাগে যে তেওঁৰ নৰিয়া শকটেই আৰু সেইবাবে তাৰ লগে লগে চিকিৎসাৰ ব্যৱস্থা ন'হলে, ৰোগে মাৰাত্মক ৰূপ ধাৰণ কৰাৰ সম্ভাৱনা।

সখীয়েক মীৰা নথকাহ'লে মৃগেনে প্ৰথম দিনতেই যে ডাক্তৰ কবিৰাজৰ খবৰ কৰালেহেতেন, তাৰ আশা নাছিল। কিন্তু মীৰাৰ উচ্‌পিচনিত ডাক্তৰ অনোৱা হ'ল আৰু প্ৰথম পৰীক্ষাতেই ডাক্তৰে 'ডবল নিউমুনিয়া' বুলি ঘোষণা কৰি ক'লে যে আৰু আগৰেপৰা চিকিৎসা কৰোৱা উচিত আছিল। ডাক্তৰৰপৰা সকলো বিধি ব্যৱস্থা বুজি লৈ মীৰাই ঘড়ীৰ কাটাই কাটাই ঔষধ-পাতি পথ্যাদি দি ৰোগিণীক প্ৰতিপাল কৰিবলৈ ধৰিলে। দিনৰ দিনটো ঘৰুৱা কাম-বন কৰি ওৰে নিশা উজাগৰে থাকি মীৰাই পৰ দিয়ে। পুৱাৰ লগে লগে বিজুলীছাটিৰ দৰে যথা নিয়মে পোছাক পৰিচ্ছদ কৰি ৰান্ধনি ঘৰৰ সমুদায় কাম সমাধা কৰি আকৌ আহি বহেহি সখীয়েকৰ ওচৰত। সখীয়েক পৰি থকা দিন ধৰি মীৰাৰ মুখৰ হাঁহি





লোপ পালে ; কথা-বাৰ্ত্তাও বিশেষ নোহোৱা হ'ল। তেওঁ এক ধ্যানে এক প্ৰাণে ইৰাক আৰোগ্য কৰাত লাগি গ'ল।

মীৰাই কৰা পৰিচৰ্য্যাৰপৰাই মৃগেনে তেওঁৰ স্নেহ আৰু আন্তৰিকতাৰ বেচ প্ৰমাণ পালে। তেতিয়াৰেপৰা মৃগেনৰ মীৰাৰ প্ৰতি মৰম আৰু বেচি হ'ল। খবৰ লবলৈ অহা মানুহেও মীৰাৰ হাড়ভঙা খাটনি দেখি বিস্ময় মানিছিল।

সেইবাৰ ইৰা দীঘলীয়া অসুখত পৰোঁতে মৃগেনৰ ঘৰখনত বিশৃঙ্খলতাই দেখা দিব নোৱাৰিলে কেৱল মাত্ৰ মীৰাৰ কাৰণেই। ঘৰৰ ঘৈণী জনীৰ অসুখ-বিসুখ হ'লে ঘৰ গুচি বাঁহৰ তল হোৱা বহুত ক্ষেত্ৰতেই দেখা পোৱা যায়। ঘৰুৱা কাম-বন কৰা চাকৰ-বাকৰৰ অভাৱ নহলেও সিহঁতক চলাই মেলি কাম নকৰালে অথবা কৰাব নোৱাৰিলে, সেই চাহ খোৱা কাঁহী-বাটি তাতেই পৰি থাকে, ৰ'দত দিয়া কাপোৰ-কানি আৰু ভিতৰ সোমাবলৈ পাহৰে, ৰান্ধনি ঘৰৰ চাহপাত চেনিও বৰ সঘনে ওৰ পৰাৰ প্ৰমাণ বহুতেই কিজানি পাই আহিছে। ঘৰৰ জনী পৰি থাকিলেহে বুজা যায় কিয়নো তিৰোতাক গৃহ-লক্ষ্মী বোলে। তাতে যদি দুই এটি কেছুৱাৰ মাক জনীয়ে শয্যাৰ আশ্ৰয় লয়, আৰু কথাই নাই। সেইবাৰ

মৃগেনৰ পৰিবাৰৰ কিন্তু দীঘলীয়া অসুখ হওঁতে মৃগেনে নিজৰ ঘৰখনত কোনো বিশৃঙ্খল দেখা নাপালে। ৰোগিণীক প্ৰতিপাল কৰা, পথ্যাদিৰ যোগান ধৰাৰেপৰা আৰম্ভ কৰি ৰন্ধা-বঢ়া, সুবিমল আৰু মৃগেনক আলপৈচান ধৰা আৰু অন্যান্য ঘৰুৱা সকলো কাম-বন মীৰাই নিয়াৰিকৈ চলাই লৈ গ'ল। মৃগেনে নিজে একোতে চকু দিব লগীয়া নহ'ল।

মীৰাৰ বঙলুৱা ধৰণৰ ৰন্ধন প্ৰণালীয়ে মৃগেনক বেচ তৃপ্তি দিছিল, তাতোকৈ তৃপ্তি দিছিল মীৰাৰ পৰিচৰ্য্যাই। মৃগেনৰ ৰুচি অনুযায়ী খাৰ-টেঙা আদি ৰন্ধন কাৰ্য্যত মীৰাই হওঁতে ইৰাৰ সহায় লব লগীয়া হৈছিল ;—কিন্তু তাকো দিন দিয়েকৰ বাবেহে। বুদ্ধিমতী মীৰাই অসমীয়া ধৰণৰ ৰন্ধা-বঢ়া যে অতি কম সময়ৰ ভিতৰতে শিকি ল'ব পৰা হ'লেই, ভেদাইলতা, মানিমুনি, মাটি-গাহুৰি, নৰসিংহ আদি বনৰীয়া খাৰধিৰ গুণানুকীৰ্ত্তনো কৰিব পৰা হ'ল।

সমালোচনা। দোষ-গুণৰ বিচাৰ কৰা আৰু অনুকূল প্ৰতিকূলৰ ধাৰাৰ আলোচনা চলোৱা কাৰ্য্যকেই সমালোচনা বুলিব পাৰি। আমাৰ সমাজত সমালোচকৰ সংখ্যা বৰ বেচি। পৰৰ কাৰ্য্য-কলাপ, আনৰ পাৰিবাৰিক সুখ





শান্তি, অৱস্থা-দুৰাৱস্থা আৰু চৰিত্ৰ পৰ্য্যালোচনা কৰা কাৰ্য্য আজিৰ দিনত দৈনন্দিন তালিকা-ভুক্ত হৈ পৰিছে। ঘৰৰ বৈণীজনীৰ বাহিৰে আমি আজিৰ দিনত সমালোচনা কৰিবলৈ আই-বোপাইকো এৰি নিদিয়াত পৰিছোঁ। বিশেষকৈ ধ্বংসমূলক সমালোচনাই আমাৰ মনত যিমান আমোদ দিয়ে আন একোৱেই দিব নোৱাৰে। সেয়েহে ইৰা অসুখত পৰি থাকোঁতে খবৰ লবলৈ বুলি যোৱা আইসকলৰ মাজৰপৰা এগৰাকীয়ে মাত দি কৈছিল,— 'মই আকৌ আপোনাৰ অসুখ বুলি কওঁতে বিশ্বাসকে কৰিবলৈ টান পাইছিলোঁ। দেওবাৰে সন্ধিয়া আমি মহিলা সমিতিৰপৰা ঘূৰি আহোঁতে সৌ ফুলনিত তেখেতৰ সৈতে আপুনিয়েই কথা পাতি থকা বুলি ভাবিছিলোঁ। আজি আমাৰ বৰুৱানীয়ে কওঁতেহে বুজিলোঁ, সেই মীৰা নে কোন, তাইকেই আপুনি বুলি ভুল কৰিছিলোঁ।' বৰুৱাৰ মাকেও তাতে যোগ দি কলে,—'এৰা আই, আমি দেখি বিচূৰ্ত্তি আৰু। এনেকৈনো লোকৰ ঘৰত গোজ মাৰি বহি ল'ব লাগেনে? ইফালে আইটী তুমি পৰি আছাঁ, তাতে তাই আকৌ তেখেতৰ লগত সেই কাল-সন্ধিয়া বেমাৰীক অকলে এৰি থৈ ফুলনিৰ চুকত জানো কি মায়া দেখুৱাইছে ?'

বয়সত সৰু হ'লেও আধুনিক শিক্ষা প্ৰাপ্তা এগৰাকীয়ে আৰু নামাতি থাকিব নোৱাৰিলে। 'আইবো যে কথাবোৰ! একে ঘৰতে ইমান দিন আছে যেতিয়া কথা বাৰ্ত্তা হোৱাত নো কি জগৰ ?'

উত্তৰত নিজৰ গাটোত জোকাৰ এটা মাৰিয়েই বুঢ়ী গৰাকীয়ে ক'লে,—'থ, থ আইহঁত। তহঁত হৈছ আজিৰ দিনৰ উদণ্ড ছোৱালী। কিবা কথা আছে যদি এওঁ আইটীৰ আগতে ক'লে নহয়নে? সৌ নিলগত গৈ এইখননো আকৌ কি? তুমি আইটী ভাল হৈ লোৱাঁ, এই ফালে অলপ মন-কাণ দি সাৱধানে চলিবা।

"......বেমাৰীৰ খবৰ লবলৈ আহি আয়ে জানো কি বোৰ উলিয়াইছেহি। সেয়েহে আইৰ লগত আহিবলৈ ভাল নাপাওঁ।"

".........নাপাবিতোন ভাল কাঁৱৰীহঁত। তহঁতি মতা ল'ৰাৰ লগতহে গা-ঘেলাবলৈ ভাল পাৱ। নেওচা-কেওচা দিবলৈ বহি, আমি বুঢ়ী কেইজনী মৰিলে যে আৰু কি হ'ব?"

বুঢ়ীক সমৰ্থন কৰি আন এগৰাকীয়ে আকৌ উজান দিলে এই বুলি, 'এওঁ আইটীৰনো বেমাৰ নহ'ব কিয়? এইবোৰ দেখি শুনিয়েই বেচেৰী কেনে জনী হৈ পৰিল,





বুলি মৰমতে পমি গৈ ইৰাৰ গালে-মূৰে হাত ফুৰাবলৈ ধৰিলে। তামোলৰ বটাটো হাতত লৈ এনেতে মীৰা আহি কোঠাটোত প্ৰবেশ কৰিলহি। মীৰাক দেখিয়েই সকলো বিলাক সংযত হ'ল যদিও বুঢ়ী গৰাকীৰ নাকটো অলপ কোঁচ খাই পৰি মুখৰ পৰা প্ৰকাশ পালে,—'নাটেশৰী জনী'। মীৰাই বোধকৰোঁ মন নকৰিলে। বুঢ়ীৰ মন্তব্যত কিন্তু বাকী বিলাকে হাঁহিবই নে কান্দিবই এনে অৱস্থাত পৰিল। বুঢ়ীৰ কথাত ৰোগিণীৰ শুকান ওঁঠতো হাঁহিৰ ক্ষীণ আভা এটি প্ৰকাশ পাইছিল যদিও সেই দিনাৰ সমালোচনাই ইৰাৰ মনত বৰকৈ ছাপ বহুৱালে। তেনে ধৰণৰ সমালোচনা ইৰাই ভাল নাপায়। মৃগেনৰ চৰিত্ৰৰ ওপৰত ইৰাৰ চিৰদিন অগাধ বিশ্বাস আৰু ভক্তি আছিল।

আইসকল উঠি যোৱাৰ লগে লগে ইৰাৰ মনত বহুত খেলি মেলি ভাৱৰ সৃষ্টি হ'ল। আগবঢ়াই দিবলৈ বুলি লগতে ওলাই যোৱা মীৰাৰ মূৰৰপৰা ভৰিলৈকে ইৰাই এবাৰ চাই ললে। দেখে তাইৰ সেই পৰিপাটি অৱস্থা,—খোপাত ফুলৰ থোপা। প্ৰসাধনৰ প্ৰকোপত উজ্জ্বল হৈ উঠা দেহাৰ বৰণটোৱে ৰোগশয্যাত পৰি থকা ৰোগিণী ইৰাৰ দুৰ্ব্বল মনত আনি দিলে আৰু বেচি দুৰ্ব্বলতা। ভাবিলে, "মীৰাই ঘৰ-সংসাৰ চলোৱাত ইমান তৎপৰতা

দেখুৱাইছে কিয় ? নিজৰ দেহাভৰণ আৰু প্ৰসাধনৰ প্ৰতি ইমান চকু দিয়ে কিয় ? তেওঁ কেইবা দিনো মীৰাৰ ৰন্ধা-বঢ়াৰ কথা কৈ বৰ প্ৰসংশা কৰিছিল। কিয়....?" এয়ে হ'ল ইৰাৰ চিন্তাৰ কাৰণ। কিন্তু যেতিয়াই মৃগেন আহি কাষ চাপেহি, ইৰাৰ মনৰ সকলো ভাৱনা দুৰ্ভাৱনা নিলগ হয়। তেওঁৰ অন্তৰত মৃগেনে পূৰ্ব্বৰ ৰূপেই দেখা দিয়ে। ক্ষন্তেকতে ইৰাৰ মানসিক দুৰ্ব্বলতা লোপ পায় মৃগেনক দেখিলেই। গিৰিয়েকৰ সৈতে খোলা অন্তৰেৰে কথাবাৰ্ত্তা হয়। সখীয়েক মীৰা আহি হাঁহিমুখে মাতযাৰি দিলেই ইৰাই সকলো কথা পাহৰি গৈ পূৰ্ব্বৰ সেই স্নেহ সনা ভাবেৰেই তাইক চায়। ভাবে, 'মীৰাক দেখোন সৰুৰেপৰা মই চিনি পাওঁ। কথাবাৰ্ত্তা, চাল-চলনত অৱশ্যে চঞ্চলতা তেতিয়াৰেপৰা তাইৰ আছে। তাইনো ইমান তললৈ নামিবনে ? নহয়, বৰুৱানীহঁতে তাইক চিনি নাপায় বাবেহে তেনে কুৎসা ৰটাইছে।......মোকো তাই কিমান প্ৰতিপাল কৰিছে মই এই কেইদিন পৰি থাকোঁতে। নিজা ভনী এজনীয়ে যে সিমানখিনি কৰিলে-হেতেন অথবা কৰিব পাৰিলেহেতেন তাত সন্দেহ। তাইৰ স্বভাবেই সেইটো। তেখেতৰ সৈতে মুকলি মূৰীয়াকৈ মোৰ সম্মুখতে দেখোন কথা বাৰ্ত্তা হয় ;—মইতো কেতিয়াও





একো ভবা নাই। নাই, বুঢ়া মানুহৰ কথাত ধৰিব লগীয়া নহয়। তেওঁবিলাকে বুজিবকে নোৱাৰে যে তাহানিৰ দিন আৰু নাই। আজিৰ স্ত্ৰী-স্বাধীনতাৰ যুগত পুৰুষ মহিলাই সমান স্থান লাভ কৰাৰ বিষয়ে সেই যুগৰ বুঢ়া বুঢ়ী সকলে বুজিবকে নোৱাৰে।"

কিন্তু সন্দেহৰ বীজ এবাৰ অঙ্কুৰিত হ'লে প্ৰতিপালৰ অভাৱত মৰহি নাযায় বৰঞ্চ সুপ্ত অৱস্থাত অন্তৰত স্থান লৈ এধানমান সুযোগ পালেই পুলি পোখা মেলি উঠে। যি খন দুৱাৰেদি সন্দেহৰ আগমন হয় সেই দুৱাৰেদিয়েই প্ৰেম আৰু বিশ্বাস বাহিৰ হৈ যায়। চোৰে গছৰ মুঢ়া এটাকেই পুলিচ বুলি চক্ খোৱাৰ নিচিনাকৈ সন্দেহী আত্মাই অযথা অন্তৰখন থকা-সৰকা কৰে। মৃগেন আৰু মীৰাক ওচৰত নেদেখিলেই বিচনাত পৰি থকা ইৰাৰ তেতিয়াৰেপৰা অজানিতভাবে প্ৰশ্ন উদয় হয়, 'ক'লৈ গ'ল' 'ক'ত আছে' অথবা 'কি কৰিছে' বুলি আৰু তাৰ লগে লগে বুকু খন ঢপ্‌ঢপাবলৈ ধৰে। বিচনাৰে পৰা কাণ খন পাৰিতপক্ষত সজাগ কৰি ৰাখে। ক'ৰবাত যদি মীৰাৰ হাঁহি এটা শুনিলে, ইৰাই চাটি ফুটি কৰিবলৈ ধৰে এনেয়ে ! মৃগেন কাষত নাথাকিলে মৃগেনৰ কথাকে ভাবে, 'ক'তা আজি কালি দেখোন মোৰ বৰ খবৰ নকৰে। মীৰাই দৰৱ

জাতি পথ্যাদিৰে প্ৰতিপাল কৰিছে যদিও তেওঁ আহিবতো লাগে। মীৰা যি নাৰ্স এজনীও সেই। এজনী নাৰ্সৰ ওপৰত মোক এৰি থ'বনে? আহিলেও খন্তেক বহিয়েই লব মাবে। নহয়, তেওঁৰ মনটো ক'ৰবাত। আই সকলৰ চকুৰ দৃষ্টি ঠিকেই হ'বলা........।'

'ক'তা সন্ধিয়াৰ আৰতি ঘণ্টাৰ দেখোন সাৰ স্থুৰ নাই। ছয়ো আকৌ ফুলনিৰ চুক পালেগৈনেকি, চাওঁচোন? বুলি আঠুৱাৰ খুটিটোতে দুৰ্ব্বল দেহাৰ ভৰটো থৈ ৰোগিণী ইৰা উঠিবলৈ চেষ্টা কৰিলে। দুখোজ ভৰি চলায়েই ক্ষীণ ভৰি দুখনত কঁপনি ধৰাত মাটিতে বহিবলৈ চেষ্টা কৰিছিল। কিন্তু বহিব নোৱাৰি কাটি হৈ যোৱাত ওচৰৰ বিচনা-খনতে কোনোমতে খোপনি দি ধৰি হেলনীয়া অৱস্থাৰ পৰা মাত দিলে 'উ-উ-স্', আৰু লগে লগেই মূৰ্চ্ছা গ'ল। ঠিক সেই মুহূৰ্ত্ততে হাতত গাখীৰৰ বাটিটো লৈ মীৰা আহি কোঠাত প্ৰৱেশ কৰি ইৰাক পৰি থকা অৱস্থাত পাই বাটিটো দলি মাৰি সখীয়েকক গৰা মাৰি 'মৃগেনদা', 'মৃগেনদা' বুলি চিঞৰ ধৰিলে। ক্ষন্তেকৰ ভিতৰতে মৃগেন আৰু স্থবিমল আহি ইৰাক যথা স্থানত শুৱাই দিলে। ডাক্তৰকো ইতিমধ্যে অনা হ'ল। ইৰাই সংজ্ঞা ঘূৰাই পালে যদিও শয্যা





ত্যাগ কৰা কাৰণটো চিৰকাল বৈ গ'ল অজ্ঞাত অৱস্থাত।

মীৰাৰ হাড় ভঙা খাটনি আৰু আপ্ৰাণ চেষ্টাত ইৰাৰ অসুখ ভাল হ'ল। সম্পূৰ্ণ আৰোগ্য নোহোৱা পৰ্য্যন্ত মীৰাই ইৰাক আৰু বান্ধনি ঘৰলৈ যাবলৈ নিদি ঘৰুৱা সংসাৰৰ সেই বিভাগটি নিজেই পৰিচালনা কৰিবলৈ ধৰিলে,—ইৰাই কেৱল ধোবাৰ হিচাপ লিখা, বজাৰৰ হিচাপ লোৱা আদি সাধাৰণ কাৰ্য্যৰ ভাৰকে গ্ৰহণ কৰিব লগীয়া হ'ল। চাওঁতে চাওঁতে ইৰাৰ পৰিবৰ্ত্তে মীৰাই ঘৰৰ ঘৈণী জনী হৈ পৰিল! মৃগেন আৰু স্থবিমলক ভাত বাঢ়ি দি হাতত বিচনীখন লৈ কাযতে বহি মৃগেনক পৰিচৰ্য্যা কৰা দেখি ক'ব নোৱাৰোঁ বেচেৰী ইৰাই মনতে কি ভাবিছিল। কিন্তু মীৰাৰ পৰিচৰ্য্যাত যে মৃগেন তৃপ্ত হৈছিল তাৰ প্ৰমাণ তেওঁ কেতিয়াও হাতেৰে নোচোৱা ৰঙা লাওৰ ডালনাখন তৃপ্তিৰে সৈতে খাবলৈ ধৰাতেই বুজা গৈছিল। বেচেৰী ইৰাই তাকে দেখি মনতে বেজাৰ পাইছিল এই ভাবি যে তেওঁ নিজে বান্ধোতে সেই ৰঙালাও মৃগেনৰ প্ৰতি বিষতুল্য আছিল।

বিষতুল্য নহবই বা কিয়? ঘৰৰ গৃহিণীয়ে খাবৰ পৰত ওচৰতে বহি ইটো সিটো খাবলৈ বুলি জোৰ কৰা

আৰু হাঁহি ধেমালিৰ চলতে এমুঠি ভাত বেচিকৈ পেটলৈ নিয়াবৰ চেষ্টা কৰা আমাৰ অসমীয়া সমাজত যে অতি বিৰল। ভাত গাল বাঢ়ি থৈয়ে ল'ৰা শুউৱাৰ চেলুতে মাকেও এঘুমতি মাৰি লোৱাৰ নিয়ম আমাৰ বহুতৰ ঘৰ-তেই দেখা পোৱা যায়। তেনে স্থলত মুখেৰে প্ৰকাশি নক'লেও ক'ৱৰাৰ কাৰোবালৈ বুলি বাঢ়ি থোৱা ভাত গাল দেখিলে ঘৰগিৰীৰ এই অসমীয়া ফকৰাটোলৈ মনতেই বা নপৰিব কিয় ?

'ভাতৰ ভতুৰা মেখেলা ভাৰী
ভাত বাঢ়ি থৈছোঁ খোঁৱাহি আহি।'

খেলিমেলি মনোভাবৰ মাজেদিয়েই ইৰাৰ দিনবোৰ বাগৰি যাবলৈ ধৰিলে। শৰীৰৰ উত্তাপ কমি আহিলে যদিও মনৰ সন্তাপৰ উপশম নহ'ল। তাতে যেতিয়া গা টঙাৰ পৰা হ'লত বাৰান্দাৰ দীঘল চকী খনতে বিশ্ৰাম কৰি থকা ইৰাই মীৰাৰ চালচলন, কথাবাৰ্ত্তা আদি লক্ষ্য কৰিবলৈ ধৰিলে, তেতিয়া পদে পদে মীৰাৰ গাত চঞ্চলতাহে দেখিবলৈ পালে। তদুপৰি ইৰা সম্পূৰ্ণৰূপে আৰোগ্য হোৱাতো যেতিয়া মীৰাই তেওঁক ৰন্ধা-বঢ়াৰ উদ্দেশ্যে ৰান্ধনি ঘৰলৈ যোৱাত বাধা দিলে আৰু মীৰাৰ কথাতে যেতিয়া হয় দি মৃগেনেও ক'লে যে ইৰাই আৰু ভাত





ৰান্ধিব নালাগে, তেতিয়া সন্থহতে ৰোগশয্যা পৰিত্যাগ কৰা দুৰ্ব্বল ইৰাৰ দুৰ্ব্বল মনত সন্দেহৰ এটা খেলি-মেলি ভাৱ উদয় হ'ল। আনহাতে আই সকলে কৰি যোৱা সা-সমালোচনাৰ লগত মীৰাৰ ৰন্ধা-বঢ়া আৰু মৃগেনৰ আল-পৈচান ধৰাৰ তৎপৰতা লগ লাগি মীৰাৰ মানসিক দুৰ্ব্বলতা আৰু সৰল কৰি তুলিলে।

নিজে ৰান্ধি বাঢ়ি, দি থৈ, ভাত খাবলৈ ইচ্ছা নকৰাটো একো আচৰিত নহয়। ইৰাৰ বেলিকা কিন্তু এই কথা বিপৰীত ভাৱেহে দেখা দিলে। মীৰাই ৰন্ধা বঢ়া কৰি ৰান্ধনি ঘৰ দখল কৰি লৈ মৃগেন আৰু সুবিমলক খুউৱাৰ দায়িত্ব বহন কৰাত ইৰাই এদনীয়া হৈ এমুঠি ভাত বেচিকৈ খোৱা চাবি খোৱা-বোৱাৰ ফালে ক্ৰমাত ৰুচি কমি অহাহে দেখা গ'ল। বেমাৰৰ পৰা উঠা বুলি মীৰাই যি ধৰণে ইৰাক আতোল-তোল কৰি পৰিচৰ্য্যা কৰিবলৈ ধৰিলে, সেই পৰিচৰ্য্যাই ইৰাক সন্তোষ দিব নোৱাৰিছিল। তেওঁ আন কৰোবাৰ পৰিচৰ্য্যা বিচাৰে যি কথা মুখ খুলি কবলৈ হয় তেওঁ বেয়া পায় নহয় লাজ কৰে। বন্ধু সুবিমলৰ সৈতে খোৱা বোৱা কৰি মৃগেন ওলাই যায়, ইৰাই খালেনে নাই, কি খালে নাখালে তাৰ খবৰ কৰাৰ বিশেষ একো প্ৰয়োজন বোধ কৰা নাছিল। বিশেষকৈ

মীৰাৰ নিচিনা বাংচালী সখীয়েক এজনীয়ে যেতিয়া ইৰাৰ সকলো খা-খবৰ ৰাখি আছে, মৃগেনেনো আৰু খবৰ কৰিবৰ কিবা আছেনে? আলেঙে আলেঙে থাকিলে যে প্ৰেম বান্ধোনৰ গাঁঠিটো ঢিলা হৈ পৰে তাক মৃগেনে বুজি নাপাইছিল। মৃগেনে আৰু বুজিব নোৱাৰিলে নাৰী-হৃদয় কি ধাতুৰে নিৰ্ম্মিত। এক্‌স্তেক অৱহেলিত বুলি ধাৰণা হ'লেই মানৱে ধৰা ধাতু সৌৰজগতত বিচাৰি নাপালেও যে পোৱা যায় নাৰী-হৃদয়ত, সেই কথা মৃগেনে যেতিয়া বুজিব পাৰিলে তেতিয়া যথেষ্ট পলমেই হ'ল। দাম্পত্য প্ৰেমৰ গাঁঠি অটুট ৰাখিবলৈ হ'লে যে কেৱল সৰল অন্তঃকৰণেই কাম কৰিব নোৱাৰে সেই কথাও যদি মৃগেনে কিছু আগতে উপলব্ধি কৰিলেহেতেন, 'ভুলৰ-সমাধি'ৰ আখ্যানে অন্য ৰূপ ল'লেহেতেন।

দিন যোৱাৰ লগে লগে ইৰাৰ এটা খিট্‌খিটীয়া স্বভাৱ মৃগেনৰ চকুত পৰিল। দীৰ্ঘকাল অসুখত ভোগাৰ বাবেই স্বভাৱটো তেনে হৈছে বুলি মৃগেনে প্ৰথমতে ভাবিছিল। কিন্তু ইৰাই যেতিয়া গিৰিয়েকৰ প্ৰত্যেক কথাতেই আপত্তি আৰু অসন্তোষ প্ৰকাশ কৰিবলৈ ধৰিলে, প্ৰত্যেক কামতেই আঁসোৱাহ ধৰি প্ৰতিবন্ধক জন্মাই সময়ে অসময়ে নানান ধৰণৰ প্ৰশ্নৰ দ্বাৰা মৃগেনক ব্যতি-





ব্যস্ত কৰিবলৈ ধৰিলে, মৃগেনে সঁচাকৈয়ে ঘৈণীয়েকৰ ওচৰত সংযত ভাবে চলিব লগীয়া হ'ল। কিন্তু ইৰাৰ মনোব্যাধিনো কি তাক ঠাৱৰাব নোৱাৰিলে। কেৱল মাত্ৰ তেওঁ ইৰাৰপৰা অলপ আলেঙে আলেঙে ফুৰিবলৈ ধৰিলে। মৃগেনৰ সেই পৰিৱৰ্ত্তনে ইৰাৰ মনৰ সন্দেহৰ দাবানল দুগুণে জ্বালাই তুলিলে। ভাবিলে,...."মোৰ পৰা আজিকালি আঁতৰি আঁতৰি থকা হ'লেই। বান্ধবী বুলি স্থান দি সতিনী চপাই ললোঁ। চাওঁচোন বাৰু কিমান দূৰ যায়।"

মাহ চেৰেকৰ পাচতে মীৰা আৰু সুবিমলে বেলেগ ঘৰ এটা ল'লেগৈ। তেওঁবিলাক হঠাতে বেলেগ হৈ যোৱাৰ ৰহস্য এটাও আছে। মীৰাৰ প্ৰতি ইৰাৰ ব্যৱহাৰ ক্ৰমাত বেয়ালৈ ঢাল খালে। সেই মাজ নিশালৈকে গুন গুন কৰি কথা হোৱা প্ৰথা লোপ পালে। মাতিলেও ইৰাই মাতযাৰ দিবলৈ টান পোৱা হ'ল। ভুল, ভ্ৰান্তি, হিংসা, অভিমান, সন্দেহ এই পাঁচোটাই মনত স্থান ললে ব্যৱহাৰ বেয়া হোৱাটো স্বাভাৱিক। পুৱাতে শুই উঠি সাজ পাৰ পৰিপাটিকৈ কৰি, অলঙ্কাৰৰ পৰিৱৰ্ত্তে খোপাই মূৰে বাৰীৰ ধুনীয়া ধুনীয়া ফুলবোৰ পিন্ধি মীৰাই ঘৰৰ ঘৈণী-জনীৰ নিচিনাকৈ মৃগেনক চাহ-জলপানৰ যোগান ধৰাটো

ইৰাৰ পক্ষে অসহনীয় হৈ উঠিছিল। তাতে যেতিয়া মীৰাৰ সাজ পাৰৰ সমালোচনা কৰি,—'অসমীয়া ছোৱালী আলাবাছু', 'অসমীয়া ছোৱালীয়ে সাজ-পাৰ কৰিব নাজানে', বুলি আধাৰ চেৰেক শুনাই শুনাই মৃগেন ওলাই যায়, তেতিয়া ইৰাৰ গোটেই গাটো পুৰিবলৈ ধৰে।

সুবিমল হৈছে বীমা ব্যৱসায়ী মানুহ। সময়ে অসময়ে ঘৰৰ পৰা ওলাই গৈ কেতিয়া ঘৰ পাইহি তাৰ ঠা-ঠিকনা নাই। নিজৰ অৱস্থাৰ উন্নতিৰ বাবে মৰি পৰি চেষ্টাত লিপ্ত থকাত ঘৰুৱা সংসাৰখনলৈ বৰ মনকাণ দিব পৰা নাই বহুত দিন আৰু দিবৰ প্ৰয়োজনো বোধকৰা নাছিল। মাজে সময়ে মীৰাই বেলেগ এটা ঘৰ লোৱাৰ কথা সুবিমলৰ আগত কৈছিল আৰু ইৰাৰ যে তেওঁবিলাকৰ প্ৰতি সহৃদয়তা লঘু হৈ আহিছিল সেই বিষয়েও সময়াসময়ে সুবিমলৰ কাণ চোৱাই আছিল। কেবাটাও কাৰণত সুবিমলে হঠাতে বেলেগ হৈ যোৱাৰ কথা ভাবিব পৰা নাছিল। প্ৰথমতে হৈছে তেওঁ নিজেই হৈছিল ঘূৰি ফুৰা মানুহ। বেলেগ হ'লে মীৰা প্ৰায়েই অকলশৰীয়া হ'ব। দ্বিতীয়তে মৃগেনৰ-পৰা তেওঁ বীমা-ব্যৱসায়ত বহুত সহায় পাইছিল। বেলেগ হৈ গ'লে কিজানিবা মৃগেনৰ সহযোগিতাৰ অভাৱেই হয়,—কিজানিবা মৃগেনে বেয়াকে পায়। তদুপৰি





তেওঁবিলাকে খোৱাৰ খৰচ যেতিয়া দিছেই, বেলেগ হ'বৰ প্ৰয়োজনেই বা কি? এই সকলো বিলাকৰ ওপৰত কিন্তু সুবিমলৰ মীৰা আৰু মৃগেনৰ প্ৰতি ইতিমধ্যে গঢ়ি উঠা ভক্তি আৰু কৃতজ্ঞতাৰ ভাবটোৱে মীৰাই বেলেগ হৈ যাবৰ বাবে কৰা প্ৰস্তাৱটো সমৰ্থন নকৰাইছিল। মীৰাৰ প্ৰতি যে ইৰাই বেয়া ব্যৱহাৰ কৰিব তাক সুবিমলে বিশ্বাসকে কৰিবলৈ টান পাইছিল। সেই কাৰণেহে নিশা শোৱনি মন্ত্ৰণাগাৰৰ ভিতৰত মীৰাই কোৱা কথা-বিলাকলৈ তেওঁৰ স্বামীয়ে বহুত দিন মন-কাণ দিয়া নাছিল। মীৰাৰ ভুল আৰু ভ্ৰান্তিৰ বাবেই উক্ত ভাবে হৃদয়ত স্থান লাভ কৰিছিল বুলি তেওঁ ভাবিছিল। সেই কাৰণেই মীৰাৰ প্ৰস্তাৱত সুবিমলে বিশেষ গুৰুত্ব দিব পৰা নাছিল বহুত দিনলৈকে। ইফালে গোটেই দিনটো ঘৰতেই থাকিব লগীয়া হোৱা মীৰাই পদে পদে ইৰাৰ ব্যৱহাৰত ক্ষুণ্ণ হ'বলৈ ধৰিলে। তাই কিন্তু পাৰিতপক্ষত সেই সকলো ব্যৱহাৰ দুৰ্ব্যৱহাৰৰ প্ৰতি আওকাণ কৰি হাঁহি মুখেৰেই দিন নিয়াবলৈ ধৰিলে।

মৃগেন আছিল এজন সৰল ভাৱৰ সৰল চিতীয়া ডেকা। সৰুৰেপৰা অকলশৰে ডাঙৰ দীঘল হোৱা মৃগেনে নাৰীৰ চৰিত্ৰ আৰু মনোভাব অধ্যয়ন কৰিবলৈ অৱকাশ

পোৱা নাছিল। মহিলা মহলৰ সা-সমালোচনাৰ বিষয়ে ভূ লবলৈও তেওঁৰ ঘৰখনত তিৰোতা মানুহৰ সঁচেই বহুকাল নাছিল। তেনে স্থলত বিবাহিত হ'লেও সংসাৰী জীৱনৰ এটা পিঠি তেওঁৰ শূন্য অৱস্থাত। মীৰা আহি তেওঁৰ ঘৰত কিছুদিন থকাৰ পাচত যেতিয়া মনৰ সঙ্কোচ ভাব আঁতৰ হোৱাৰ লগে লগেই তেওঁক 'দাদা' বুলি সম্বোধন কৰিলে, মৃগেনেও নিজা ভনী এজনীৰ নিচিনাকৈ তাইক জ্ঞান কৰিবলৈ ধৰিলে আৰু ব্যৱহাৰো কৰিবলৈ ল'লে ঠিক সেই ৰূপেই। অবুজ মৃগেনে বুজিব নোৱাৰিলে যে 'দাদা' বুলি মাতিলেই ৰক্ত-মাংসৰ সমন্ধ হ'ব নোৱাৰে আৰু তেনে ধৰণৰ ব্যৱহাৰে যে সমালোচকৰ চকুত সমালোচনাৰ কাৰণে বহুত আলম যোগাব পাৰে। মনৰ সৰলতা যিমানেই নাথাকক দহৰ মুখত সোপা দিয়া বৰ সহজ নহয়। সেই কাৰণেই মৃগেন আৰু মীৰাৰ বিষয়ে ওচৰ চুবুৰীয়াৰ মাজত বিশেষকৈ মহিলা মহলত বহুত ফু-ফা হ'বলৈ ধৰিলে। মৃগেনৰ কিন্তু ইৰাৰ প্ৰতি থকা প্ৰণয় চিৰকাল একে ধৰণেই আছিল। তেওঁৰ মনত অগাধ বিশ্বাসো আছিল যে ইৰাই তেওঁৰ ওপৰত কোনো কুৎসা ভাব ৰাখিব নোৱাৰে। কিবা বেয়া দেখিলে ইৰাই মুখ খুলি নিশ্চয় ক'ব। এই ভাবটো মনত লৈয়ে মৃগেনে ভনীয়েকৰ





নিচিনাকৈ মীৰাক জ্ঞান কৰি ভনীয়েকক দিয়াদি ইটো সিটো বস্তু বজাৰৰপৰা আনি দিয়ে আৰু মীৰায়ো তাকে 'দাদাই উপহাৰ দিয়া' বুলি ইৰাৰ আগত গৌৰব কৰে।

ইৰাৰ অসুখৰ পাচৰপৰা মৃগেনে মীৰাক আৰু মৰম কৰা হ'ল। ইৰাক আৰোগ্য কৰিবলৈ মীৰাই যিমান খাটনি খাটিলে, তাৰ বাবে কৃতজ্ঞতাবশতঃ হ'লেও তেতিয়াৰপৰা মৃগেনে মীৰাৰ বেচি খবৰ কৰা হ'ল। আনহাতে নিজেই নিজকে অৱহেলিত বুলি জ্ঞান কৰা ইৰাই মৃগেনৰ মীৰাৰ প্ৰতি চেনেহ আৰু তৎপৰতা চাই চাই জ্বলি পুৰি মাৰিবলৈ ধৰিলে। মৃগেনৰ ব্যৱহাৰ আৰু আইসকলে কৰি যোৱা সমালোচনা আৰু বহুত কিবা কিবি গোট খাই ইৰাৰ মনৰ গতি লাহে লাহে ঘূৰাই পেলালে। সেয়েহে সেইবাৰ ব'হাগৰ বিহুৰ আগে আগে মীৰা আৰু স্নুবিমলক অসমীয়া জা-জলপানৰ সোৱাদ দিবৰ ইচ্ছা কৰি যেতিয়া মৃগেনে নিজৰ মনৰ ভাব ইৰাৰ ওচৰত প্ৰকাশি ক'লে, ইৰা একেবাৰেই বাঘিনী জনী হৈ নানা কটু বাক্য বাণৰ প্ৰয়োগত গোটেই ঘৰখনতে অশান্তিৰ জুই জ্বলাই তুলিলে। আগৰ নিচিনাকৈ মীৰাই ঘৰুৱা কাম বন চলাই লৈ গ'ল যদিও সেই-দিনা ঘৰত কাৰো সাৰ সুৰ নাই। ইৰাৰ লগতে

মীৰাৰো সেইদিনা ভাত পানী নাই। মীৰাই আলেঙে আলেঙে চকু-পানী সম্বৰণ কৰি ফুৰিছিল যদিও নিজৰ চকু যুৰিয়ে বিশ্বাসঘাতকতা কৰি অপ্ৰত্যাশিতভাবে মৃগেন আৰু সুবিমলৰ ওচৰত ধৰা পেলাই দিলে। ইফালে ইবাৰো ধৰি ল'লে যে মীৰাই চকু-পানী টুকি মৃগেনৰ ওচৰত প্ৰেম নিবেদন কৰি সহানুভূতিৰ প্ৰত্যাশা কৰিছে। নিজকে নিজে কোৱাদি ইৰাই অন্তৰালৰপৰা যি কেইযাৰি বাক্য উচ্চাৰণ কৰিলে....থাওক আৰু।

* * * *
* * *
* *

মীৰা আৰু সুবিমলে ন-ঘৰ ললেগৈ। ঘৰ ল'বৰ দিনা বন্ধু বান্ধবক মাতি আনি চাহ জলপানৰ যোগেদি বীমা ব্যৱসায়ৰ সুবিধা বিচৰাৰ প্ৰবল ইচ্ছা থকাতো সেইটো হৈ নুঠিল। তেওঁ বিলাকৰ গৃহ প্ৰৱেশ কাৰ্য্য অকণো আনন্দদায়ক নাছিল।

যিমানেই আত্মীয় নহওক লাগিলে, ৰাজ অট্টালিকা হ'লেও লোকৰ ঘৰত কোনো মুকলি মূৰীয়া হ'ব নোৱাৰে। তাতে সস্ত্ৰীক বাস কৰিবলৈ হ'লে অকলশৰীয়া ঘৰ দুৱাৰহে সকলোৱে ভাল পায়। মৃগেনৰ বিৰাট ঘৰ দুৱাৰত





বাস কৰি আহি মীৰাহঁতে ভাড়ালৈ বুলি লোৱা দুকোঠালিৰ সৰু ঘৰটোত সেই বাবেই একো অসুবিধা পোৱা নাছিল। যি যৎসামান্য অসুবিধাই দেখা দিছিল, প্ৰথম দুই তিনি মাহতে সেইবোৰ দূৰ কৰি লৈ সুন্দৰ থুলমূলীয়া গৃহস্থালি এখন স্থাপন কৰি লোৱাত পলম নালাগিল। বেলেগে ঘৰ লোৱাৰ পাচতে মীৰাই সুবিমলৰ লগত ভালে কেইটা দিন মনত শঙ্কা ভাব এটা লৈ চলিব লগীয়া হৈছিল এটা কাৰণত যে কিজানিবা ইৰাই তেওঁৰ চৰিত্ৰৰ ওপৰত সন্দেহ কৰা ভাবটোৱে সুবিমলৰ অন্তৰো বিন্ধিছে ? কি-জানিবা মৃগেনৰ ঐশ্বৰ্য্য সম্পত্তি দেখি শুনি মীৰা তেওঁৰ প্ৰতি আকৃষ্ট হোৱা বুলি স্বামীয়েও মনতে ভাবে। কিজানিবা সুবিমলে ভাবিছে যে তেওঁ নিজে যেতিয়া সৰ্ব্বহাৰা হৈ পৰৰ আশ্ৰয় লব লগীয়া হ'ল, নিজৰ তিৰোতায়ো কিজানি তেওঁৰ প্ৰণয়ৰ ওপৰত নেওচা দি পৰ পুৰুষলৈ চকু দিছে! কিন্তু যেতিয়া মীৰাই দেখিলে যে মৃগেন তেওঁ বিলাকৰ ঘৰলৈ আহিলেই সুবিমলে পূৰ্ব্বৰ সহৃদয়তা প্ৰকাশ কৰি ততালিকে মীৰাক খবৰ দিয়ে, মৃগেনক চাহ জলপান খুৱাই পঠিয়াবৰ বাবে মীৰাক নিৰ্দ্দেশ দিয়ে, তেতিয়া মীৰাক বঢ়িয়াকৈ বুজি ল'লে যে সুবিমলৰ মনত গামৰে ধৰা নাই। চতুৰ

মীৰাই কেইদিনমানতে বুজিব পাৰিলে যে তেওঁৰ স্বামীৰ তেওঁৰ প্ৰতি থকা পূৰ্ব্বৰ প্ৰণয় তেতিয়াও অটুত। শিক্ষিতা মীৰাই তীক্ষ্ণ দৃষ্টিৰে স্বামীৰ অন্তৰত প্ৰৱেশ কৰি দুদিনতে বুজিব পাৰিলে যে সুবিমলে সেই সকলো ঘটনা, দুৰ্ঘটনা, আ-আলোচনা, সমালোচনা, প্ৰচাৰ-অপপ্ৰচাৰলৈ ভ্ৰূক্ষেপ নকৰি অতীতৰ প্ৰেম আৰু প্ৰণয়ৰ বান্ধোন ঢিলাই দিয়া নাই। স্বামী স্ত্ৰীৰে গঠিত সৰু অথচ সুন্দৰ গৃহস্থালি খনৰ মাজত মীৰা আৰু সুবিমলে হাঁহি মুখে দিন কটাবলৈ ধৰিলে।

ইফালে মীৰাহঁত আঁতৰ হোৱাৰেপৰা মৃগেনৰ ঘৰখনে এটা বেলেগ ৰূপ ধৰিলে। চলন্ত যন্ত্ৰ এটাৰ নিচিনাকৈ ইৰাই ঘৰ সংসাৰ চলাই লৈ গ'ল, কিন্তু সেই ঘৰত সেই হাঁহি আৰু নাই। গোটেই ঘৰখনতে কেৱল মাত্ৰ এক গাম্ভীৰ্য্য। যাবৰ সময়ত মীৰাহঁতে বেয়া পাই গ'ল, এইটো কথাতহে মৃগেনৰ মনত বৰ অশান্তি। কিন্তু এই কথা বিলাককে লৈ ইৰাৰ সৈতে বাক্-বিসম্বাদ নকৰাই ভাল বুলি ভাবি মৃগেনে মীৰাহঁতৰ নাম গোষ্কেক ঘৈণীয়েকৰ ওচৰত নল'লে। মৃগেন কিন্তু মনে মনে মীৰাহঁতৰ ঘৰলৈ যায়। যোৱাৰ কথা ইৰাৰ আগত নকয়। তেওঁ নিশ্চয়কৈ বুজিছিল যে মীৰাৰ সৈতে ঘনিষ্ঠতা ইৰাই





ভাল নাপায়। কিন্তু অযথা ইৰাৰ মনত সন্দেহ জন্মাত মৃগেনৰ মনতো কিবা এটা জেদ্ ভাব আহি পৰিছিল। "....কিয় নাযাম, যাম। তাই সন্দেহ কৰিলেই হ'ল নেকি?" কিন্তু "মীৰাহঁতৰ তালৈ যাওঁ" বুলি পোনপটীয়াকৈ নগৈ আওপাক অৱলম্বন কৰাৰ হেতু কি, তাক কিজানি মৃগেনে নিজেই অনুভৱ কৰিব পৰা নাছিল। "আজি 'ইনষ্টিটিউটৰ' ডাঙৰ 'কেছ' এটা পোৱাৰ কথা', 'আজি অমুকৰ ডাক্তৰী পৰীক্ষা', 'আজি বিশেষ কাম এটা আছে' বুলি খপ্ জপ্‌কৈ কাগজপত্ৰ কিছুমান লৈ ওলাই যায় আৰু ঘূৰি আহিয়েই অযথা ভয়ানক কৰ্ম্মব্যস্ত আৰু গহীন চিন্তামগ্ন হৈ দেখুৱায়, যাতে ইৰাই কোনো প্ৰশ্ন তুলিবলৈকে সুবিধা নাপায়। মীৰাহঁত যোৱাৰ লগে লগে অকস্মাতে কামৰ ইমান হেঁচা পৰাত ঘৰত থাকিবলৈকে সময় নোহোৱা হ'ল। ইৰাৰ আৰু বুজিবলৈ বাকী নৰ'ল যে তেওঁৰ স্বামীৰ ইমান কাম থাকে ক'ত। মৃগেনে কিন্তু বুজিব পৰা নাছিল যে নাৰী-হৃদয়ে চকুৰ পচাৰতে পুৰুষৰ গোটেই অন্তৰখনকে দেখা পায়। আলেঙে আলেঙে ইৰায়ো গতিবিধি লক্ষ্য কৰি ৰ'ল। কোনো প্ৰশ্নকে নকৰিলে।

সকলো কাৰ্য্যৰ গুৰিতে যে এগৰাকী তিৰোতা থাকে তাক মৃগেনে নুবুজিলে। মৃগেনে আৰু নুবুজিলে

যে ভাল অথবা মন্দ আলোচনা যি গৰাকী মহিলাৰেই পুৰুষ সমাজত কম পৰিমাণে হয়, সেই গৰাকীয়েই যে গৌৰৱান্বিতা। ইৰা আৰু মীৰাৰ মাজত পাৰ্থক্য আছিল ইমানেই। কথাবাৰ্ত্তা, চাল-চলনত ইৰা আছিল গহীন-গম্ভীৰ। ইৰাৰ চকুৰ দৃষ্টিত আছিল জুইৰ আঙনি। মীৰা আছিল চঞ্চল, অস্থিৰ। ভৰিৰ উজুতিত দুই এটা বস্তু ওফৰাই দিয়া মীৰাৰ চকুত সচৰাচৰতে প্ৰকাশ পাইছিল হাঁহিৰ ৰেঙণি। ইৰাৰ ওচৰত পাচ মিনিটকাল বহিলেই এযুগ বহিলো যেন লাগে, কিন্তু মীৰাৰ ওচৰত ওৰে দিনটো থাকিলেও কেৱলমাত্ৰ এক্ষন্তেক আলাপ কৰিবলৈহে ভাগ্যত ঘটিলে বুলি বহুতেই ভাবিছিল। চিৰকাল অসমতে বাস কৰা ইৰাক চহৰৰ বহুতেই ভাল দৰে চিনি নাপাইছিল,—বঙ্গদেশ ভঙ্গ হোৱাৰ পাচত ভাগ্য অন্বেষণত বাহিৰ হৈ অহা বাস্তুহাৰা মীৰাক চিনি নোপোৱা মানুহ বৰ কমেই আছিল। ছাত্ৰী অৱস্থাতো দুষ্ট লৰাৰ শ্লেষ বাক্যৰ প্ৰত্যুত্তৰ তেতিক্ষণে দিব পাৰিছিল মীৰাই,—কিন্তু ইৰাই হষ্টেলত গৈহে ভাবিছিল এনেকৈ কোৱা হ'লে ভাল আছিল।

বেলেগে ঘৰ লোৱাত ইফালে সুবিমলৰ বীমা ব্যৱসায়ত বহুতখিনি সুবিধাহে হ'ল। মৃগেনহঁতৰ ঘৰত





থাকোঁতে কোনো এজেণ্ট অথবা ভাবী মক্কেল আহিলে যথাৰৎ সোধ-পোচ কৰি সন্তুষ্ট কৰাত কিছু অন্তৰায়ে দেখা দিয়াটো স্বাভাবিক। বহুত দিন তেওঁ ৰেলৰ 'ৰিফ্ৰেচমেণ্ট ৰুম' আৰু পান বজাৰৰ 'ডেইৰী'তে লগ ধৰি কাম সমাধা কৰিব লগীয়া হৈছিল যদিও ব্যয় বাহুল্যতাৰ কাৰণে ইচ্ছা থাকিলেও অন্ততঃ মাহৰ শেষ ভাগত তেনে ধৰণৰ অভ্যৰ্থনাৰপৰা তেওঁ আঁতৰি থাকিব লগীয়া হৈছিল। বেলেগে ঘৰ লোৱাত সেই আহুকাল আঁতৰিল। নিজৰ ঘৰতে মীৰাই অভ্যাগত সকলক হাঁহি মুখে অভ্যৰ্থনা কৰে। দুই চাৰিটা কথাৰে আপ্যায়িত কৰে, সুবিমলৰ অনুপস্থিতিত গল্প কৰি সেই কালছোৱা অতিবাহিত কৰে। মীৰাৰ স্নেহ-সনা অকুণ্ঠিত ব্যৱহাৰত সকলোবিলাকেই তুষ্ট। বহুতেই মীৰাহঁতৰ ঘৰখন নিজৰ হিচাপেই ধৰি লৈ ভিতৰে বাহিৰে অবাধে ভ্ৰমণ কৰিবলৈ পাই ধন্য মানিলে। লগে লগে সুবিমলেও সেই সকলৰ সহযোগিতাত বীমা ব্যৱসায়ত বেচ কৃতিত্ব দেখুৱাব লগে লগে বঙালী সকলৰ চিৰকলীয়া প্ৰথা অনুযায়ী তেওঁবিলাক দুয়ো বঙালী সমাজত ভুক্ত হৈ পৰিল। তাৰ লগে লগে মীৰাই ইমান দিনে ব্যৱহাৰ কৰা মেখেলা চাদৰেও চিৰ-বিদায় ল'লে। জৰ্জেট আৰু বেনাৰাসী

বং বেৰণ্ডব মকৰাৰ জালে মীৰাৰ ৰূপ লাৱণ্যক সাঙুৰি ধৰিলে। মীৰাৰ এতিয়া সম্পদৰ সময়। বিপদৰ কালত সুপ্ত অৱস্থাত থকা 'মাসতুত পিসতুত ভাই-বোন' বহুতেই আত্মপ্ৰকাশ কৰিলে। আত্মীয়-স্বজন, বন্ধু-বান্ধব ক্ৰমাত বাঢ়ি অহাত তেতিয়া আৰু মৃগেনহঁতৰ ঘৰলৈ যাবলৈকো তেওঁবিলাকৰ সময়ৰ অভাৱ হ'ল। তাতে আকৌ মীৰাই তেওঁৰ মৃগেনদাক নিতৌ নিজৰ ঘৰতে লগ পায় থাকে। সেইবাবেই কিজানি তেওঁবিলাকৰ ঘৰলৈ যোৱাৰ প্ৰয়োজনো বিশেষ বোধ নকৰিছিল। ইবাৰ সন্দেহী চকুৰপৰা নিলগত ৰাখিব পাৰিলেই মঙ্গল বুলি ভাবি মৃগেনেও মীৰাক কোনো দিনাই নিজৰ ঘৰলৈ অহাৰ কথা কোৱা নাছিল। ইবাৰ ওপৰত কৰা মৃগেনৰ মনৰ 'জেদ' এই খিনিতেই সেমেকি পৰিছিল। মনতে যিহকে নাভাবক লাগিলে ঘৈণীয়েকৰ ওচৰত বহুতৰেই মনটো কোঁচ খাই পৰে,—অকল মৃগেনৰেই নহয়, বহুতৰ। তাৰ প্ৰমাণ বিচাৰি বেচি দূৰলৈ যাবৰ সকাম নাই। ক্লাবঘৰৰ প্ৰত্যেক সভ্যই সেই কথা সমৰ্থন কৰিব। ইংৰাজৰ আৰ্হিত স্থাপিত হোৱা এই ক্লাবঘৰ সমূহত পুৰুষ মহিলা, স্বামী-স্ত্ৰীয়ে অবাধে যোগদান কৰা আমাৰ সমাজত আজিও প্ৰচলন হোৱা নাই। সেই বাবেই আই সকলক





বান্ধনি ঘৰত সুমাই দি বিশেষ কাম থকাৰ অজুহাতত বহুত পুৰুষেই বাহিৰ হৈ পৰে সন্ধিয়াৰ লগে লগে। তাচ, পাশা, দবা আদিত মগ্ন হৈ নিশা দুপৰত ঘৰলৈ ঘূৰি যাওঁতে প্ৰত্যেকৰেই মনত শঙ্কা যে শ্ৰীমতীসকলৰ হাঁহি মুখ দৰ্শন হয়নে নহয়। গোবৰৰ পাচি যেন মুখখন দেখা পালেই তাৰ প্ৰতিবিধানৰ চেষ্টা কৰে অতি সোনকালেই। তেনে প্ৰত্যুৎপন্নমতি অন্য ক্ষেত্ৰত খটাব পৰা হ'লে আজি অসমীয়া এটা জাতি হিচাপেই দেখা দিলেহেতেন। ক্লাবঘৰত পলম হ'ল বুলিবলৈও মনত সাহ নাই। সেই বাবেই কোনোজনে আভুৱা ভাৰে 'চাবুৱাত মটৰ ভাগিলে' বুলি, কোনোৱে কয় যে অমুক বাগিচাত বনুৱাৰ বিদ্ৰোহ, 'আকৌ কাইলৈ যাব লাগিব' বুলি পাচ নিশাৰ বাটটোও সুগম কৰি থয়। এজনে আকৌ যোগাৰ কৰি ফুলৰ মালা এধাৰকে লৈ গৈ দেখুৱায়গৈ যে ৰাইজৰ বিশেষ অনুৰোধত তেৱেঁই চিৰিপুৰীয়াৰ স্কুল ঘৰৰ দুৱাৰ মুকলি কৰিব লগীয়া হোৱাতহে পলম হ'ল। ক্লাব ঘৰত যদি ডাক্তৰ সভ্য থাকে তেতিয়া হ'লে কথাই নাই। প্ৰতিটো নিশাতেই যে কিমানটা 'ডেলিভাৰী কেছ'ত তেওঁবিলাক ব্যস্ত থাকিব লগীয়া হয় তাৰ তালিকা কৰিলে এটা কথা বঢ়িয়াকৈ প্ৰমাণ হ'ব যে ক্লাব ঘৰ থকা চহৰত আই সকলে

যেন নিশা বাৰ বজাৰ আগতে সন্তান জন্মকে নিদিয়ে। বিপথগামী যুৱক সকলেও তেনে এশ এটা গল্পৰ সৃষ্টি কৰি কিছুদিনলৈ নিজৰ চৰিত্ৰ গৃহিণীহঁতৰ ওচৰত আঁৰ কৰি ৰাখিবৰ বাবে সক্ষম হয়। কিন্তু আইসকলৰ জানো কি এক ঐশ্বৰিক শক্তি আছে। তেওঁবিলাকে যেন দিব্য চক্ষুৰে নিজ পুৰুষৰ সকলো কাৰ্য্য কলাপ চাই অন্তৰত হাঁহিৰ কল্লোল তোলে এই ভাবি যে 'কাৰ আগত লুকুৱাবা ?'

মীৰাহঁতে বেলেগ ঘৰ লোৱাৰ মাহ চেৰেকৰ পিচত সেইদিনা সন্ধিয়া ধুনীয়া সাজ-পোছাকেৰে বিভূষিতা মীৰা সুবিমলৰ সৈতে আহি যেতিয়া মৃগেনৰ ঘৰত ভমক্কৰে সোমায়েই 'ইৰাদি' লি মাত দিলে, তেতিয়া ইৰা আৰু মৃগেনৰ মাজত বাক্ যুদ্ধৰ অভিনয় এখন সাম কাটিছিলহে মাত্ৰ। সেই অভিনয়ৰ প্ৰধান ভূমিকাত ইৰাৰ স্বামী মৃগেন আৰু সুবিমলৰ পত্নী মীৰা নায়ক নায়িকা ৰূপে ইৰাৰ চকুৰ আগত দেখা দিছিল। মীৰাৰ মাতষাৰ শুনিয়েই সকলো মান অভিমানৰ ভাব নিলগ কৰি, ওঁঠত মৃদু মধুৰ কৃত্ৰিম হাঁহিৰ ৰহণ এটি সানি লৈ ওলাই আহিল মৃগেন। আহি দেখে সন্ধিয়াৰ অতিথিৰূপে মীৰা আৰু সুবিমলৰ আগমন। সেইদিনা মীৰাৰ দেহত দুই এটি





নতুন অলঙ্কাৰে দেখা দিছিল। কাণত কাণপাশা, বাহুত অনন্ত, ডিঙিত জোড়োয়া হাৰে সঁচাকৈয়ে প্ৰমাণ কৰিলে মীৰাৰ তাহানি কালৰ 'জামাই বাবুৰে' তোমাক দিয়া অলঙ্কাৰ ব্যৱহাৰ কৰিবলৈ মোৰ কি অধিকাৰ আছে ? অৱস্থা ভাল হ'লে তেওঁ নিজেই দিব' বোলা কথাষাৰিৰ সত্যতাৰ বিষয়ে। সেইদিনা মীৰাই পিন্ধি অহা বেনাৰাসী নতুন সাড়ীখনৰ ৰং, গাৰ ব্লাউজ আৰু জোতাযোৰৰ ৰঙেৰে বেচ সামঞ্জস্য ৰক্ষা কৰিছিল। কপালত সেন্দুৰৰ ফোঁটৰ ঠাইত সেই একে বৰণৰে এটি ৰাংপটাৰ জালিকটা টিপ। দীঘল চুলিটাৰ চুচি-মাজি দুডলীয়া বেণী কৰি বুকুৰ ফাললৈ পেলাই থোৱা অৱস্থাত। ওৰণী নথকা মূৰত সেন্দুৰৰ দাগকণ নথকা হ'লে বিবাহিতা তিৰোতাইনে কলেজীয়া গাভৰু বুজা টানেই হ'ল হেতেন।

বহুত দিন আহিব নোৱৰাৰ বাবে মীৰাই নানান কাৰণ দেখুৱাই দুই তিনিবাৰ 'ইৰাদি'ৰ কথা সোধাতো মৃগেনৰপৰা ভাল সমিধান নোপোৱাত নিজে ভিতৰমুৱা হৈ দেখেগৈ যে আউলী-বাউলী অৱস্থাত যখিনী বেশেৰে ইৰাই অভিমানৰ মুখা এখন পিন্ধি বহি আছে। মীৰাৰ অনুৰোধত যেনে আছিল তেনে অৱস্থাৰেই বাহিৰলৈ ওলাই আহোঁতেই অৱস্থাটো দেখি সুবিমলে আচৰিত

হৈ মাত দিলে,—'এ-কী, বৌদি! শৰীৰ খাৰাপ?' ইৰাই দিওঁ নিদিওঁকৈ দিয়া উত্তৰৰপৰা সুবিমলৰ আৰু বুজিবলৈ বাকী নৰ'ল যে কেৰোণ ক'ত? বাধ্য হৈ সুবিমলো অলপ গহীন হ'ব লগীয়া হ'ল।

অকস্মাতে কোঠাটো নীৰৱ নিস্তব্ধ হৈ পৰিল। কাৰো মাত-বোল নাই। প্ৰশ্ন কৰিলেহে উত্তৰ আহে, ইতো বন্ধু প্ৰেমৰ নিদৰ্শন নহয়। বহুত দিনৰ মূৰত বন্ধুৰ ঘৰলৈ সস্ত্ৰীক গ'লে কথোপকথন প্ৰশ্ন আৰু তাৰ উত্তৰতে আৱদ্ধ থকাটো অস্বভাৱিক। তাতে যদি এগৰাকীতকৈ বেচি মহিলা থাকে, বাৰে ৰাংকৰা কথা ওলাবই। সেই দিনা মৃগেনৰ ড্ৰইং ৰুমত কিন্তু চাৰিটিকৈ অতি পৰিচিত প্ৰাণী ওচৰা উচৰিকৈ বহি থকাতো কোঠাটোৰ নীৰৱতা ভঙ্গ কৰিছিল কেৱল মাত্ৰ বেৰত আৰি থোঁৱা ঘড়ীটোৰ টিক্ টিক্ শব্দটোৰেহে।

সেই দিনা বহুত দিনৰ মূৰত মৃগেনে ইৰা আৰু মীৰাক ওচৰা উচৰিকৈ পাই দুয়োকো ভালদৰে ৰিজাই চালে। দেখিলে, ইৰাৰ মুখ শুকান,—মনৰ অভিমান চকুৰে মুখে ফুটি ওলাইছে। গাৰ মলিয়ন কাপোৰ কানিৰ লাগ বান্ধ নাই। মূৰৰ চুলি বিলাকো অসংলগ্ন অৱস্থাত। মুগাৰ মেখেলাখনেও কোঁছমোছ খাই এক বিকৃত চিত্ৰ





প্ৰদৰ্শন কৰিছে। আগ দিনাই লোৱা কপালৰ ফোঁটটোৱে স্থান-চ্যুত হৈ নেজাল তৰাৰ ৰূপ ধাৰণ কৰিছে। দুয়োকে ওচৰা-উচৰিকৈ পাই মৃগেনে ভাবিলে,—"ইৰাৰ এনে সুন্দৰ ৰূপ-লাৱণ্য যত্নৰ অভাৱত কেনে বিকৃত ৰূপে দেখা দিছে। ইৰা যদি পৰিপাটিকৈ থাকে, তেতিয়াহ'লে মীৰা তাইৰ পিচত যোৱাৰো যোগ্য নহব। সু-প্ৰসাধনৰ বাবেই মীৰাৰ গাৰ আন্ধাৰ বৰণটো চকুত নপৰে। ওঁঠৰ হাঁহি-টোৱেই বাংচালী মীৰাৰ প্ৰাণস্ফূৰ্ত্ত অন্তৰৰ নিদৰ্শন। মৃগেনৰ ঘৰত থাকোতেও মীৰাক কোনো সময়তে আউলী-বাউলী অৱস্থাত দেখা পোৱা নগৈছিল। সেই দিনত মীৰাৰ গহনা-গাথৰি সকলোবোৰেই সাম্প্ৰদায়িক লুটপাতত হস্তচ্যুত হৈছিল যদিও, ফুলনিৰ ফুলবিলাককে পিন্ধি তাই সকলো সময়তে পৰিপাটি অৱস্থাত দেখা দিছিল। মীৰাই ভালদৰে জানে নিজৰ ৰূপ-যৌৱনত বহন চৰাবলৈ। প্ৰসাধনৰ গুণত প্ৰায় একে বয়সৰ ইৰা আৰু মীৰাক একেলগে দেখিলে মীৰাতকৈ ইৰা কেইবা বছৰৰো ডাঙৰ যেন অনুমান হয়।

ইৰা আৰু মীৰাৰ ৰূপ লাৱণ্য তুলনা কৰি থাকোঁতেই মৃগেনৰ চকুযোৰ মীৰাৰ ফালে এখন্তেক ৰ লাগি পৰাৰ অৱস্থাতেই মীৰাৰ ওঁঠত সেই স্বাভাবিক মধুৰ মিচিকনি

এটি বিৰিঙি পৰিল। ঠিক সেই মুহূৰ্ত্ততেই দৈব-দুৰ্ব্বিপাকত ইৰাৰ চকু যুৰিয়েও দুয়োৰে দৃষ্টি সাঙুৰি পেলোৱাত ইৰাই চাৎ কৰে উঠি গৈ দুৱাৰ জপাই বিচনাত পৰিলগৈ। সুবিমল অবাক,—একো বুজিব নোৱাৰিলে। অপ্ৰস্তুত হৈ মৃগেনৰ কাণ দুখন ৰঙা পৰি উঠিল। ৰাংঢালী মীৰাই কিন্তু সকলো বুজিও নুবুজাৰ ভাও ধৰি 'দিদি', 'দিদি' বুলি ইৰাৰ পাচ ললে। ক্ষন্তেক পাচত ওলাই আহি 'যাওঁ' বুলি মৃগেনক মাত লগাওঁতে মৃগেনে দেখিবলৈ পালে মীৰাৰ চকুৰ কোণত এটি লোটক-বিন্দু।

এই অপ্ৰীতিকৰ ঘটনাটোৱেই মৃগেনক মীৰাহঁতৰ ঘৰলৈ যোৱাটোৰ সাময়িক ভাবে অন্তৰায় হৈ পৰিল। সেই সান্ধিয়া ইৰাই শোৱনি কোঠাত মীৰাক কেনে ব্যৱহাৰ কৰিলে তাৰ ওৰ উলিয়াবও নোৱাৰিলে। ইৰায়ো মৌন ব্ৰত ধাৰণ কৰিলে। কিন্তু মীৰাৰ চকুযুৰিয়ে বিদায় লবৰ পৰত বঢ়িয়াকৈ বুজাই দি গ'ল যে তাই ইৰাৰ ব্যৱহাৰত ক্ষুণ্ণ। ইত্যাদি নানান কাৰণত মৃগেনে সুবিমল আৰু মীৰাৰ ওচৰত মুখ উলিয়াবলৈকে লাজ পোৱা হ'ল। ঘৰৰপৰা ওলাই গ'লেই বা ইফালে ইৰাই কি ভাবে? এই সঙ্কোচত পৰি ঘৰো এৰি যাব নোৱৰা হ'ল। আনহাতে ইৰাই যিহে মুখ ওন্দোলাই উন্মাদিনী ভেশেৰে





ঘৰত ফুৰা চকা কৰিবলৈ ধৰিলে, মৃগেনে মাত মাতিবলৈকে ভয় পোৱা হ'ল। এনে অৱস্থাত মৃগেনৰ দিনবোৰ কেনে ধৰণে অতিবাহিত হ'বলৈ ধৰিলে তাক অনুমান কৰি লোৱাই বাঞ্ছনীয়। গৃহস্থজন যদি 'নজৰ ঘৰতে আলহী ৰূপে থাকিব লগীয়া হয় তাতোকৈ কষ্টকৰ আৰু কি হ'ব পাৰে? তাতে যেতিয়া কেৰোণ ক'ত (?) এইটোও মীমাংসা কৰিব নোৱাৰি দাম্পত্য কলহৰ ভয়ত নিজৰ তিৰুতাৰপৰা সঙ্কুচিত ভাবে আলেগে আলেগে থাকিব লগীয়া হয়, বিবাহিত জীৱনত সেই কষ্টনো কেনে ভয়ানক তাক ভাবিবলৈকে ইচ্ছা নহয়।

বাৰ ব্যঞ্জন আৰু পঞ্চামৃত ভোজনেও মানুহক আমনি লগায়। মাজে মাজে খাৰ, তিতা নহ'লে অসমীয়া ভোজনৰ মৰ্য্যদা লোপ পায়। বিবাহিত জীৱনতো স্বামী-স্ত্ৰীৰ মাজত খুট-খাট ঠুং-ঠাঙৰ অভিনয় চলি নাথাকিলে বিবাহিত জীৱন সুখৰ বুলিব নোৱাৰি। তেনে ধৰণৰ অভিনয় অথবা প্ৰেমাভিনয়ে দুয়ো দুয়োকো চিনিব পৰা অৱস্থা কৰি দিয়ে। কাৰ কোনখিনিত দুৰ্ব্বলতা তাকো ভালদৰেই প্ৰকাশ কৰি দিয়ে। তেনে অভিনয়ত নিখুট ৰূপে ভাও দিব লগীয়া হ'লে মাজে সময়ে দুই এসাজি ভাতৰ মায়া পৰিত্যাগ কৰিব লগীয়া হয়। অভিনয়ৰ অন্তত

কিন্তু হৈ যোৱা কাৰ্য্যৰ পুনৰালোচনা নহয়। স্বামী-স্ত্ৰী দুয়ো মনতে ভাবে "কেনে পালা ?" তেনে ধৰণৰ অভিনয়ৰ সূত্ৰপাত হয় প্ৰেম আৰু প্ৰণয়ৰপৰা। সুদীৰ্ঘ সাতোটা বছৰে তেনে ধৰণৰ বহুত অভিনয়ত মৃগেন আৰু ইৰাই সুন্দৰৰূপে ভাও দি আহিছে। কিন্তু বৰ্ত্তমান অৱস্থাত তেওঁবিলাকৰ মাজত যি ব্যৱধানে দেখা দিছে, সেইটোক সাধাৰণ শ্ৰেণীভুক্ত কৰি উলাই কৰিব লগীয়া নহয়। স্বামী-স্ত্ৰীৰ মাজত পৰস্পৰে পৰস্পৰৰ নৈতিক চৰিত্ৰৰ বিষয়ে যদি সন্দিহান হ'ব লগীয়া অৱস্থা হয়, সেই শান্তিময় ঘৰখনতে অশান্তিৰ অগ্নিশিখাই দেখা দিয়ে। স্বামীৰ সকলো দুৰ্ব্বলতা সহ্য কৰিলেও কোনো অসমীয়া নাৰীয়ে স্বামীৰ চৰিত্ৰ পতন সহ্য কৰিব নোৱাৰে। কিন্তু সহ্য নকৰিও উপাই নাই। বিবাহ কালত, দেৱ-দ্বিজ-গুৰু-অগ্নি সাক্ষী কৰি—

"ওঁ প্ৰাণস্তে প্ৰাণান্ সন্দবামি
অস্থিভিৰস্থীনি মাংসৈ মাংসানি ত্বচা ত্বচং"

অৰ্থাৎ 'তোমাৰ প্ৰাণৰ সৈতে মোৰ প্ৰাণ, অস্থিৰ সৈতে অস্থি, মাংসৰ লগত মাংস আৰু চৰ্ম্মৰ লগত চৰ্ম্ম আজিৰপৰা একে লগে ধাৰণ কৰিছোঁ' বুলি প্ৰতিজ্ঞাবদ্ধ হোৱা বহুত পুৰুষেই সেই প্ৰতিজ্ঞা অচিৰে ভঙ্গ কৰি তিৰোতাক





অথাই সমুদ্ৰত পেলাই মহাপাতকী হ'বলৈ আগ বাঢ়ে। স্বামীয়ে নিৰ্য্যাতন নকৰ বা নকৰক, আজিও আমাৰ অসমীয়া সমাজত নিৰ্য্যাতিতা, নিষ্পেষিতা তিৰোতাৰ অভাব নাই। বহুত তিৰোতাই লাজত বা অন্য কোনো কাৰণতেই হওক, পতিৰ ওচৰত লাঞ্ছিতা আৰু পদদলিতা হৈয়ো সেই কথা গোপন কৰি ৰাখি সৰল পৱিত্ৰ ভাবে পতিৰ পদ সেৱাত আত্মনিয়োগ কৰে, তাক দেখিলে বা শুনিলে বিবাহ কাৰ্য্যত শিলাৰোহণ কালত পাঠ কৰা এই,—

'ওঁ আৰোহ ইমম্ অস্মানং সম্মেৱ ত্বং স্থিৰা ভব।
অভিতিষ্ঠ পৃতন্যতোঅৱবাধস্ব পৃতনায়ত॥

শ্লোকটোৱেই আই সকলৰ মনত ঐশ্বৰিক শক্তি প্ৰদান কৰা যেন বিশ্বাস হয়।

মীৰাহঁত যোৱাৰ পাচত ভালেকেইটা দিন মৃগেনে মনত সঙ্কোচ ভাব এটা লৈ থাকিব লগীয়া হৈছিল। যদি ইৰাৰ লগত মুকলি ভাৱে সকলো কথা হ'ব পাৰিলে-হেতেন, ইৰাৰ মনৰ সন্দেহ কিজানি বহুত উপশম হ'ল-হেতেন। তাকে কৰিব নোৱাৰিলে সাহৰ অভাৱত। কি জানিবা লাও চিকুটি বুঢ়া কৰা হয়। কিজানিবা খুটি পুতি জুটি খাই পৰে। আনহাতে, 'ভাত খাবৰ

হ'ল', 'চাহ দিলোঁ', 'গা ধুবৰ হ'ল' আদি কেইষাৰিমান চমু বাক্য উচ্চাৰণ কৰাৰ বাহিৰে ইৰাৰ বাক্‌শক্তি নোহোৱাতেই পৰিল। অৱস্থা অনুযায়ী মৃগেনৰ মুখৰ-পৰাও 'ওঁ', 'বাৰু' এনে ধৰণৰ দুই এটা শব্দ বাহিৰ হৈ স্বামী স্ত্ৰীৰ সম্বন্ধটো ৰক্ষা কৰি গ'ল বহুত দিন। একে লগে বহি কথাবাৰ্ত্তা হোৱা, আলাপ আলোচনা চলোৱা, ইৰাৰ মৰমৰ ফুলনি খনলৈ চকু দিয়া ভালেমান দিন হোৱা নাছিল। আহৰি সময়ত ইৰাৰ স্থান হ'ল শয্যা আৰু মৃগেনৰ স্থান হ'ল বাৰান্দাত থকা হেলনীয়া চকী-খন। কিন্তু দুয়োৰে এনে মনোভাৱৰ বীজ ক'ত আৰু কি? সেই বীজৰ বিচাৰ কৰিলে বাকলি গুচাই পিয়ঁাজৰ গুটি বিচৰাৰ নিচিনা হৈ পৰে। তৰপে তৰপে বাকলি-বোৰ গুচাই গ'লে পিয়ঁাজ অথবা পিয়ঁাজৰ গুটি আৰু বিচাৰি পোৱা নাযায়। তেওঁবিলাক দুয়োৰো মনো-মালিন্যও সেই ৰূপে পৰ্য্যালোচনা কৰিলে একোৱেই বাহিৰ নহ'ব। কিন্তু তাকেই বা কৰে কোনে, বুজায় কোনে? ইৰাৰ মনৰ ভুল ভাৱকেই বা দূৰ কৰি দিয়ে কোনে?

সময়েই হৈছে সকলো ঘাত-প্ৰতিঘাতৰ মহৌষধ। সময়ৰ সোঁতত মাকে পুত্ৰশোক পৰ্য্যন্ত তিল-তিলকৈ পাহৰি





অহাটো পৃথিবীৰ এক চিৰন্তন ৰীতি। সময়ৰ লগে লগে অতীতৰ দুঃখ কষ্ট, মান অভিমানৰ সাঁচ লাহে লাহে মচ খাই নগলে সংসাৰী জীৱন চলিব নোৱাৰে। কত শত সান্ত্বনা, কত শত সহবেদনা, বুজনি আদিয়ে কৰিব নোৱাৰো কাম সময়ৰ প্ৰৱল সোঁতে কৰিবৰ বাবে সক্ষম হয় আৰু সেই সময়েই মাত্ৰ মানুহৰ মনোবেদনাৰ চোক কম কৰি আনি লাহে লাহে সহিব পৰা কৰি দিয়ে। লাহে লাহে বাগৰি যোৱা এই দিনবোৰৰ বাবেই ইৰা আৰু মৃগেনৰ দাম্পত্য কলহৰ বিহ গুটিয়েও পুলি পোখা মেলি উঠিব নোৱাৰিলে। আগৰ নিচিনাকৈয়ে মৃগেনৰ ওচৰত ইৰা আৰু ইৰাৰ ওচৰত মৃগেন স্বামী স্ত্ৰী হিচাপে দেখা দিব পৰা হ'ল। এই সময়ৰ প্ৰৱল সোঁতৰ ঢৌৱে মৃগেনৰ মনৰ সকলো পুৰণা কথা আৰু ভাৱ ঢৌৱাই নিলগ কৰি পেলালে। মৃগেনেও পাহৰিলে, কিহৰপৰা কি হ'ব খুজিছিল অথবা হ'বৰ উপক্ৰম কৰিছিল। এয়ে হৈছে সময়ৰ মাহাত্ম্য। চুচুক্‌-চামাক কৰি বীমা সম্বন্ধীয় কথা এটা লৈ মৃগেন এদিনাখন গৈ সুবিমলৰ ঘৰ পালেগৈ।

বহুত দিনৰ মূৰত মৃগেনক পাই অতি হেঁপাহেৰে সুবিমলে আগ বঢ়াই নি ভিতৰমুৱা হৈ মীৰাক বতৰা দিলেগৈ। মীৰায়ো পূৰ্ব্ববৎ হাঁহি মুখে ল'ৰি আহি

মৃগেনৰ আগত ভমক্ কৰে দেখা দি নমস্কাৰ কৰি ক'লে, "মৃগেনদা, নমস্কাৰ গ্ৰহণ কৰক। আজিনো বাটৰ বগৰিৰ জেং কেইডাল কোনে গুচাই দিলে ?"

"নহয় হে, বহুত আহুকাল . . ." বুলি আৰম্ভ কৰা কথাষাৰ শেষ কৰিবলৈ নৌ পাওঁতেই ঠাট্টাৰ সুৰত মীৰাই ক'লে,—"বুজিছোঁ, লৰা ছোৱালীৰ থেন বেন. . . . ।"

হঠাতে মীৰাৰ মনত পৰিল যে মৃগেন সন্তানহীন। তেনে ধৰণৰ কথাই কিজানিবা মৃগেনৰ মনত আঘাতেই দিলে। নিজৰ ভুলটোৰ বাবে মনতে ধিক্কাৰ দি, কথা ঘূৰাই লৈ পুনৰ কলে, "ৰ'ব মৃগেনদা, মই চাহ আনোগৈ অলপ বহক", বুলি বিজুলীছাটিৰ দৰে অন্তৰ্দ্ধান হ'ল।

ক্ষন্তেক পাচতে চাহ জলপান লৈ মীৰা আহি পুনৰ কোঠাত প্ৰৱেশ কৰিলেহি। মৃগেনৰ সম্মুখতে সৰু টেবুল-খনত চাহ-জলপান থৈ, নিজে ওচৰতে বহি মাত দিলে, "মৃগেনদা, আমি বহুত দিন যাব পৰা নাই বাবেই বোধ কৰোঁ আপুনিও দেখা দিয়াহি নাই। কিন্তু নতুন ঘৰ এখনত থান থিত লগাই লোৱা কি যে বিপদ তাক আপোনাসকলে বুজিবকে নোৱাৰে। অহাবে পৰা ঘৰ ঠিক কৰাতেই মই ব্যস্ত। আপোনাৰ বন্ধুৰ সেইফালে





কাণ-ষাৰ নাই। কেৱল মাত্ৰ 'ইন্ছুৰেৰ', 'জীৱন বীমা', ডাক্তৰী পৰীক্ষা,—এয়ে !"

মৃগেনে কলে,—"তেতিয়া হ'লে ময়ো তোমাক আমনিহে দিবলৈ আহিলোঁ। খানচাহাবৰ লৰাই পাঞ্চাশ হেজাৰ টকাৰ বীমা এটা কৰিব খোজে। তাৰ বাবেই মই মিঃ মৈত্ৰক লগ ধৰিবলৈ আহিলোঁ,"—বুলি কোৱাৰ লগে লগেই অভিমান কৰি মীৰা উঠি গ'ল। যাওঁতে যাওঁতে কৈ গ'ল, "মই আকৌ ভাবিছিলোঁ ভনীয়েকৰ স্নেহত আহিছে বুলি। মিঃ মৈত্ৰ আহিব এতিয়া, বহক।"

অলপ পৰৰ পাচতে কিন্তু মীৰাই হাতত তামোলৰ বটাটো লৈ কোঠাত প্ৰৱেশ কৰি হাঁহি মুখে ক'লে,"মৃগেনদা, মোৰ ব্যৱহাৰত বেয়া পালে নেকি ? মই তামোল আনিবলৈহে গৈছিলোঁ।" বাৰু তেওঁ আহিলে বীমা ব্যৱসায় কিমান পাৰে কৰিব। এতিয়া কওকচোন, ইবাদি ভালে আছেনে ? আমি ইমান দিন নোযোৱাত কিবা কৈছিল নেকি ?"

মীৰাৰ প্ৰশ্নৰ উত্তৰ দিয়াত মৃগেন অলপ আহুকালত পৰিল। কিবা কৈছিলে বুলি ক'লেও তাই কিজানি লগতে যাবলৈ ওলায়। নাইকোৱা বুলিলেও কিজানিবা ইৰাৰ মনৰ কলুষ ভাব নিলগ হোৱা নাই বুলি মীৰাই মনতে

বেজাৰ পায়। সেই বাবে দুয়ো কুল ৰক্ষা কৰি মৃগেনে উত্তৰ দিলে, "তোমালোক নোযোৱাতকৈ তেওঁ যে এদিনো আহিব পৰা নাই সেই বাবেহে দুখ কৰি কৈছিল যে মীৰাজনী বা কি আহুকালত পৰিছে। মই যাওঁ যাওঁ বুলিও যাব পৰা নাই।"

এনেতে সুবিমল আহি ওলোৱাত মীৰাই মুখত হাঁহিৰ জিলিঙনি এটি ফুটাই সুবিমলক ক'লে, "আমাৰ বৰ অন্যায় হৈছে। আজি এবাৰ ইৰাদিৰ খবৰ লৈ আহোঁ, ওলাবানে ?"

উত্তৰত সুবিমলে ক'লে, "তোমাৰ দিদি যেতিয়া ভালেই আছে আন এদিনাখন ওলাবা। এই কেইদিন মোৰ মৰিবলৈকো সময় নাই।"

সুবিমলৰ উত্তৰত মৃগেনে স্বস্তি বোধ কৰিলে। মীৰাই ইৰাৰ আগত যিমানেই কম দেখা দিয়ে মৃগেনে সিমানেই ভাল পায়। নিজে কিন্তু দিনৌ অন্ততঃ এবাৰ মীৰাৰ ঘৰলৈ গৈ দেখা দিব নোৱাৰিলে মনতে শান্তি নাপাইছিল।

সেই দিনা মীৰাঁহঁতৰপৰা যে তেনে সহৃদয়তাপূৰ্ণ ব্যৱহাৰ পাব তাক মৃগেনে কল্পনাকে কৰিব পৰা নাছিল। তেওঁ ভাবিছিল যে ইৰাৰ ব্যৱহাৰত মীৰাহঁত আৰু চিৰদিনৰ বাবে আঁতৰিল। মৃগেনৰ মনৰ শঙ্কা কিন্তু প্ৰথম দিন





গৈয়েই আঁতৰিল। মনে মনে মৃগেনে বৰ লাজ পালে এই ভাবি যে তেওঁ কিয় ইমান দিনে নোযোৱাকৈ আছিল। সেই শঙ্কা দূৰ হ'লতে তেওঁ মীৰাহঁতৰ ঘৰলৈ যোৱা আৰু পূৰ্ব্ববৎ মনে মনে গৈ থকা সেই পুৰণা প্ৰথাটো পুনৰাই জীপ লৈ উঠিল। তেতিয়াৰেপৰা আৰু মৃগেন সদায়েই সিহঁতৰ ঘৰলৈ যায়। কিয় যায়, নিজেই ক'ব নোৱাৰে ; কিন্তু যায়। যাবলৈ ভাল লাগে দেখি যায়। এদিন পাক এটা নামাৰিলেই যেন দৈনন্দিন কাৰ্য্য-তালিকাৰ কিবা এটা অসম্পূৰ্ণ হৈ ৰ'ল,—এনে লাগে।

কিছুদিনৰ পাচৰ কথা। ইৰাৰে সৈতে চিনেমালৈ বুলি ওলাই যাওঁতে মৃগেনে মনতে এটা বিপুল আনন্দ উপভোগ কৰিছিল। কাৰণ কোনো দিনাই মৃগেন আৰু ইৰাক একেলগে চিনেমা থিয়েটাৰৰ দৰ্শক হিচাপে কোনেও দেখা পোৱা নাছিল। মৃগেনৰ ইচ্ছা থাকিলেও ইৰাৰ এটা নহয় এটা আপত্তি ওলাবই। সেই বাবেই আজি বহুত দিন তেনে ধৰণৰ প্ৰস্তাৱৰপৰা মৃগেন বিৰত থাকিব লগীয়া হৈছিল। সেই দিনা কিন্তু কৰোঁ নকৰোঁকৈ কৰা প্ৰস্তাৱতে ইৰা যাবলৈ মান্তি হ'ল। বাটত যাওঁতে মৃগেনে ছবিখনৰ 'প্লট'টো চমুকৈ ইৰাক কৈ গ'ল, যাতে ইৰাই ছবিখন বুজাত টান নাপায়। প্ৰথম শ্ৰেণীৰ চকী দুখনত দুয়ো বহিলগৈ।

গান তেতিয়াও চলিয়েই আছে। এনেতে একে উদ্দেশ্যে তাত প্ৰৱেশ কৰিলেগৈ মীৰা আৰু সুবিমল। মৃগেনহঁতক দেখিয়েই মীৰা আহি শাৰী পূৰাই বহি লৈ ইটো সিটো প্ৰশ্নেৰে মৃগেনক ব্যতিব্যস্ত কৰি তোলাৰ উপৰিও মৃগেনৰ দৈনন্দিন জীৱনৰ গুপুত অধ্যায় এটি অপ্ৰত্যাশিত ভাবে প্ৰকাশ কৰি দিলে ইৰাৰ আগত।

"......মৃগেনদা, আপোনাৰ লগত চিনেমা চাবলৈ বৰ ভাল লাগে। আপুনি আগতে গল্পটো কৈ যায় নহয়, সেই দেখি ভাল লাগে! আজি দিনটোত এবাৰো আমাৰ তালৈ যোৱা নাই কিয়?....অ' মৃগেনদা, সাড়ীখন ঘূৰাই দিব নালাগে। ৰাতিহে ৰংটো বেয়া দেখিছিলোঁ।....ইৰাদি চিনেমালৈ নাহে বুলি কিয় কৈছিল?....এইয়া দেখোন আহিছে।" ইত্যাদি বহুত প্ৰশ্নই মৃগেনক ঘমুৱাই দিলে। আৰু ইৰা? ইৰাৰ বুকুত মীৰাৰ কথাবিলাকে শেলে বিন্ধাদি বিন্ধিবলৈ ধৰিলে। চিনেমাৰ ছবি বিলাক চকুৰ আগেদি বাগৰি গ'ল। মৃগেনে কি দেখিলে ক'ব নোৱাৰোঁ; —ইৰাই কিন্তু জুইৰ আঙনি কিছুমানৰ বাহিৰে একো দেখা নাপালে।

পকা খৰিচাৰ স্বাদ আৰু গোন্ধটিয়ে অসমীয়া মানুহৰ জিভাৰ পানী উলিয়ায় যদিও বাৰ বছৰীয়া পুৰণা





ৰোগ উক্ দিউৱাৰ প্ৰবাদ এটা আছে। চিনেমা দৰ্শন আমোদদায়ক আৰু তৃপ্তিকৰ হ'লেও সেই দিনাৰ ছবিখনে ইৰাৰ অন্তৰৰ বহুত দিনীয়া পুৰণা মনোব্যাধিৰ উক্ দিয়ালে।

".....তেওঁ এতিয়াও যায়; এৰিব পৰা নাই। মীৰাৰ লগত চিনেমাও চায়। আজি কত দিন মোক লগ ধৰা নাই, আকৌ কৈছেগৈ মই চিনেমা নাচাওঁ বুলি। মই লগত থাকিলেতো চুপতা-চুপতি কৰিব নোৱাৰিব। ইফালে আকৌ মনে মনে সাড়ী উপহাৰ দিছেগৈ।.... আৰুনো কি বাকী আছে? মই ঠিকেই ধৰিছিলোঁ;— বৰুৱানীহঁতেও হক কথাকেই কৈছিল।" ইত্যাদি নানান দুৰ্ভাৱনাই আহি ইৰাৰ মনটো অধিকাৰ কৰি ল'লে। মৃগেনেও মীৰাৰ প্ৰশ্নবিলাকৰ দ্বাৰা যেনে ধৰণে ইৰাৰ ওচৰত অপ্ৰস্তুত হ'ল, ঘৰলৈ গৈ তাৰ কি কৈফিয়ৎ দিব একো মীমাংসা কৰিব নোৱাৰি ভাবিবলৈ ধৰিলে;—".....কিয় বাৰু মই মীৰাহঁতৰ তালৈ যোৱা, মাজে মাজে সিহঁতৰ লগত চিনেমা চোৱাৰ কথা ইৰাৰ আগত লুকুৱাই ৰাখিলোঁ? আগতে কৈ থোৱা হ'লে আজি তাইৰ সন্দেহৰ কোনো কাৰণেই নাথাকিলেহেতেন। এতিয়া আৰু সন্দেহ বেচিহে

হ'ল।....হওক বেচি, মোৰ মনটোযে কলুষিত নহয়। তাই মোক সোধা নাই, ময়ো কোৱা নাই। সুধিলেও আসৈ মতাতহে জগৰ।...তথাপি,...নোসোধাকৈয়ে বাৰু নকলোঁ কিয়? দহ দিন গ'লে এদিন যোৱা বুলিয়েই যদি কৈ থলোঁহেতেন। ভয়? কিহৰ ভয়? সঁচা কথা কবলৈ মই ভয় কৰিলোঁ কিয়? অ'....ঘৰুৱা অশান্তি হয় বুলি। ওঁ,...এতিয়াহে ভাল শান্তি বিৰাজ কৰিব...।"

মৃগেনে এবাৰ ইৰাৰ ফালে কেৰাহিকৈ চালে। দেখে ইৰা গহীন। কমাৰৰ ভাতীটোৰ নিচিনাকৈ নাকেদি ফাউস্ ফাউস্ শব্দ কৰি ঘনাই লোৱা নিশ্বাসত ঢৌ খেলি থকা বুকুখনে বেচ প্ৰমাণ কৰে যে ইৰাৰ অন্তৰত খং, অভিমান, দুখ, বেজাৰ, বিতৃষ্ণা আৰু হিংসাই থৌকি বাথৌ লগাই আছে। মীৰাৰ কিন্তু মুখ বন্ধ হোৱা নাই। 'মৃগেনদা', 'মৃগেনদা', বুলি যিমানেই প্ৰশ্ন কৰিছে সিমানেই ইৰাৰ চেলাউৰিৰ ওপৰৰ থোপাটো বেচি পৰিমাণে প্ৰকাশ-পাইছে। মৃগেনে এতিয়া কৰিব কি? তেওঁৰ সোঁ-হাতে মুখত এমোকোৰা হাঁহিৰে সৈতে আধুনিক সাজেৰে সজ্জিতা এগৰাকী গাভৰুৱে প্ৰশ্নৰ উপৰি প্ৰশ্ন কৰিছে,—উত্তৰৰ আশাত হয়তো দুই এবাৰ কামিজত





ধৰি টান এটাই দিছে। বাওঁ কাষে আকৌ নিজৰ সহধৰ্ম্মিনীয়ে কপাল কোঁচাই গহীন গম্ভীৰ ভাৱত উপবিষ্টা। সৌ নিলগত সুবিমলে 'প্ৰচপেক্‌টিভ ক্লাইণ্ট' অৰ্থাৎ ভাবী মক্কেলক ইটোৰ প্যাচত সিটো চিগাৰেট যচাত ব্যস্ত। বন্ধু মৃগেন আৰু বৌদি ইৰাক পাই তেওঁবিলাকৰ লগতে মীৰাক এৰি দি লাগি পৰিল কাৰ যোগেদি কাৰ কাষ চাপিব পাৰি আৰু কাৰ সহানুভূতিৰ আশ্ৰয় লৈ সৌ দূৰৈত বহি থকা নতুন হাকিম জনৰ লগত পৰিচয় হ'ব পাৰে। "...নহয়, এই মাইকী মানুহবিলাক কেৱল সন্দেহৰ ওপৰতে থাকে। মনৰ হিংসা ভাব দূৰ কৰিব নোৱাৰে। ইৰাক বিয়া কৰালোঁ বুলি মই কিবা খৎ লিখি দিলোঁ নেকি অন্য তিৰোতাৰে কথাকে নাপাতোঁ বুলি? তায়ো দেখোন সুবিমলৰ সৈতে কথা পাতে,—মই কিবা সন্দেহ কৰোনে?.... কিয় তাই মোক ভুল বুজিছে? মইতো তাইক ফাঁকি দিয়া নাই।....ভুল নুবুজিবই বা কিয়? যি হে যোগাযোগে দেখা দিলে, তাই সন্দেহ কৰিবই। ছিঃ আগতে যদি অলপ কাণ চোৱাই থলোঁহেঁতেন! মোৰ হবই লাগে এনে অৱস্থা। সৰল ভাবেৰে সকলোবোৰ খৰচি মাৰি তাইক কৈ থোৱা হ'লে তাই নিশ্চয়

বুজিলেহেঁতেন। তায়োতো শিক্ষিতা ছোৱালী। যাওক বাৰু, ভাবিলে ভাবনা বাঢ়িহে যায়। এতিয়া ঘৰলৈ গৈ কুৰুক্ষেত্ৰ নহলেই হয়। চাওঁ, ভগবান সহায়..।

....যাবৰ সময়ত অমনযোগ ভাবে ওলাই যাম। মীৰাক মাতকে নিদিওঁ।...নাই নহয়, সেইটো ভাল নহ'ব। মীৰাক লগ ধৰি কেৱল কৈ থ'ম আগলৈ যাতে ইবাৰ ওচৰত গহীন হৈ থাকে। তাইবা আকৌ কথাষাৰ কি ভাবত লয়? অসমীয়া তিৰোতাৰ ওপৰত বেয়া ভাব এটা লবলৈ সুবিধা দিওঁ কিয়? ..এই দেখিছোঁ মীৰাজনীও ভাল আৰু। সিবাৰ দেখিছেই মোৰ তালৈ যাওঁতে কি ঘটনা ঘটিছিল,...তথাপি বা ইবাৰ ওচৰত অলপ গহীনাই থাকোঁ। সিও নাই;—কৈ দিছে আকৌ ফচ্ কৰে সাড়ীখনৰ কথা। ইফালে ক'ৰ সাড়ী মই দেখাই নাই। এই আকৌ ভাবি লওক মই 'প্ৰেজেণ্ট' দিছিলোঁ বুলি। সিদিনা মাত্ৰ কৈছিল পান-বজাৰৰ ফালে যাওঁতে বৰ্ম্মণৰ দোকানত তাইৰ সাড়ীখন ঘূৰাই দিবলৈ। সৌজন্যতাৰ মৰ্য্যদা ৰাখি ময়ো 'ওঁ' বুলি শলাগি থৈছিলোঁ। তাকে আকৌ ইবাৰ আগত লেন চেলাই চেলাই এই মৰতী জনীয়ে....।"

"...আমাৰ হ'লে মেখেলাখন লৈ যাবলৈ মটা মানুহক





কেতিয়াও নকয়। তাহাঁতৰনো কি আছে? পুৰণা চেমিজ পেটিকোট কাটি তৈয়াৰ কৰে গাৰুৰ গিলিপ। ফটা সাড়ীৰ শেলবোৰকে চিলাই কৰি দুৱাৰত পৰ্দ্দা ওলোমাই পুৰুষসকলৰ শান্তিৰ সূচনা কৰা জাতিৰ পক্ষে পৰপুৰুষক সাড়ীখন ভাৰ ববলৈ কোৱা কোনো কথাৰেই কথা নহয়। আমাৰ নিচিনাকৈ পাটৰ মেখেলা ইহঁতেও ব্যৱহাৰ কৰা হ'লে, সেই ফটা মেখেলাকে কাটি তাৰে ৰুমাল চিলাই কৰি গিৰিয়েকহঁতক উপহাৰ দি খ্যাতি অৰ্জন কৰিলেহেতেন।" "...ছিঃ, মইনো অবাবতে এইবোৰ কি ভাবিছোঁ। তাইৰ গাতনো দোষ কি? তাই মোক সদায়েই নিজৰ ককায়েকৰ নিচিনাকৈ জ্ঞান কৰি আহিছে। ভনীয়েকে ককায়েকক নতুন সাড়ী এখন ঘূৰাই দিবলৈ ক'লেই বা, তাত হানি কি?...তাইৰ কোনো চাঞ্চল্যই মই কোনো দিনে দেখা নাই,.. মিছাকে এই ইৰাজনীয়ে সন্দেহ কৰি মৰিছে কিয়? মুখত ফুটি থকা সেই হাঁহিটো! ওঁ, হাঁহি নাথাকি আমাৰজনীৰ নিচিনাকৈ গোমোঠা মাৰি গোবৰৰ পাচিটো যেন হৈ থাকিব লাগেনে? বেচেৰী, এই দুদিনতে আমাক কেনেকৈ আপোন কৰি ল'লে। এই সুবিমলেও কেনেকৈ আপোন জ্ঞান কৰি তাইক 'বৌদি' বুলি মাতে।

ইৰাই যদি তাকো 'ঠাকুৰ-পো' বুলি মাতিলেহেতেন, এই বিদেশত সি মনতে কিমান বং পালেহেতেন। বুলিব আকৌ 'মিঃ মৈত্ৰ'! মিছা ক'লে কি হ'ব। আমাৰ অসমীয়া ছোৱালীবোৰেই এনে। নিজৰ নৈতিক চৰিত্ৰ অকুলষিত অৱস্থাত ৰাখিও যে মন খুলি অন্য পুৰুষৰ সৈতে কথাবৰ্ত্তা হ'ব পাৰে, সেই কথা আমাৰ ঘৈণী সমাজে বিশ্বাসকে কৰিব নোখোজে। আমাৰ সাত তৰপীয়া মামৰে ধৰা এই সমাজখনৰ কি পুৰুষ, কি মহিলা, সকলোৰে এলান্ধু-কলীয়া সঙ্কীৰ্ণ মন। এই হুচুবি হুচুবি মনোভাবসম্পন্ন সমাজৰ মহিলাইনো কিমান দূৰলৈকে ভাবিব পাৰে ?..যাওক বাৰু, ভাবিলেনো কি হ'ব ?"

"সমাপ্ত" বুলি ৰূপালী পৰ্দ্দাত আখৰ কেইটা ওলোৱাৰ লগে লগে সকলোবিলাক যাবলৈ বুলি ঠিয় হ'ল। মৃগেন আৰু ইৰাও ওলাই গ'ল। গেইটখনৰ ওচৰতে মীৰাই মৃগেনৰ চোলাটোত লাহেকে টান এটা মাৰি তেওঁৰ মনটো আকৰ্ষণ কৰি ক'লে, "... মৃগেনদা, কাইলৈ আহোঁতে ইৰাদিকো লৈ আহিব। নহলে আপোনাৰ লগত 'আড়ি'।

"..উস্! ইমান দূৰ পালেগৈ! মোৰ আগতে





কামিজটোত ধৰি টান মাৰিছে তাই কথা কয়। তেওঁ কোনদিনা কলৈ যাব সেই কথা মোতকৈ তাইহে বেচিকৈ জানে। কাইলৈ যে যাব এইটো ঠিৰাং। মই ইমান দিনে মৰি আছিলোঁ নেকি ? সেয়েহে পুৱাৰেপৰা সাজ-পাৰ কৰি খোপাই-মূৰে ফুল গুজি ফুৰিছিল। গা দেখুৱাবলৈকে! হাঁয় ভগবান, মোক এইবোৰ কি দেখুৱাইছা ? মোক মাৰি নিনিয়া কিয় ?....বিদেশী বঙালনী, তই ইমান দূৰ পালেগৈ ! ঘৰত স্থান দিছিলোঁ বিপদগ্ৰস্থা বান্ধবী হিচাপে, তই মোৰ সৰ্ব্বস্ব হৰণ কৰিলি। এই মটাবোৰৰনো বিশ্বাস কি ? আ-ও, ঘৰত কি চাবা,—একেবাৰে নিষ্পাপ জীৱ। ইফালে মনে মনে গৈ বঙালনীক সাড়ী ভেটিছেগৈ।.....ছিঃ কটা।

"কল গছে এৰিলেও কল পটুৱাই নেৰে। ..এইনো ঢেঙৰীজনীয়ে যাবৰ পৰত্ত ফছ্ কৰে মাতষাৰ দিয়াৰ কাৰণ কি ? তাতে আকৌ এইৰ আগতে দিছে কামিজত ধৰি টানটো। দেখিছেই মই ইমান পৰে কেনে গহীন হৈ আছোঁ। এই বঙালনীহঁতৰ লাজৰ মাত্ৰাটো বৰ কম যেন লাগে।...নাই, নহয়। তাইনো বাৰু বুজিব কেনেকৈ তামাৰ ৰাজ-ৰাণীৰ দুৰ্ভাৱনাৰ কথা ?..ওহোঁ.

এইবে হলি-গলি নৰখাই ভাল, এৰিব লাগিলে। ইৰাই নালাগে তাইৰ ব্যৱহাৰ যেয়ে দেখে সেয়ে সন্দেহ কৰিব। ইৰাকনো মিছাকৈয়ে সন্দেহৰ জুইত দেই পুৰি মৰিবলৈ এৰি দিওঁ কিয়? আজি যদি গৃহযুদ্ধত জয়ী হওঁ, ইহঁতৰে সমন্ধ ছেদ্ কৰিম। তেতিয়া বীৰৰ বেশেৰে ইৰাক এইবোৰকে উকটি উকটি দেখুৱাম, মস্কৰা কৰিম, জোকাম। তাই আৰু কি কৰিব? কান্দিবহে। কন্দাৰ বাহিৰে তিৰোতাৰ আৰু আছে কি?..বাৰু সেইবোৰ পিচৰ কথা। আজি ঘৰত শান্তি বিৰাজ কৰিলেই হয়। এই আকৌ যেনেকৈহে গহীনাই আছে, আজি মোক গৰুৰ-গা নুধুৱালেই হয়।”

বিক্সাৰপৰা নামি দুয়ো ঘৰ সোমালেগৈ। আচৰিত, ইৰাই দেখোন একোকে নক'লে। ভাল দৰেই খোৱা বোৱা কৰি শুই পৰিল। মৃগেনৰ কিন্তু বহুত নিশালৈকে টোপনি নাহিল।

“... ইছ, একো নক'লে কিয়?....তৰ্ক বিতৰ্ক, দ্বন্দ-কাজিয়া, ওফোন্দা-ওফন্দি যি হয় এই নিশাতেই হৈ যোৱা ভাল আছিল। ৰাতি পুৱাৰ লগে লগে তেতিয়াহে সকলোবিলাক চেঁচা পৰিলেহেতেন।....ফাঁচীৰ দিনলৈ অপেক্ষা কৰি থকা কয়দিৰ নিচিনাকৈ এনে সংশয়াপন্ন





অৱস্থাত থাকিব পাৰিনে? নাই ৰাতি পুৱালেই পলাম। ....এই বিলাক কথা উলিয়াবলৈ সময়কে নিদিওঁ বাপেকে। ...এতিয়া আকৌ দুখৰ ৰাতি পুৱালেহে হৈছে।”

নানান ভাব চিন্তাৰ বোজা এটা লৈ শেতেলিত চাটি-ফুটি কৰি আছে মৃগেন। চকুত টোপনি নাই। নিজৰ ঘৰুৱা সংসাৰ, সেই বিয়াৰ কথা আৰু বৈবাহিক জীৱন কেনে ৰূপে চলিছিল, এই সকলোবোৰ ভাব চিন্তাই তেওঁক জুমুৰি দি ধৰিলেহি। মাজে মাজে সকলো ভাব চিন্তা আঁতৰাই থৈ টোপনি যাবলৈ চেষ্টা কৰে; কিন্তু সেই চেষ্টা হৈ পৰে বিফল। ভাব চিন্তা কৰি থাকোঁতেই কোন সময়ত নিদ্ৰাদেবীয়ে কাষ চাপি আহি চকু দুটা জপাই ধৰিলে, মৃগেনে ক'বই নোৱাৰিলে।

* * * *
* * *
* *

বতৰটো বেচ ফৰকাল। অকলে অকলে নৈৰ পাৰত বহি থকা মৃগেনে ওচৰতে সৰু নাও এখন বান্ধি থোৱা দেখি তাতে উঠিলেগৈ। ৰিব্ ৰিব্ কৰি বলি থকা মলয়া জাকিয়ে মৃগেনৰ মনপ্ৰাণ শীতলাই নিছে। কাৰোবাৰ মৃদু পদ-শব্দ এটা কাণত পৰাত মৃগেনে ঘূৰি

চাই দেখে যে ক'ৰবাৰ গাভৰু এগৰাকী আহি মৃগেনৰ নিচেই কাষ চাপিছেহি। সেই কাল-সন্ধিয়া নিৰল ঘাটলৈ এটি গাভৰুৰ আগমনে মৃগেনক সচকিত কৰি তুলিলে। মৃগেনৰ চিনো চিনো লাগিলে, কিন্তু চিনি নাপালে। ক'ৰবাত দেখা দেখা যেন লাগিলে, কিন্তু দেখা মনত নপৰিল। অলপ আচৰিত হৈ তাইৰ ফালে চাই থাকোঁতেই তাই হাঁহি এটা মাৰি মাত দি ক'লে,—

"....সৌ সিটো পাৰলৈ যায় যদি মোকো লৈ যাওক।"

সিটো পাৰলৈ যোৱা মৃগেনৰ কোনো উদ্দেশ্যই নাছিলে। কিন্তু সেই ছোৱালীজনীৰ অনুৰোধ ৰক্ষা কৰিবলৈকে ক'লে, "আহাঁ, মৰো সিটো পাৰলৈ যাবলৈকে আহিছোঁ।" কোৱাৰ লগে লগেই তাই আগ বাঢ়ি গৈ নাৱত বহিলেগৈ। মৃগেনে গুৰি ব'ঠা ধৰি নাওখন পাৰি দিলে।

"পাৰ পামগৈয়ে এতিয়া,—অলপ ভটীয়াই লৈ যাওকচোন। নাৱত ফুৰি বৰ ভাল লাগিছে।" তাইৰ কথাবোৰত মৃগেনে বৰ আচৰিত হৈ ভাবিলে,—"এই গাভৰুজনীয়ে ইমান নিঃসঙ্কোচ চিত্তে মোৰ লগত কেনেকৈ হলি গলি কৰিছে? কোনো উত্তৰ নিদিয়াকৈয়ে মৃগেনে ভাটী মুখে নৈৰ সোঁতত নাওঁখন এৰি দিলে; এনেতে





সেই গাভৰুজনীয়ে গুণ গুণ কৰি গোৱা গানৰ সুৰ এটি মৃগেনৰ কাণত প্ৰবেশ কৰাত মৃগেনে সুধিলে,—

"তুমি গান গাব জানা?"

"ওঁ, গাইছোঁ নহয়।"

"অলপ ডাঙৰকৈ গোঁৱাচোন, মই শুনা নাই।"

"ডাঙৰকৈ গাবলৈ মোৰ মাত নোলায়। ৰ'ব, ওচৰলৈকে যাওঁ," বুলি কৈয়েই নাওখনৰ দুয়ো কাষত ধৰি ধৰি নাৱৰ গৰ্ভত ভৰি চলাই আগ বাঢ়ি গ'ল মৃগেনৰ ফালে। মৃগেনৰ ওচৰত গৈ বহাৰ লগে লগে গুণ গুণনি পুনৰ প্ৰকাশ পালে,—

'পখিলাৰ পাখিৰে পাল তৰি লই
পাৰি দি মাজলৈ যা,
কলমৌ ঠাৰিৰে পেঁপাটি বজাই
বন গীত এফাকি গা।"

গানৰ লগে লগে নাৱৰ দাঁতিত হাত দুখন থৈ নৈৰ পানী বিলাক হাতৰ আঙুলিৰে খিল্-খিলাই যাবলৈ ধৰিলে। মৃগেনেও গানৰ চেৰে চেৰে ব'ঠা চলোৱাত নাওঁখন তীৰ-বেগে ভাটী মুখে ঢাপলি মেলিলে। দুয়ো বেচ্ ৰং মনেৰেই গৈ আছে,—কোনো সঙ্কোচ নাই, মনৰ গধুৰতা নাই।

পছিম আকাশত এচপৰা ক'লা ডাৱৰে দেখা দিলে।

ডাৱৰ চপৰা আহি আহি তেওঁবিলাকৰ মূৰৰ ওপৰ পাওঁতেই ঠাল-ঠেঙুলি মেলি এজনী বিৰাটকায় তিৰোতা মানুহৰ ৰূপ ল'লে। ঠিক যেন চুলি কোছা উৰি গৈছে আৰু বতাহতে যেন গাৰ কাপোৰ-কানি বিলাক উৰিবলৈ ধৰিছে। বিৰাট আকৃতিটো দেখি মৃগেনে ক'লে, "এনে ধৰণৰ মনুষ্যাকৃতি দেখিয়েই কালিদাসে দূত বুলি কল্পনা কৰি কিজানি কাব্য ৰচনা কৰিছিল।

তাই সুধিলে,—"কি কাব্য ?"

"তুমি নাজানানেকি ? কালিদাসৰ মহাকাব্য মেঘদূতৰ কথা শুনা নাইনে..?..অ..সৌ চোঁৱা, চাই থাকাচোন। বিজুলী মাৰিলে সেই আকৃত্তিটোৱে ঠিক্ যেন লক্‌লক্‌কৈ জিভাখনহে মেলে। মুখখনৰ ওচৰেদি বিজুলীটো জিলিকি-ছিল। আকৌ মাৰিব, চাই থাকাঁচোন। মই কবি হোৱা হ'লে 'পছিমীয়া ৰাক্ষসী' নাম দি ইয়াতেই কবিতা এটা লিখিলোঁহেতেন। "....মই হ'লে নাম দিলোঁহেতেন দেৱী নে ৰাক্ষসী বুলি।"

"....মই দিব খোজা নামটোহে আজিৰ দিনত ৰজিতা খাব। দেখা নাইনে, এই পছিমীয়া ৰাক্ষস-ৰাক্ষসী বিলাকেই যে আহি আমাৰ মুখৰ গৰাহ কেইটা কাঢ়ি খাইছেহি।....অ, সৌ চোঁৱাচোন, মানুহজনীয়ে ঠিক যেন





মূৰটো ঘূৰাই পিঠিৰ ফালে চাইছে। সেইটো নাক, সেইখন মুখ, হাতখন চোঁৱা আকৌ...সেইয়া বিজুলী ! "ইস্ হয় পায়,—ঠিক্ জিভাখন যেন দেখি।"

পুনৰবাৰ বিজুলীৰ ৰেখাডাল চাওঁতেই হঠাতে নাওখন উটি অহা কাঠ এডালত খুন্দা খাই কাতি হৈ গ'ল আৰু তাৰ লগে লগে সেই ছোৱালীজনীয়ো পানীত পৰি মুহূৰ্ত্ততে অদৃশ্যা হ'ল। মৃগেনে তাইক ধৰিবলৈ হাতখন মেলোঁতেই ব'ঠাপাত হাতৰপৰা এৰাই গৈ পানীত পৰিল আৰু সৰু নাওখনে টুলুংভুটুং কৰি এনে অৱস্থাৰ সৃষ্টি কৰিলে যে মৃগেনে তাইকেই সহায় কৰিবনে নিজকে চম্ভালিব তাক ভাবিবলৈকে অৱকাশ নাপালে। মৃগেনো যেন নাওখনৰপৰা এই পৰে, এই পৰে, এই গ'ল.., এই গ'ল.. ;

ভয়ানক চক্ এটা খাই মৃগেনে সাৰ পাই দেখে যে বুকুত হাতখন পৰি আছে। মৃগেনৰ বুকুত ধপ্‌ধপনি,— ডিঙিটো শুকাই গৈছে। আঠুৱাৰপৰা মূৰটো উলিয়াই লক্ষ্য কৰি চাই দেখে যে ইৱাৰ বেচ টোপনি। ওচৰৰ গিলাচটোৰপৰা পানী এসোহাৰে শুকান ডিঙিটো তিয়াই লৈ জুইশলা মাৰি ঘড়ীটো চালে। তেতিয়া তিনি বাজিবলৈ দহ মিনিট বাকী। "উস্ ! বহুত

সময় আছে” বুলি মনতে ভাবি পুনৰাই শুবলৈ চেষ্টা কৰিলে।

শোঁ বুলিয়েই শুব পৰা বয়স মৃগেনৰ থাকিলেও তেনে মনোভাব নাই। মনোভাবথাকিলেও অন্য কিবা এটা নাই যিটোৰ অভাব হ'লে টোপনি কাষ চাপিব নোখোজে, আৰু এনে কিবা এটা আছে যিটোক দেখিলেই টোপনি লৰ মাৰে। শান্তি আৰু চিন্তা,—ঠিক যেন দুই সতিনীহে। ইজনীৰ ছাঁ-টোকে সিজনীৰ সহ্য নহয়! টোপনীয়ে লাগী ঘৈনীয়েক শান্তিৰ পৰশত চকু হালক জপাই ৰাখে। এলাগী চিন্তা আহি কাষ চাপিলেই চকু দুটা বহলকৈ মেল খুৱাই থয়,—ঠিক যেন গণিকালয়ৰ শোৱনি কোঠাৰ দুৱাৰ কেইখনহে।

এইবাৰ শুবলৈ চেষ্টা কৰোঁতে মৃগেনৰ ওচৰলৈ চিন্তা দেবীয়ে সেই চিনেমা চোৱা আৰু মীৰাহঁতৰ কথা লৈ অহা নাই। সেই সঙ্কুচিত মনোভাবো মৃগেনৰ আৰু নাই। ন্তাদেবীয়ে মৃগেনৰ চকুৰ আগত দেখুৱাইছে এক ছায়াবাজী। সেই সপোনত দেখা ছোৱালীজনীৰ ৰেহ-ৰূপ মৃগেনৰ চকুৰ আগত ভাহি উঠিল,—কাণত প্ৰৱেশিল তাইৰ মৰম সনা মাত-কথাবোৰ, আৰু চকুৰ আগতে জিলিকি উঠিল সেই টুলুঙা নাওঁখনত ব'ঠা মৰাৰ ছেৱে





ছেৱে তাইৰ কাণত লৰি থকা কাণফুলযোৰ, ফিৰ্‌ফিৰীয়া বতাহে উদঙাই দিয়া শুভ্ৰ শীতল গলধনটো,—চন্দ্ৰৰ অধীনত থাকি অমৃত ৰসৰ দ্বাৰা বৰ্দ্ধিতা, গন্ধৰ্ব্ব দেৱতাৰ অধীনত থাকি কুমাৰী অৱস্থাত ক্ৰমে সৌন্দৰ্য্যান্বিতা হোৱা আৰু অগ্নি দেৱতাৰ অধীনত থাকি নাৰী লক্ষণাদি প্ৰাপ্তা হৈ উত্তেজিতা হোৱা গাভৰুৰ যৌৱনত উঠি অহা লক্ষণাদি আহি মৃগেনৰ চকুৰ আগত জিলিকি উঠিল। মৃগেনৰ কাণত বাজি উঠিল পাৰ্ব্বতী বৰুৱাৰ সেই অতি পুৰণি আৰু চিৰ নতুন গীতটোৰ পৰিচিত বনৰীয়া সুৰটো....'নয়ন ভৰি ভৰি চা'।

মৃগেনে চকুৰ আগতে দেখা পালে সেই ৰাক্ষসীজনীৰ ভয় লগা কায়টো আৰু লক্ লক্‌কৈ দেখা দিয়া জিভাখন। ভাবিলে,.."সেই সপোনে কি সূচাইছে? কিহৰ আগ জাননী দিলে সপোনটোৱে। মোৰ নিজৰ জীৱন তৰীকেই মই চলাইছিলোঁনেকি? ওচৰত মই ইৰাকেই লৈ গৈছিলোঁ নেকি?....ইস্ নহয়! হে প্ৰভু, মোৰ এই সপোন যেন নফলিয়াওক।"

..."উস্, মইনো এইবোৰ কি ভাবিছোঁ? সপোন সদায়েই সপোন। তাত সত্যতা থকা হ'লে জীৱনত বহুত কিবাকিবি হ'লহেঁতেন। কত সপোনেই দেখি আহিলোঁ

ইমান বছৰে।....কিজানিবা বেয়া সপোনে ফল দিয়েই ? ....সেই মনোহৰক নীলাম্বৰ ৰজাই হত্যা কৰোৱাৰ পূৰ্ব্বে মন্ত্ৰী তনয়াই নিশা দেখা সপোনটো দেখোন ফলিয়াইছিল ! ....বাৰণৰ পত্নীয়ে সপোনত দেখা....নাই, সেইবোৰ হৈছে সাধুকথা। এইবিলাক আৰু নাভাবোঁ।”

“ৰাম-কৃষ্ণ, বিপদভঞ্জন” বুলি মনে মনে পৰমেশ্বৰক স্মৰণ কৰি বাগৰ সলাই শুব খোজোঁতেই ওচৰৰ বিচনাখনৰপৰা ইৰাই শুই থকা অৱস্থাতে বৰ ডাঙৰকৈ চিঞৰ এটা মাৰিলে,....‘উস্ তই মোক ভাল খোঁট মাৰিলি’।

উচাপ খাই মৃগেন বিচনাতে উঠি বহিল। কিবা এটা অজান আতঙ্কৰ বাবে ইৰাক মাত দিবও নোৱাৰিলে। লাহেকে উঠি গৈ লেম্পটো বঢ়াই লৈ ইৰাৰ বিচনাখনৰ কাষ চাপি দেখেগৈ যে বাওঁ হাতৰ তলুৱাতে ইৰাই বাওঁ গালখন থৈ ওৰ্ঘোৰ টোপনি। হাতৰ হেঁচা খাই মুখখন অলপ মেল খাই আছে। চকু আৰু নাকৰ ওচৰত শুকাই যাব খোজা চকুলোৰ চিন লেম্পৰ পোহৰ পাই ভালদৰে প্ৰকাশি কৈছে ইৰাৰ মনোব্যাধিৰ কথা। ডিঙিৰ হাৰ ডাল আধা খোলা অৱস্থাত খোপাতে পাক খাই আছে। সোঁ হাতখন এদঁতীয়াকৈ শুই থকা ইৰাৰ বুকুৰ ওপৰেদি বিচনাৰ ফালে





ওলমি থকা দেখা পাই ভাবিলে হাতখন তেনে দৰে থকাৰ বাবেই কিজানি তাই চিঞৰ মাৰিলে। লাহেকৈ হাতখন আঁতৰাই থ’বলে চেষ্টা কৰোঁতেই, ইৰাই পুনৰ বাৰ টোপনিতে মাত দিলে,—“ছিঃ কটা।” কিয় জানো, মৃগেনৰ বুকুখন হঠাতে কঁপি উঠিল। তাতেই থমকি ৰ’ল। লাহে লাহে ভুখোজমান হাতত সাৰে ভৰিত সাৰে পিচুৱাই আহি লেম্পটো কমাই যথাস্থানত থৈ পুনৰাই শেতেলিত পৰিল। বাহিৰৰ ঘড়ীটোৱে টং টং কৰি পুৰা চাৰি ৰজাৰ জাননী দিলে। এইবাৰ আকৌ সেই সপোনৰ কথাবোৰ তল পেলাই ইৰাই চিঞৰা কথাকে সুঁৱৰিবলৈ ধৰিলে।

“কি সামাজিক দেখিছিলে বাৰু ? ‘খোঁট মাৰিলি’, ‘ছিঃ কটা’ এই শব্দবিলাক যেতিয়া মুখেৰে প্ৰকাশ কৰিছে তাই নিশ্চয় চিনেমালৈ যোৱাৰ কথাকে ভাবি চিন্তি শুই-ছিল। কিজানি মীৰাই তাইক খোঁট মৰা বুলি কৈছিল ! মোৰ ওপৰত বিতৃষ্ণাৰ ভাৱতেই কিজানি তাইৰ মুখত প্ৰকাশ পাইছিল সেই বিতৃষ্ণাপূৰ্ণ বাক্য ;—‘ছিঃ কটা’। তাই বেচেৰী কান্দিছিলো। নাকান্দিনো কি কৰিব ? নাই, তাইৰ এই মনোভাব দূৰ কৰিবই লাগিব। তাই হৈছে মোৰ বিবাহিতা স্ত্ৰী। ইহকাল পৰকালে তায়েই হ’ব মোৰ জীৱনসঙ্গিনী। মীৰাইত হ’ল দুদিনীয়া বন্ধু-বান্ধবী।

খন্তেক আঁতৰি গৈয়ে অসমীয়া সাজ-পাৰ দলিয়াই দি যি জনীয়ে আজি বঙালা গাভৰু ৰূপে পৰিচয় দি বঙালী সমাজৰ মাজত ভুক্ত হৈ পৰিলে,—ইমান দিন আমাৰ ঘৰত থাকি যোৱাতো নিজৰ বান্ধবীৰ কথা স্মৰণ কৰি এদিনো আহি দেখা দিয়া নাই, সেই বঙ্গীয় দম্পতিৰ কিবা আন্তৰিকতা থাকিব পাৰেনে ? নিজৰ স্বাৰ্থৰ কাৰণে-সিহঁতে সকলো কৰিব পাৰে। কোনে জানে, সুবিমলে কিজানি মীৰাৰ হতুৱাই মোৰ মন আকৰ্ষণ কৰি তাৰ বীমা ব্যবসায়ত উন্নতি কৰাৰেই চেষ্টা চলাইছে ;—কিজানি সেইটি উদ্দেশ্যেই মীৰাই খোপাই মূৰে ফুল গুজি মোক পাকত পেলাবলৈ চেষ্টা কৰি আহিছে। তাই কিন্তু বুজা নাই যে তাইৰ চেষ্টা বিফল। ইৰাৰ ওচৰত মই যে কেতিয়াও বিপথগামী নহওঁ, সেইটো তাই বুজা নাই।.... ছিঃ ! কি কথাবোৰ ভাবিছোঁ জানো। মোৰ সেই ভনী জনীয়ে জন্মতেই মৃত্যুবৰণ নকৰা হ'লে তাইৰ কথাও এনে ধৰণে ভাবিলোঁহেতেন নে ?..ইৰাক কেৱল বুজাই ক'ম যে তাই মোৰ ধৰ্ম্ম-পত্নী,—সহধৰ্ম্মিণী, আৰু মীৰা হৈছে মোৰ ভনী,—তাইৰ ননন্দ। সেইৰূপে যদি ইৰাই মীৰাক জ্ঞান কৰিব পাৰে, এই প্ৰজ্জ্বলিত অগ্নিশিখা নিমিষতে চেচাঁ পৰিব, —সৌ শুকাই যোৱা গোলাপ জুপিয়েও মিচিকনি মাৰিব ;





—ঘৰৰ কলুষিত বা-বতাহেও মেলানি মাগিব। ঠিক, ইয়েই ঠিক,—ৰাতি পুৱালেই ইয়াৰ এটা মীমাংসা হ'ব।”

বিশ্বাসঘাটক টোপনিয়ে মানুহক সু-চিন্তাৰপৰা বঞ্চিত কৰে। যেতিয়াই মৃগেনে নানা ভাৱনা দুৰ্ভাৱনা অতিক্ৰম কৰি আহি এটা সু-চিন্তিত পন্থা বিচাৰি পাইছিলহি, সেই চিন্তাক পৰিকল্পনালৈ ৰূপান্তৰিত কৰি এটা সু-মীমাংসাত উপনীত হ'বলৈও মৃগেনক সময় নিদি নিদ্ৰাদেবীয়ে হাতৰ কোমল পৰশ দি মৃগেনৰ উন্মিলিত চক্ষু যুগল জাপ খুৱাই দিলে ;—আৰু দিলেও সেই ঢল পুৱাতে। সেয়েহে সেইদিনা পুৱা সাৰ পোৱাত মৃগেনৰ অলপ পলম হ'ল। সাৰ পোৱাৰ লগে লগে পুনৰ সঙ্কোচৰ ভাব এটাই মৃগেনৰ বুকুত হেঁচা মাৰি ধৰিলে। চাই দেখে যে ইৰা ইতিমধ্যে উঠি গৈ নিজৰ কামত ব্যস্ত। লক্ষণটো বৰ বেয়া যেন নালাগিল। আলেঙে আলেঙে ইৰাৰ গতিবিধি লক্ষ্য কৰি চাই দেখিলে যে সেই পুৱাতে ইৰা সু-সজ্জিতা। তেনে পৰিপাটি অৱস্থাত তেওঁ ইৰাক কোনো দিনাই দেখা পোৱা নাছিল। আনকি কাচিৎ কেতিয়াবা ফুৰিবলৈ গ'লেও মেখেলা-চাদৰৰ সামঞ্জস্যৰ ফালে চকু দিয়াটো নিষ্প্ৰয়োজন বুলি ভাবিছিল। একেটা সাজৰে ৰিহা, মেখেলা আৰু চাদৰৰ অভাব নহলেও, তাক ব্যৱহাৰ কৰাৰ উচ্ছ্বাসৰ

অভাব ইবাৰ সদায়েই আছিল। মৃগেনে কেতিয়াবা আপত্তি কৰিলেও 'হ'ব, এনে ধৰণে পিন্ধিলেও গা ৰ'ব। পোছাক মাৰি থাকিলেই হ'বনে? আমাৰ কত কাম আছে'—এই এনে ধৰণৰ উত্তৰ পায়।

সেইদিনা পুৱাতে কিন্তু মৃগেনে ভাল দেখা সাজ যোৰ পিন্ধি, মূৰ ফনিয়াই, কপালত আৰু মূৰত সেন্দূৰৰ ফোঁট লৈ, স্নো-পাওডাৰৰ সদ্ ব্যৱহাৰ কৰি লয়লাস গতিৰে ৰান্ধনি ঘৰৰ কামত মনোনিৱেশ কৰিছে আৰু দূৰৈৰপৰা সেই ৰূপ, সেই লাৱণ্য, সেই সৌন্দৰ্য্য মৃগেনে উপভোগ কৰিছে। ব্যঙ্গ কৰি মাত এষাৰ দিবৰ মন আছিল, 'আও ওলালাইনে মীৰাহঁতৰ ঘৰলৈ' বুলি। কিন্তু তেনে ব্যঙ্গ কৰিবলৈ সাহ ক'ত? আগ নিশাৰ কথাবোৰকে সুৱঁৰি মনে মনে বহি আছে। ওচৰ চাপিবলৈকে মনৰ খু-তুৰনি,—মাত মাতে কেনেকৈ। ইবাই তেওঁক নেদেখিলেই ৰক্ষা, কিন্তু দেখিলেনো কেনে ব্যৱহাৰ কৰে তাকে চাবলৈ অপেক্ষা কৰি আছে নানান ভাবত বিভোৰ হৈ।

সেই দিনা মৃগেনে বুজিলে, আৰু ভাল দৰে বুজিলে তেওঁৰ ঘকৰা অশান্তিৰ গুৰি ক'ত। সেই দিনা তেওঁ ইবাৰ তেনে পৰিপাটি অৱস্থাত মীৰাৰে সৈতে ৰিজাই চাই দেখিলে দুয়োৰে মাজত পাৰ্থক্য কি? সেই দিনাহে তেওঁ





বুজিলে, আৰু বঢ়িয়াকৈ বুজিলে তেওঁৰ নিষ্কলঙ্কিত দেহাটোক কোন ডাল নেদেখা জৰীয়ে গোপনে আৰু অজানিত ভাবে মীৰাহঁতৰ ঘৰলৈ আকৰ্ষণ কৰি থাকে। সেই দিনাহে তেওঁ অতি ভালকৈ বুজিব পাৰিলে ইবাৰ মনত সন্দেহ হোৱাৰ বাবে দায়ী কোন? মৃগেনে মনতে থিৰাং কৰি ললে যে তেওঁৰ সহধৰ্ম্মিণী বুদ্ধিমতী ইবাই কিজানি ভাল দৰে বুজিব পাৰিছে যে তেওঁৰ স্বামীৰ মীৰাহঁতৰ ঘৰলৈ যোৱা বাগীটো বন্ধ কৰিব পাৰিব কেৱলমাত্ৰ ইবাৰ নিজৰ দেহত লুকাই থকা স্বাভাবিক ৰূপ-লাৱণ্যই আৰু সেই বাবেই কিজানি সেই পুৱাৰেপৰা ইবাই পৰিপাটি অৱস্থাত দেখা দিছে। সেই দিনাহে মৃগেনে বুজিলে, আৰু ভালদৰে বুজিলে প্ৰসাধনৰ অৰ্থ কি, উদ্দেশ্য কি আৰু সাৰ্থকতা ক'ত? সেই দিনা তেওঁ সুন্দৰৰূপে অনুভব কৰিলে হিন্দু-শাস্ত্ৰৰ মৰ্ম্ম, য'ত ঘৰৰ ঘৈণীজনী সদায় সকলো অৱস্থাতে পৰিপাটিকৈ থকাৰ নিৰ্দ্দেশ আছে। তেওঁ তেতিয়া ইয়াকো উপলব্ধি কৰিলে যে নিজৰ ঘৰত সুন্দৰী, বিদুষী, নিতম্বিনী তিৰোতা থকাতো বহুত স্বামীৰ নৈতিক চৰিত্ৰৰ পতন হয় কিয়? বিয়া হৈ যোৱাৰ লগে লগে আমাৰ ছোৱালী বিলাকে নিজৰ ৰূপ-লাৱণ্য আৰু যৌৱনৰ প্ৰতি আওকাণ কৰাৰ পৰিণাম যে মাৰাত্মকৰূপে দেখা দি

ঘৰুৱা অশান্তিৰ উদ্ভৱ কৰি সোণৰ সংসাৰ ছাৰখাৰ কৰিব পাৰে, সেই দিনাহে মৃগেনে ভালদৰে বুজিব পাৰিলে। তেওঁৰ বুজিবলৈ আৰু বাকী নৰ'ল যে প্ৰসাধন তিৰোতা মানুহৰ বিলাসীতা নহয়, —ই অতি প্ৰয়োজনীয় সামগ্ৰী। ইৰাৰ দেহত লুকাই থকা ৰূপ-লাৱণ্যৰ মাধুৰ্য্য সেই দিনাহে মৃগেনৰ চকুৰ আগত ভালদৰে জিলিকি উঠিল। ইচ্ছা হ'ল, এবাৰ ওচৰৰপৰা চাই ল'বলৈ,—কিন্তু তেতিয়াও সাহৰ অভাব।

"ইয়ে আপুনি উঠি আহি মনে মনে বহি আছেহি। মই আকৌ জগাবলৈহে আহিছিলোঁ"—বোলা মাতষাৰিয়ে মৃগেনৰ সপোন ভাঙি দিলে। ঘূৰি চাই তেওঁ বিশ্বাস কৰিবলৈকে টান পালে যে প্ৰশ্নকাৰিণীয়েই তেওঁৰ সেই চিৰপৰিচিতা ইৰা। হয়নে নহয়? হয় যদি তেওঁৰ মুখৰ এই জ্যোতি ইমান দিনে ক'ত লুকাই আছিল? ওঁঠৰ সেই হাঁহি কোন দেৱতাই দান কৰি গ'ল? সেই মনমোহা সাজ পাৰ কোন সৈৰিন্ধ্ৰীয়ে কৰি দি গ'লহি? "এই ৰূপ, এই জ্যোতি, এই হাঁহিৰ অধিকাৰিণীক মই অকলে এৰি থৈ কেনেকৈ বাহিৰে বাহিৰে ঘূৰি ফুৰিছিলোঁ?"

সেই প্ৰথমবাৰৰ কাৰণে মৃগেনে অনুভৱ কৰিলে যে পূৰ্ব্ববঙ্গৰ অৱস্থা বা দুৰাৱস্থাই তেওঁৰ মনটো বিচলিত





কৰিব পৰা নাই, বন্ধু সুবিমলৰ জীৱনৰ কৰুণ কাহিনীয়েও তেওঁক আকৃষ্ট কৰিব পৰা নাই,—তেওঁক দবাচলতে আকৰ্ষণ কৰিলে কিহে? তাক বুজাবলৈ হ'লে হয়তো কবিয়ে গালে হেঁতেন,—

'নয়ন কোণৰ চাৱনিত সনা
উন্মাদনাত আছে কি প্ৰাণ,
যাৰ পৰশত গুমৰি উঠেহি
শুকান হিয়াতো প্ৰেমৰ টান।
যৌৱন বিৰিঙা পৰিপাটি সাজে
নিতৌ মীৰাই দিয়েহি দেখা,
প্ৰতি চাৱনিত প্ৰতি ভঙ্গিমাত
নীৰৱে ফুটায় হিয়াৰ ভাষা।
সেয়েহে মৃগেন মৃগনয়নীৰ
মোহিনী জালত আৱদ্ধ হ'ল,
ঈৰ্ষাৰ বাণে বিন্ধিলে ইৰাক
মীৰা কিন্তু হায়, মীৰাতে ৰ'ল।'

"ইমানকৈ চাইছে কি? উঠক, গা ধোৱেনে মুখ ধোৱে ধোৱক। মোৰ চাহ হ'ল," বুলি মৃদু, মধুৰ, কৃত্ৰিম হাঁহিৰে সামৰণি মাৰি ইৰাই খোজ চলালে ৰান্ধনি ঘৰৰ ফালে।

স্বৰগ পৰা যেন হৈ মৃগেন তাতেই বহি থাকিল। ভাবিলে, "আজিনো কি গুৰু প্ৰসন্ন? এনে ধৰণৰ তাগাদা আৰু তদাৰক মীৰা যোৱাৰ দিন ধৰি পোৱা মনত নপৰে। নাই, মই মিছাতে এইবোৰ দুৰ্ভাৱনাত দেই পুৰি মৰিছোঁ। ইৰাই মোক কেতিয়াও ভুল বুজা নাই। বুজিবই বা কিয়? মই যে সঁচাকৈয়ে নিষ্কলঙ্ক।"

"..অ,....এইবাৰ কবি হ'ব যেনহে পাইছোঁ। লিখক কবিতা এটা,—

'দেখিলোঁ কইনা
সুন্দৰী মইনা,
নাই গহনা
পিন্ধিছে গাউন,
কাপোৰ কোঁছাই
জেকেট মেৰাই
হৈছিল যেন,
কলেক্টিভ নাউন।"

'নাই গহনা' বুলি কওঁতেই তাহানি কালৰে মীৰাৰ ডিঙিৰ আৰু খোপাৰ ফুল বিলাকে মৃগেনৰ চকুৰ আগেদি পলকতে ঢৌ খেলি গ'ল। সেপ ঢুকি শুকান





ডিঙিটো তিয়াই লৈ মৃগেনে মাত দিলে,—"ইৰা, এনে ধৰণেতো ইমান বছৰে তোমাক নাপালোঁ।.."আজিনো..

বাধা দি ইৰাই ক'লে "থাওক বাৰু, সমালোচনাৰ প্ৰয়োজন নাই। এতিয়া চাহ খাওক, চেঁচা হ'ব," বুলি নিজে চকী এখনত বহি জলপানৰ থালখনৰপৰা মাখি খেদাবলৈ ধৰিলে। মৃগেনেও লৰালৰিকৈ মুখখন ধুই আহি চাহ খাবলৈ বহিলহি।

সেই দিনাৰ চাহ টোপাত মৃগেনে কিবা এটা নতুন সোৱাদ পোৱাদি পালে। সি চাহৰ সোৱাদ নহয়,—ইৰাৰ পৰিৱেশনৰ সোৱাদ হে। মৃগেনে মনতে ভাবিলে সুবিমলতকৈ তেওঁ সুখী নে দুখী। সেই সাজেৰে সজ্জিতা ইৰাৰ ওচৰত মীৰাক ঠিয় কৰালে কেনে দেখা যাব, তাকো গমি চালে।

"......বুজিছা ইৰা, কালি ৰাতি বৰ ভয় লগা সপোন এটা দেখি মনটো বৰ বেয়া লাগি আছে....।"

"আপোনাৰ গোটেই জীৱনটোৰেই দেখোন সপোন-ময়। এতিয়াও আপুনি কিজানি সপোনকে দেখিছে?"

"....তুমিও বৰ ঠাট্টা কৰিবলৈ শিকিলা হে। সপোনটোৰ কথা কওঁ, শুনিবানে?"

"..কিনো আৰু সপোন? মই মৰাকেই দেখিছিল

হ'বলা। শুনিম বাৰু পাচত ;—এতিয়া মই কথা এটা কওঁ শুনকচোন। আজি ৰাতিলৈ মীৰাহঁতক ভাত খাবলৈ মাতিব খুজিছোঁ। আপুনি নিজে এই বেলাতে বজাৰখন কৰি দিব দেই। ৰামবিলাসৰ হাতেতে বজাৰৰ বেহানি পঠাই দি সেই ফালেই পাক এটা মাৰি মীৰাহঁতক নিমন্ত্ৰণ কৰি আহিব।"

কথাষাৰ শুনা মাত্ৰে মৃগেনৰ গাটো জিকাৰ খাই উঠিল। ভাবিলে, "উদ্দেশ্য ? মোক কিজানি পৰীক্ষাকে কৰিছে !" —অলপ এওাই উত্তৰ দিলে, "নালাগে সেই নিমখহাৰাম হালক মাতিব। আমাৰ ইয়াতে ইমান দিন থাকি গ'ল, এতিয়া নেদেখিছা,—ঘোষ ডাক্তৰহে সিহঁতৰ আপোন হ'লগৈ।"

"হয়েই কিজানি আপোন, আপুনিনো কেনেকৈ জানিছে ?"

"....সি হ'ল ঘোষ,—কায়স্থ আৰু সুবিমল হ'ল মৈত্ৰ—বামুণ। তাঁহাতৰ ভিতৰত স্বাৰ্থৰ বাহিৰে আন কি সম্বন্ধ থাকিব পাৰে। তাঁহাতৰতো আমাৰ নিচিনা নহয়। বামুণৰো দুটা ভাগ,—কুলীন আৰু অকুলীন। আমাৰ হ'লে বামুণ বামুণেই, কায়স্থ কায়স্থই।"

"...বাৰু বাৰু, সেইবোৰ থাওক। এতিয়া মুঠতে





আপত্তি নকৰিব,—মই বহুত দিনৰেপৰা মাতোঁ মাতোঁ কৰি আছোঁ। তাতে আপুনি সপোন তপোন দেখিছে, মৰি থাকিব লাগিলে মনৰ আশা মনতে যাব" বুলি কৈয়েই মিচিক্ কৰে হাঁহি এটা মাৰি উঠি গৈ কাগজ পেঞ্চিল আনি বজাৰৰ বস্তুৰ লিষ্টি এখন কৰি মৃগেনৰ হাতত দিলে।

ইৰাৰ আকস্মিক পৰিৱৰ্ত্তনত মৃগেন সচাঁকৈয়ে বৰ আচৰিত হ'ল। যি জনীয়ে মীৰাৰ চাটকে সহিব নোৱাৰে সেই মীৰাৰ কাৰণে ইৰাৰ আজি কিয় ইমান চেনেহ হ'ল ? যি কি নহওক, মৃগেনে আৰু বেচি পৰ কৃত্ৰিম আপত্তি নকৰাই ভাল বুলি ভাবিলে। মনত এক বিপুল আনন্দেৰে হাতত লিষ্টিখন আৰু মীৰালৈ বুলি ইৰাই দিয়া চিঠিখন লৈ ৰামবিলাসৰ লগত ওলাই গ'ল। সপোনৰ কথা আৰু তল পৰিল। মৃগেনে মনতে ভাবিলে "আজিৰপৰা সকলো মান অভিমান নিলগ হ'ল। ঘৰখনত শান্তিৰ ৰেঙণি বিয়পিব।"

ইৰাৰ কথাকে ভাবি ভাবি মৃগেনে খোজ চলাই গৈ আছে ৰামবিলাসৰ লগত। কিছুদূৰ গৈ হঠাতে মনত পৰিল যে তেওঁ টকাৰ বেগটো গাৰুৰ তলতে এৰি থৈ গ'ল। ৰামবিলাসক আগ বাঢ়িবৰ বাবে নিৰ্দ্দেশ দি মৃগেনে পুনৰ

ঘৰলৈ ঘূৰি আহি দেখে যে ইৰাই মৃগেনৰ ডাঙৰ ফটোখন বেৰৰপৰা নমাই চাফা কৰাত ব্যস্ত।

"এই সাজ পাৰ কৰি পুৰাতে 'চাফাই' কামত হাত দিবলৈ পালে কিহে (?)" বুলি হঠাতে দিয়া মৃগেনৰ মাতষাৰত ইৰা উচাপ খাই হাঁহিবলৈ ধৰিলে। তেনে ধৰণৰ অন্তৰ খোলা হাঁহি ইৰাই বহুত বছৰে মৰা নাছিল। ইৰাৰ মনমোহা হাঁহিটো দেখি মৃগেনে ক'লে,—"তোমাৰ হাঁহিটো বৰ ভাল হে।"

"মোৰনো বেয়া ক'ত ?"

"সেইটো যথাৰ্থতে সঁচা। কিন্তু...."

"কিন্তু নালাগে, ঘূৰি আহিলে কিয় ?"

কথাৰ উত্তৰ নিদিয়াকৈয়ে মৃগেন ভিতৰলৈ সোমাই গ'ল। ক্ষন্তেক পাচত হাতত বেগটো লৈ ওলাই আহি ইৰাক দেখুৱাই ক'লে, "এইটো নিবলৈ ঘূৰি আহিছিলোঁ। তুমি এই কাম এৰাঁ, ৰামবিলাস আহি কৰিবহি।"

"ঘৰ চাফা কৰা মোৰহে কাম, মটা মানুহৰ নহয়। আপুনি যাওক, নহ'লে মাছ নাপাব। ৰামবিলাসৰ হাতত বস্তুবোৰ পঠাই দি ক'ত ঘূৰে ফুৰিবগৈ।"

"মইনো তোমাক এৰি থৈ ক'ত ফুৰিমগৈ হোঁ। সুবিমলৰ ঘৰত তোমাৰ চিঠিখন দিয়েই গুচি আহিম।





"তাতকৈ আপোনাৰ কামটো একেবাৰে শেষ কৰি নাহে কিয় ? কাৰোবাৰ ডাক্তৰী পৰীক্ষা কৰাৰ কথা আছিল নহয়। সিবেলা হ'লে ওলাব নোৱাৰে, মোক ৰন্ধা-বঢ়াত সহায় কৰিব লাগিব।"

অ' বাৰু, বুলি মৃগেন যাবলৈ উঠিব খোজোঁতেই ইৰাই তেওঁৰ ভৰি দুটাত খামুচি ধৰি ক'লে, "মোক ক্ষমা কৰিব।" বিচলিত ভাবে ইৰাক তেওঁ গৰা মাৰি ধৰি আলফুলকৈ তুলি ধৰি চাই দেখে ইৰাৰ চকুত পানী।

মৃগেনৰ হাঁহি থকা অন্তৰখন ক্ষন্তেকতে মৰহি গ'ল। চকু পানীৰে গাল দুখন তিয়াই থোকাথুকি মাতেৰে ইৰাই সুধিলে, "কওক, মোৰ অপৰাধ ক্ষমা কৰিবনে ?"

"তুমিহে মোক ক্ষমা কৰিব লাগে ইৰা। তোমাৰ ওচৰত মইহে জগৰীয়া !"

"সেইবোৰ কথা মোক নালাগে। কওক, মোক ক্ষমা কৰিব পাৰিবনে ?"

"তুমি একো দোষ কৰা নাই ইৰা। যদি মই নজনাকৈ কিবা কৰিছা মই বাৰু তোমাক ক্ষমা কৰিছোঁ" বুলি মৃগেনৰ মুখৰপৰা বাইকযাৰ ওলোৱাৰ লগে লগেই ইৰাৰ মুখত পূৰ্ব্বৰ হাঁহিৰ জিলিঙনি প্ৰকাশিত হ'ল আৰু

ঘপৰাই উঠি মৃগেনক পুনৰবাৰ হাঁহি হাঁহিয়েই সেৱা কৰিলে। ইৰাৰ ব্যৱহাৰত মৃগেন অবাক। কিয় ইৰাই এনেখন কৰিছে (?) তাৰ উত্তৰ উলিয়াবলৈ চেষ্টা কৰাতো তেওঁ উত্তৰ বিচাৰি নাপালে। ই কেৱল ইৰাৰ দুষ্টামী বুলিয়েই ভাবিবলৈ বাধ্য হ'ল। পলকতে ইৰাৰ দুখনিকৈ মানসিক পট পৰিৱৰ্ত্তনত মৃগেনে বৰঞ্চ বৰ আনন্দহে পালে। ফুটাই ক'লে, 'তুমি বৰ দুষ্ট হেঁ। মোক যি হে ভয় খুৱালা,—এতিয়াও বুকুখন ধপ্ ধপাই আছে। বাস্তবিকতে তিৰোতা মানুহে চকুলোৰে সংসাৰখনকে জয় কৰিব পাৰে।"

"হ'ল বাৰু, দাৰ্শনিক তথ্যত লাগি থাকিলে বজাৰত মাছ শেষ হ'ব। যাওক।"—'যাওঁ বাৰু' বুলি মৃগেন ওলাই গ'ল। দুৱাৰৰ পৰ্দ্দা খনতে ধৰি ইৰাই মৃগেন ওলাই যোৱাৰ ফালে একে থৰে চাই ৰ'ল চকুত স্নেহ সনা প্ৰেমভাব এটা লৈ। খোজ চলাই গৈ থকা মৃগেনৰ চকুৰ আগতে ভাহি উঠিল ইৰাৰ সেই মনমোহা হাঁহিটো, দুষ্টামী কৰি সেৱা জনাই কৃত্ৰিম চকুলো টোকা ভাওটো, পৰ্দ্দা খনতে ধৰি একে থৰে মৃগেন ওলাই যোৱাৰ ফালে চাই থকা দৃশ্যটো। দূৰৈৰ পৰা পুনৰ এবাৰ ঘূৰি চালে মৃগেনে। দেখে ইৰাই গাত লৈ থকা চাদৰখনৰ আগটো উকুৱাই তেওঁক বিদায়





দিছে বজাৰলৈ যাবলৈ,—বিদায়!—হঠাতে মৃগেনৰ মনত পৰিল ই যেন ঠিক চিৰবিদায়।

বজাৰৰ বস্তু বেহানি ৰামবিলাসৰ হাতত পঠাই দিওঁতেই মৃগেনে ভাবিছিল যে তাৰ হাততেই ইৰাই দিয়া চিঠিখন মীৰালৈ পঠাই দি তেওঁ ঘৰমুৱা হব। সেই পুৰাৰেপৰা মৃগেন বৰ বেয়া ধৰণে ইৰাৰ প্ৰতি আকৃষ্ট। ইৰাৰ ওচৰতে তেওঁৰ থাকিবৰ ইচ্ছা। কিন্তু মীৰা?—চাকৰৰ হাততনো প্ৰথম নিমন্ত্ৰণী চিঠিখন দি পঠাবনে? তাতে আগ নিশা চিনেগাত ইৰাৰ গহীন ভাব দেখি বা মীৰাই কি ভাবিছে? 'যদি কিবা ভুল বুজিছে আজি সন্ধিয়াই সকলো ভুল ভাগিব'—মৃগেনে ভাবিলে।

বহুত ভাবি চিন্তি ৰামবিলাসকে ঘৰলৈ পঠাই দি তেওঁ মীৰাহঁতৰ ঘৰলৈ আগবাঢ়ি গ'ল। সেইদিনা যাওঁতে তেওঁৰ কোনো সঙ্কুচিত মনোভাব নাছিল। সেইদিনা পূৰ্ব্ববৎ ইৰাৰ অজ্ঞাতত তেওঁ মীৰাহঁতৰ ঘৰলৈ যোৱা নাই,—তেওঁক পঠাইছে ইৰাই। তেওঁ মনতে ভাবি ভাবি গৈছে যে মীৰাহঁতক নিমন্ত্ৰণ কৰিয়েই তেওঁ ঘৰমুৱা হ'ব। সেইদিনা আৰু মীৰাৰ ওচৰত বহি কথাবাৰ্ত্তা হৈ আনন্দ উপভোগ কৰিবৰ তেওঁৰ ইচ্ছা নাই। সেইদিনা তেওঁ কেৱলমাত্ৰ চিনিছিল নিজৰ ঘৰখন আৰু ভাল পাইছিল

নিজৰ পৰিবাৰ ইবাক। সৌৰজগতৰ সকলোবোৰ সৌন্দৰ্য্যই যেন থুপ খাই আছে ইবাৰ দেহাত,—সেই সৌন্দৰ্য্য তেওঁৰ পূৰামাত্ৰাই উপভোগ কৰা হোৱা নাই,—বহুত বাকী।

কিন্তু মীৰাৰ ওচৰ পাই তেওঁৰ সকলো প্ৰতিশ্ৰুতি সেমেকি পৰিল। স্নেহসনা ভাব লৈ মীৰাই ভাত খাই যাবৰ কাৰণে কৰা অনুৰোধ তেওঁ পেলাব নোৱাৰিলে। তিনি চাৰি ঘণ্টাকাল মীৰাৰ ওচৰত পলকতে পাৰ হোৱা যেন পালে।

ইফালে মৃগেন ওলাই যোৱাত ইবাই দুৱাৰ বন্ধ কৰি ভিতৰ সোমাল। তেওঁৰ সেই দিনৰ পৰিবৰ্ত্তন কেৱল বাহ্যিক পৰিবৰ্ত্তনেই নাছিল। অন্তৰৰ মাজতো কিবা এটা আকস্মিক পৰিবৰ্ত্তন ঘটাত ইবাই নিজৰ বাকচটো খুলি মৃগেনৰপৰা পোৱা সেই পুৰণা চিঠি বিলাক উলিয়াই সকলোবোৰ পঢ়ি পুৰি পেলালে। আলমাৰীৰপৰা পুৰণা ফটোবিলাক দুই এখনকৈ উলিয়াই চাই পুনৰ যথাস্থানত থৈ দিলে। শহুৰেক আৰু দদাশহুৰেকৰ ফটো দুখনত দুডাল ফুলৰ মালা আঁৰি দি মৃগেনৰ ডাঙৰ ফটোখন সৰু মেজ এখনৰ ওপৰতে থৈ কেউকাষে ফুল দি সজাই সেই ফটোখনতে চকু পানী টুকি টুকি কিবাটো ভাবত অকলে অকলে সেৱা জনাই থকা অৱস্থাতেই ৰামবিলাস বজাৰৰপৰা ঘূৰি আহি মাত





দিলেহি—'মা'। ৰামবিলাসৰ মাতষাৰ শুনিয়েই ইবা তৎক্ষণাতে সংযত হৈ ওলাই আহি তাৰপৰা বুজ লৈ গম পালে যে মৃগেন মীৰাহঁতৰ ঘৰত আছে। ইবাই ৰামবিলাসক পুনৰ পঠাই দিলে দূৰৈৰ গৰু-ফাটেকত তেওঁবিলাকৰ হেৰোৱা গাইজনী বিচাৰি। সেই দিনা তেওঁ অকলে অকলে থাকিবলৈহে ইচ্ছা কৰিছিল। লোক-সমাগম সেইদিনা ইবাই বিচৰা নাছিল।



মীৰাহঁতৰ ঘৰত বঢ়া ভাত গাল আধা খোৱাকৈ পেলাই থৈ উধাতু খাই ল'ৰি আহিল মৃগেন। নানান ধৰণৰ খেলিমেলি ভাবে মৃগেনক ব্যাকুল কৰি পেলালে। কেতিয়া ঘৰ পাওঁ, কেতিয়া ঘৰ পাওঁ বুলি ভাবি আহিছিল যদিও ঘৰ আহি নাপালেই ভাল বুলি এটা ওলোটা ভাবো মৃগেনৰ মনত উদয় হৈছিল। তেনে ভাব মনলৈ অহাটো অতি স্বাভাবিক। আকস্মিক সম্বাদ—লাগে সি ভালেই হওক অথবা বেয়াই হওক, তাৰ সত্যতা যিমান পলমে উদ্ঘাটন কৰা হয়, ভুক্তভোগীৰ পক্ষে সিমানেই মঙ্গল।

বাটত মানুহ লগ পাইছে,—একো সোধা নাই। কি জানিবা কি বতৰাই দিয়ে;

দূৰৈৰপৰা মৃগেনৰ ঘৰত এটা ডাঙৰ লোক-সমাগম দেখিবলৈ পালে। দেখিয়েই মৃগেনৰ বুকুখন দুৰুদুৰু কৰি কঁপিবলৈ ধৰিলে। তেওঁ ঘৰৰ কাষ চাপি গ'ল। মৌন জনতাই বাট এৰি দিলে। কোনেও একো মাতকে নিদিলে। তেওঁ পোনে পোনেই ভিতৰলৈ সোমাই গ'ল। গৈ দেখে ৰান্ধনি ঘৰৰ বাৰান্দাতে ইৰাৰ মৃত-দেহ পৰি আছে। ডিঙিৰ খোৰোচা গাঁঠি কোনে সোলকালে ক'ব নোৱাৰে। ওচৰতে নাদলৈ বুলি আনি থোৱা দীঘল নতুন জৰীগছি পৰি আছে। ইৰাৰ সাজ-পাৰ পৰিপাটি। চকু দুটা আধা মেলা অৱস্থাত। নীলা চকু যুৰিৰ সৰু সৰু সিৰ বিলাক তেজেৰে ৰঙা হৈ উঠিছে। পদুমৰ পাহি যেন ধুনীয়া ডিঙিটোত খহতা জৰীডালৰ খামোচটো সেৰা বান্ধি ৰঙা হৈ প্ৰকাশ পাইছে। ৰঙচুৱা ওঁঠ দুটিত তেতিয়াও এক মৃদু হাঁহিৰ আভাস; ঠিক্ যেন মাতিলেই মাত দিব। "ইৰা, ইৰা, ইৰা," বুলি ব্যাকুলভাবেৰে দুই তিনিবাৰ মাতিও মাত নাপাই গাত হাতখন দি মৃগেনে জোকাৰিবলৈ ধৰিলে। গা-গৰম,—কিন্তু মুখৰ মাত নাই। মৃগেন ইৰাৰ বুকুতে বাগৰি পৰিল।





চেতনা পাই মূৰ তুলি চাই দেখে যে মলিন বেশেৰে সুবিমল আৰু মীৰা ওচৰতে ঠিয় হৈ আছে। নিলগত মাটিয়ে বালিয়ে ওচৰ-চুবুৰীয়া মানুহৰ মাজত ফুচ-ফুচনি, গুণ গুণনি শুনিবলৈ পোৱা গৈছিল।

মীৰাই মাত দিলে, "মৃগেনদা, উঠক,"—সুবিমলৰ সৈতে দুয়ো মৃগেনক ধৰি নি ভিতৰৰ বিচনাত শুৱাই দিলেগৈ। পুলিচত খবৰ দিয়াৰেপৰা মৃত দেহ সৎকাৰ কৰা পৰ্য্যন্ত সকলো দায়িত্ব সুবিমলেই বহন কৰিব লগা হোৱাত মৃগেনক বিচনাত শুৱাই দিয়েই ওলাই যোৱাত মীৰাৰ অৱস্থাটো তাই নিজেহে অনুভৱ কৰিছিল। সদ্যহতে বৰলা নাম পোৱা মৃগেনৰ শোৱনি কোঠাত তাই অকলে থাকি সান্ত্বনা দিয়াটো সম্ভৱ নহয় বাবেই সুবিমলৰ প্ৰায় লগে লগেই তাই কোঠাৰপৰা ওলাই আহিল। কোঠাটোত মৃগেন অকল।

কিবা চোঁচৰাই নিয়া শব্দ এটা কাণত পৰাত মৃগেনে মূৰ দাঙি চাই দেখিলে যে ৰামবিলাসৰ হাতত বজাৰৰ মোনাটোতে গাঁঠি দি পঠোৱা ৰৌ মাছৰ পেটি-ডোখৰ বোন্দা মেকুৰী এটাই নিবৰ বাবে আপ্ৰাণ চেষ্টা কৰিছে। মৃগেন উঠি বহিল। ওচৰৰ সৰু টেবুলখনতে ফুল-পাত দি সজাই থোৱা দেখিলে তেওঁৰ

নিজৰ ডাঙৰ ফটোখন। ওচৰৰপৰা চোৰাৰ অভিপ্ৰায়ে উঠি যাওঁতেই মৃগেনৰ চকুত পৰিল আয়নাৰ মেজখনতে স্নোৰ বটল এটাৰে হেঁচা মাৰি থোৱা চিঠি দুখনত। হাতত লৈ খুলি চাই দেখিলে,—

শ্ৰীচৰণেষু,

আপোনাৰ সুখ-সপোনৰ অন্তৰায় হ'বৰ আৰু মোৰ ইচ্ছা নাই। মই যাওঁ। আশীৰ্ব্বাদ কৰিব যেন অহা জন্মত মই আপোনাকেই নিজস্ব হিচাপে পাওঁ। ইতি—

সেৱিকা—ইৰা

ৰাক্ষসী মীৰা,

ঘৰত স্থান দিছিলোঁ, বিপদগ্ৰস্তা বান্ধবী হিচাপে। ভবা নাছিলোঁ, জনা নাছিলোঁ, গাখীৰ খুৱাই সাপ পুহিছোঁ বুলি। তই মোক ভাল খোঁট মাৰিলি। মই যাওঁ,—ভগবানে তোকেই সুখী কৰক।

ইতি—তোৰ ইৰা।

পঢ়ি উঠি মৃগেনে অকস্মাতে ডাঙৰ ডাঙৰকৈ চিঞৰি উঠিলে, "ভুল, ভুল, মোক ভুল বুজিলা ইৰা, ই তোমাৰ ভয়ানক ভুল।"

অকস্মাতে মৃগেনৰ চিঞৰ শুনি আশে পাশে থকা মানুহৰ দুই এজন গৈ মৃগেনৰ কোঠাত প্ৰবেশ কৰিলে।





মৃগেনক পুনৰ ধৰি নি বিচনাত শুৱাই দিলে। ইতিমধ্যে সেই চিঠি দুখন ইহাত সিহাত সহস্ৰ হাত হ'ল। জনতাৰ মাজত চিঠি দুখনৰ বিষয়ে সা-সমালোচনা হ'বলৈ ধৰিলে। সুবিমল নাই, মীৰা অকল,—ইফালে জনতাৰ খোঁচ মৰা মন্তব্য। তেনে পৰিস্থিতিত মীৰাই কৰে কি? যি ফালেই চায় সেই ফালৰপৰাই কেইবাযোৰো কৌতূহলী চকুৰ দৃষ্টি আহি মীৰাৰ অন্তৰখন ভেদ কৰে, বিদ্ৰূপান্তক মিচিকনিৰো সীমা সংখ্যা নাই।

ইৰাৰ মৃতদেহ পষ্টমৰ্ত্তেমৰ কাৰণে পঠাবৰ সময়ত হঠাতে ঘৰখনত এটা বিশৃঙ্খল ভাবে দেখা দিলে। বহাৰ পৰা সকলো উঠি গৈ মৃত দেহ, পঠোৱা কাৰ্য্যত লিপ্ত হ'ল। সুবিমলেই আছিল আগ ৰণুৱা। সেই সময়তে সুবিধা বুজি মীৰা অন্তৰ্দ্ধান হ'ল। দুখ, বেজাৰ, লাজ, অপমান, ধিক্কাৰ আদি সকলোবোৰেই মীৰাক হেচাঁ মাৰি বিচনাত শুৱাই দিলে। মীৰা লাঞ্চিতা।

---

# সন্তাপৰ মিচিকনি

আত্মনির্ভৰশীলতাই হৈছে বৰ্ত্তমান যুগৰ মূলমন্ত্ৰ। নেতাসকলৰ বক্তৃতা আৰু ভাষণত প্ৰকাশ পায় আত্ম-নির্ভৰশীলতাৰ বিষয়ে,—কাকতে পত্ৰে প্ৰকাশ পায় সেই একেষাৰি মহামন্ত্ৰ। পৰৰ ওচৰত হাত নপতাটোৱেই হৈছে আজিৰ দিনৰ বিলাসিতা। কথাই কথাই বুঢ়া-লোকে কয় সেই তাহানি কালৰ কথা, যি কালত বোলে প্ৰত্যেক মানুহে নিজৰ নিজৰ প্ৰয়োজনীয় সামগ্ৰীৰ যোগান ধৰি লৈছিল। "ভঁৰালত ধান, গোহালিত গৰু, পুখুৰীত মাছ" আদি বুলি গল্প-উপন্যাসতো আমাৰ গাঁৱলীয়া জীৱনৰ উন্নত পৰিয়ালৰ অৱস্থাৰ বিবৰণ দিয়া আমি দেখি আহিছোঁ, পঢ়ি আহিছোঁ। কিন্তু প্ৰকৃতপক্ষত কবলৈ গ'লে, এই আত্ম-নির্ভৰশীলতাই হৈছে মানব সমাজৰ সৰ্ব্বনাশৰ মূল। আত্ম-নির্ভৰশীলতা হৈছে—অৰ্থশাস্ত্ৰ বিৰোধী, প্ৰকৃতি বিৰোধী আৰু সমাজ বিৰোধী।

আত্মনির্ভৰশীল হৈ নিজেই নিজৰ যাৱতীয় কাম-কাজ



কৰি লবলৈ চেষ্টা কৰিলে কৰ্ম্ম-কুশলতা আৰু কাৰ্যদক্ষতাই উচ্চ স্তৰ লাভ কৰিব নোৱাৰে। কোনো ব্যক্তিয়েই কোনো কামতে বিশেষজ্ঞ বুলি পৰিচয় দিব নোৱাৰে। কাৰ্য্য সমাপনতো যথেষ্ট পলম হয়। সেই কাৰণেই আজিৰ যুগৰ অৰ্থনীতিজ্ঞ সকলে সকলো কামকে ভাগ বতৰা কৰি কৰাটোকেহে সমৰ্থন কৰি কয় যে সকলো ক্ষেত্ৰতে ভাগ বতৰা কৰি কাম কৰিলেহে সেইটি বিষয়ত বিশেষজ্ঞ হ'ব পাৰে, আৰু কাৰ্য্যদক্ষতাও বৃদ্ধি পায়। কেৱল মাত্ৰ এই নীতিকেই অৱলম্বন কৰি আজিৰ দিনৰ ডাক্তৰ সকলে চকু, কাণ, দাঁত আদিৰ বিশেষজ্ঞ হ'ব পাৰিছে ;—অধ্যাপক, অধ্যক্ষ সকলেও কেৱল মাত্ৰ এটা বিষয় অধ্যয়ন কৰি সেইটি বিষয়তহে শিক্ষা দান কৰে। অৱশ্যে ঢোলতো এচাপৰ খোলতো এচাপৰ মৰা ডাক্তৰ কবিৰাজৰ অভাব নাই। কিন্তু সেই সকলেও অলপ বিপদত পৰিলেই লৰ মাৰে সেই বিশেষজ্ঞ সকলৰ ওচৰলৈহে।

মানব-সমাজৰ প্ৰধান শিক্ষাগুৰু হৈছে প্ৰকৃতি! এই প্ৰকৃতিয়েও মানুহ আত্মনির্ভৰশীল হোৱাটো নিবিচাৰে। কাৰণ প্ৰকৃতিয়েও নিজৰ দান সমূহ পৃথিবীৰ বিভিন্ন অঞ্চলত সমানে দিয়া নাই। মানব-সমাজৰ মাজত

আদান-প্ৰদান ৰক্ষা আৰু পৃথিবীৰ এক খণ্ডৰ মানুহে অন্য এটা খণ্ডৰ মানুহৰ ওপৰত নিৰ্ভৰ কৰি থাকিবলৈকে বোধ কৰো প্ৰকৃতিৰ এই বিধান। প্ৰকৃতি আত্মনিৰ্ভৰশীলতাৰ পক্ষপাতি হোৱা হ'লে আমি বোধকৰো ৰাজভৱনৰ চাহৰ মেলত জাপানী কাপ পিয়লাত ঢলা ৰঙচুৱা ভাৰতীয় চাহপানীটোপাত জাভাৰ চেনিৰে সোৱাদ কৰি, হলেণ্ডৰ টিনৰ গাখীৰেৰে বগা কৰি, ব্ৰহ্মদেশীয় চেগুন কাঠ নিৰ্ম্মিত টেবুলৰ ওপৰত পৰিৱেশন কৰা নেদেখিলোহেঁতেন!

মানুহ হৈছে সমাজ-প্ৰিয়। ঘৰত তিথি-মহোৎসৱ, বিয়া-সবাহ, আৰু শ্ৰাদ্ধাদিত আমি সমাজৰ ওপৰত নিৰ্ভৰ কৰিব লগীয়া হয়। তাহানি কালত গাঁৱৰ গঞা সকলে গাই প্ৰতি নিজ নিজ বাৰীৰপৰা খেৰ বাঁহ লৈ আহি তিথি মহোৎসব আদিত নিজেই দুই এদিন পৰিশ্ৰম কৰি, ৰভা-পাৰলি পৰ্য্যন্ত দি সহায় কৰিছিল আৰু প্ৰকৃতপক্ষত গাঁৱৰ গঞাৰ ওপৰত নিৰ্ভৰ কৰিয়েই গাঁৱলীয়া গৃহস্থই বিয়া-সবাহ, তিথি-মহোৎসৱ আদি পাতিবলৈ আগ বাঢ়িব পাৰিছিল। সেই সমাজৰ ওপৰত নিৰ্ভৰ কৰি চলিব লগীয়া হোৱা কালত আছিল এখনি সুন্দৰ সমাজ, যিখনি সমাজৰ ব্যক্তিয়ে সমাজদ্ৰোহী হৈ





কোনো অন্যায় কাৰ্য্যত লিপ্ত হ'ব নোৱাৰিছিল,—সেই সমাজৰপৰা চ্যুত হোৱাৰ ভয়ত। আজিৰ এই তথাকথিত আত্মনিৰ্ভৰশীলতাৰ যুগত সেই সমাজৰ বান্ধোন ছিন্ন বিচ্ছিন্ন হৈ পৰিল। আজিৰ সমাজৰ প্ৰত্যেক ব্যক্তিয়েই হবলৈ বিচাৰিছে আত্মনিৰ্ভৰশীল,—সমাজৰ সহায় আৰু সহানুভূতিৰ প্ৰত্যাশা কৰিব লগীয়া নোহোৱাত আজি সমাজৰ ব্যক্তি সমাজৰ ধুমকেতু ৰূপে অৱতীৰ্ণ হৈ মুক্ত ভাবে অন্যায়, অধৰম অপকৰ্ম্ম আদিত লিপ্ত থাকি সমাজৰ সৰ্ব্বনাশ সাধন কৰিছে। নিজে নিজে একো কাম বন কৰি লব নোৱৰাজনেও আজি ধনৰ বলত বনুৱাৰ পৰিশ্ৰম খৰিদ কৰি নিজৰ আত্মনিৰ্ভৰশীলতাৰ পৰিচয় দি সমাজত আনি দিছে বিশৃঙ্খলতা। সেয়েহে আজিৰ সমাজ হৈ পৰিছে এই ক্ষমতাপন্ন ধনী সম্প্ৰদায়ৰ ভৃত্য। অৰ্থহীন, প্ৰভাৱহীন দুখীয়া ৰাইজৰ ওপৰত উদ্ধাৰ প্ৰায়শ্চিত্তৰ বিধান আছে,—আজিৰ সমাজে এই দুখীয়া আৰু নিৰীহ ৰাইজকহে কেৱল সমাজৰ কটকটীয়া বান্ধোনৰ মাজত ৰাখিবলৈ আপ্ৰাণ চেষ্টা কৰে। ধনীৰ ওচৰত সকলো সামাজিক ৰীতি-নীতি হৈ পৰে শক্তিহীন, —সমাজৰ বান্ধোন স্থলকি পৰে আৰু সমাজপতি সকলৰ ব্যক্তিত্ব লোপ পায়।

মৃগেনো আছিল এজন অৱস্থাপন্ন যুৱক। নিজৰ পৰিশ্ৰম অথবা অধ্যৱসায়ৰ মূল্য শূন্য হলেও তেওঁৰ জন্মস্থানত বৃহস্পতি অৱতীৰ্ণ হৈ পিতাকৰ অগাধ সম্পত্তিৰ মালিক কৰি দিয়ো ক্ষান্ত নাথাকি অপুত্ৰক দদাইদেৱেকক আকস্মিক ভাবে দুৰ্ঘটনাৰ মুখত দলি মাৰি দিয়েই ৰাতিটোৰ ভিতৰতে মৃগেনৰ মূৰত জাপি দিলে দদায়েকৰ সেই ঘৰ-দুৱাৰ, মা-সম্পত্তি আৰু বিভিন্ন বেঙ্কত গচ্ছিত থকা হেজাৰ হেজাৰ টকাৰ উপৰিও তেওঁৰ দদায়েকৰ-পৰা ধাৰলৈ বুলি লোৱা টকাৰ কম বেচি দুশখন মান হেণ্ড নোট আৰু সেইদিনাৰেপৰা সেই ধৰুৱা বিলাকৰ মূৰটোইতো মৃগেনৰ ওচৰত দোঁ খাই পৰা হ'ল।

মৃগেনৰ দদায়েক আছিল এজন সুতখোৰ। বহুতৰ বিয়াত, বহুতৰ শ্ৰাদ্ধাদি কাৰ্য্যত, বহুতৰ লগুণ দিয়নিত, বহুতৰ খেতি পথাৰত এশৰপৰা হেজাৰ বাৰশ টকালৈকে ধন ধাৰলৈ মেলি সহায় কৰি আহিছিল। মাহে মাহে সুতৰ বাবত যৎসামান্য শতকৰা মাহিলি বাৰটি টকা নিয়মিতৰূপে পাই থাকিলে মূলধনৰ বাবে তেওঁ কেতিয়াও আমনি নকৰিছিল। সুদ দিব নোৱাৰিলে কিন্তু আদালতৰ সহায় লৈ বাৰী-ঘৰ দখল লোৱাটোও তেওঁৰ অভ্যাস আছিল। এই সুত লৈ মানুহৰ সৰ্ব্বনাশ





সাধন কৰা কাৰ্য্য মৃগেনৰ দেউতাকে বৰ ভাল নাপাইছিল বাবেই ইমান দিনে দুয়ো ঘৰৰ ভিতৰত সদ্ভাবৰ অভাব পৰিলক্ষিত হৈছিল। কেৱল মাত্ৰ সেই কাৰণেই নিজৰ ভায়েক এজন গুৱাহাটীত থকাতো ইৰাৰ দেউতাকে ইৰাক হষ্টেলত থৈহে পঢ়াইছিল। ধৰ্ম্মভীৰু দেউতাকৰ মতে সুতখোৰৰ মুখ চাব নাপায় হেনো। কিন্তু মটৰ-দুৰ্ঘটনাত মৃগেনৰ দদায়েকে মৃত্যু বৰণ কৰিব লগীয়া হোৱাত বাধ্য হৈ মৃগেনে উত্তৰাধিকাৰীৰ সৰ্ত্ত বাহাল ৰাখিব লগীয়া হ'ল আৰু সেই সূত্ৰে দদায়েকৰ ঘৰ-দুৱাৰ আৰু হেণ্ডনোট বিলাকৰ লগতে সেই ধৰুৱা-সকলৰ চেলামটো, নমস্কাৰটো আদি সকলোবিলাকৰেই তেওঁ উত্তৰাধিকাৰী হৈ পৰিছিল তেতিক্ষণে।

ইৰাৰ মৃত্যুৰ বতৰা বিজুলী সঞ্চাৰে চহৰত প্ৰচাৰ হৈ পৰিল। মৃগেনৰ নিচিনা সমাজৰ লাই খুটাৰূপী নাগৰিক এজনৰ ঘৰত ঘটা বিপত্তি প্ৰচাৰ হোৱাত পলমেইবা হ'ব কিয়? তাতে আকৌ মৃগেন আৰু তেওঁৰ পৰিবাৰ আছিল সকলোৰে প্ৰিয়। ধনী হ'লেও তেওঁৰ মনত অহঙ্কাৰ নাছিল -- ডাঙৰ সৰুৰ মাজত কোনো বিভিন্নতা নাৰাখিছিল। সেই বাবেই হবলা ক্ষন্তেকতে তেওঁৰ ঘৰত মানুহেৰে খুন্দ খাই পৰিল। মানুহ হৈহে

স্বভাৱতে কৌতূহলপ্ৰিয়। মৃগেনৰ লগত কোনো প্ৰকাৰৰ সম্বন্ধ নথকাজনেও কৌতূহলবশতঃ জুমৰ মাজত যোগ দিলেগৈ। সুবিমলকে আদি কৰি অতি কম সংখ্যক মানুহহে কিন্তু প্ৰকৃততে মৃগেনৰ দুখত দুখী হৈ বতৰা লৈছিলগৈ। জনতাৰ অধিক সংখ্যকেই গৈছিল হয় সমালোচনাত যোগ দি উৱহী গছৰ ওৰটো লবলৈ নহয় মৃগেনৰ খাটিৰত। ধৰুৱা কেইজনে মৃগেনৰ সেই বিপদৰ কালত আহি যে দুখ প্ৰকাশ কৰি সমবেদনা জনাইছিলহি সেই বিষয়েনো কেনেকৈ মৃগেনৰ মনত ছাপ বহুৱাই যাব পাৰে তাৰেই চিন্তাত বিভোৰ। মৃগেন অস্থিৰ অৱস্থাত বিচনাত পৰি আছে। ইবাৰ মৃতদেহ 'পষ্টমৰ্ৰ্ত্তেমৰ' কাৰণে পুলিচে লৈ গ'ল। এই সময়ৰ ব্যৱধানটো আমাৰ সমাজৰ লোকে কি ধৰণে অতিবাহিত কৰিব? চুৰত ধপাত খাই, তাচ খেলি, হাঁহি খিকিন্দালি তুলিবলৈকো সেইদিনা মৃগেনৰ ঘৰত আনন্দ উৎসব নাছিল। ই আছিল এটা দুখৰ দিন। দুখত দুখ প্ৰকাশিবলৈও মৃগেন ভিতৰত। এনে অৱস্থাটোৱেই হৈছে সমালোচনাৰ বাবে অতি সুন্দৰ অৱস্থা।

মৃগেনৰ ঘৰত আৰু ফুলনিখনৰ মাজৰ খাঁহনিডৰাত বেলেগ বেলেগ মনোভাবৰ লোক সকলে জুম বান্ধি বান্ধি





সৰু সৰুকৈ হোৱা কথা-বাৰ্ত্তাত লিপ্ত। কেৱল মাত্ৰ মৃগেনৰ কোঠাৰ খোলা খিড়িকীখনৰ বাহিৰৰ ফালে বহি কথাবাৰ্ত্তা হোৱা বঙালী কেইজনৰ কণ্ঠস্বৰ শুনা গৈছিল স্পষ্টভাবে।

বিনোদ বিহাৰীয়ে মৃগেনৰ পৰিবাৰক সাক্ষাত "মা লক্ষ্মী" বুলিয়েই ঘোষণা কৰি মৃগেনৰ নিচিনা দেৱতুল্য যুৱক এজনকনো কিয় ভগৱানে তেনে নিদাৰুণ শাস্তি বিহিলে তাৰ বাবেই দুখ প্ৰকাশিলে। শ্ৰীনাথ বাবুৱে আকৌ কথাৰ ওপৰত কথা আৰম্ভ কৰি মৃগেনৰ দেউতাকৰ দিনৰপৰাই সেই পৰিয়ালৰ গুণ গৰিমা উচ্চৈঃস্বৰে প্ৰকাশি মৃগেনৰ কাণত পেলোৱাৰ চেষ্টা কৰিলে আৰু মাজে মাজে আকৌ "বাবুকে একটু দুধ দাও", "একটু মিছ্ৰী জল দাও", "গ্লুকজ দাও" বুলি ৰাম-বিলাসক নিৰ্দ্দেশ দি আছিল।

নিলগৰ শেৱালি জোপাৰ ওচৰতে বহি আলাপ-আলোচনা চলাইছিল সেই ধৰুৱা কেইজনে। এজনে আক্ষেপ কৰি মাত দিছিল এইবুলি যে যোৱাবাৰ সুত দিব নোৱাৰোঁ বুলি হেনো মৃগেনৰ ঘৈনীয়েকক আহি কোৱাতেই বোলে সেইবাৰ সুত পালোঁ বুলি এনেয়ে লিখি দিলে মৃগেনে। আন এজনে কলে,—"মই আকৌ

সুতৰ বাবত দিয়া টকাকেই জমা কৰি দিলে মূলত, সুত আৰু নললেই। মানুহজনী মৰি থকাতহে বৰ বিপদ হ'ল পায়।" খোকাইঁতক আকৌ বামে উপদেশ দি কলে, "সুত বিচাৰি আহিলে তাৰ ঘৈনীয়েকৰ কথাকে কৈ ছুৰাওৰাওকৈ কান্দি দিবি অ'। দেখা নাইনে বঙালী বিলাকে কেনেকৈ কান্দি কাটিয়েই ৰণ জিকিছে (?)" বুলি নিলগৰ বঙালী কেইজনৰ ফালে চাই হাঁহি এটা মাৰিলে।

মৃগেনৰ ড্ৰইং-ৰুম বা বৈঠকখানাত কিন্তু আলোচনা গহীন। তাত ৰহিছিল সেই ব্যাকৰণতীৰ্থ প্ৰমুখ্যে সমাজৰ গণ্য মান্য অথচ অৱস্থাহীন সমাজপতিৰ এটা দল। তেওঁবিলাকৰ মাজত আলাপ-আলোচনাৰ প্ৰধান বিষয় হৈছিল ইৰাৰ মৃতদেহ সৎকাৰ কৰা নকৰাৰ বিষয়ে। এই বিষয়টি লৈ মৃগেনৰ ড্ৰইং ৰুমত হোৱা আলোচনাই বাইজৰ মাজত এনে এটা ধাৰণা আনি দিছিল যে ইৰাৰ শ্মশানযাত্ৰী হৈ কোনোবা যে ওলাব, শ্মশানঘাটত পৌৰোহিত্য কৰিবলৈ কোনোবা ব্ৰাহ্মণ পণ্ডিত যে মান্তি হ'ব, তাক বহুতেই সন্দেহ কৰিছিল। কথাই কথাই বেদ বেদান্ত শাস্ত্ৰাদিৰ শ্লোক মাতি শুহুৱা ব্যাকৰণতীৰ্থ মহোদয়ে নিজ পাণ্ডিত্য প্ৰকাশি ক'লে :—





"ব্যাপাদয়েদথাত্মানং স্বয়ং যোঽগ্ন্যুদকাদিভিঃ।
বিহিতং তস্য নাশৌচং নাগ্নির্নাপ্যুদকাদিকং ॥"

"শাস্ত্ৰত কৈছে", ব্যাকৰণতীৰ্থ মহোদয়ে মাত দিলে, "যদি কোনো লোকে অবৈধ, অৰ্থাৎ ক্ৰোধ আদি অবাঞ্ছনীয় ৰিপুৰ বশবৰ্ত্তী হৈ নিজৰ জীৱন নাশ কৰে, সেই মৃতকৰ শৱ দাহ কৰা নিষেধ। সেই মৃতকৰ অশৌচ নাই, শ্ৰাদ্ধপিণ্ডাদিৰো অধিকাৰ নাই।" আধুনিক শিক্ষাপ্ৰাপ্ত ডেকা এজনে এনেতে মাত দি ব্যঙ্গ সুৰত ক'লে,—"দেউ সেই দিন আৰু নাই। সেই বিধান দিছিল কেতিয়া তাকো বিবেচনা কৰি চাব। যি দিনত আত্মঘাতী হৈ মৰাজন প্ৰকৃততে মৰিল নে নাই সেই সন্দেহ থকা কালতহে সেইটো বিধান আছিল। কিজানিবা মৰা নায়েই, আধা মৰা বা মৰোঁ মৰোঁ অৱস্থাত থকাজনক দাহ কৰি যাতে কোনো পাতকী নহয়, তাৰেই ব্যৱস্থা আছিল সেইটো। আজি বিজ্ঞানৰ দিনত সেই কথা আৰু নাখাটে। ডাক্তৰে 'পষ্টমৰ্ত্তেম' কৰি মৰা বুলি ঘোষণা কৰাৰ পাচত কিয় খৰি নিদিব ? কিয় সেই শৱ কাউৰী শগুণৰ বাবে পেলাই দিব ?

ব্যাকৰণতীৰ্থ মহোদয়ে অলপ গৰম হৈয়েই উত্তৰ দিলে ; —"তোমালোক হৈছা বোপা, ইংৰাজী শিক্ষা পোৱা ল'ৰা।

অতীতৰ ৰীতি নীতি মানি চলিবলৈ তোমালোক অমান্তি হ'ব পাৰা। আমি জীয়াই থকাত সমাজত তেনে ব্যভিচাৰ প্ৰচলন হবলৈ দিব নোৱাৰোঁ। শাস্ত্ৰত কৈছে ;—

মহাপাতকিনো যে চ পতিতাস্তে প্ৰকীৰ্ত্তিতাঃ।
পতিতানাং ন দাহঃ স্যান্নান্ত্যেষ্টিৰ্নাস্থিসঞ্চয়ঃ।
ন বাশ্ৰুপাতঃ পিণ্ডো বা কাৰ্য্যং শ্ৰাদ্ধাদিকং ক্বচিৎ।

....অৰ্থাৎ তেনে ধৰণে মৃত্যু বৰণ কৰা ব্যক্তিৰ উদ্দেশ্যে ৰোদনাদি কৰাও বিধেয় নহয়। বোপাৰ কথাই যদি সত্য হয়, তেনে হ'লে দাহ কৰাৰ উপৰিও ক্ৰন্দন কৰাত বাধা দিছে কিয় ?

আৰু চোঁৱা, "এতানি পতিতানাস্ত যঃ কৰোতি বিমোহিতঃ।..অৰ্থাৎ, মোহৰ বশৱৰ্ত্তী হৈ যি মানুহে এনে কাৰ্য্য কৰে, তেওঁবিলাক মহাপাতকী হ'ব। তেওঁবিলাকে মহাসন্তাপন ব্ৰত কৰিহে উদ্ধাৰ হ'ব পাৰিব। মহাসন্তাপন, অৰ্থাৎ প্ৰথম দিবসত কুশোদক, গোদুগ্ধ, দধি, গোমূত্ৰ, গোময় আৰু ঘৃত মাত্ৰ পান কৰি দ্বিতীয় দিৱসত উপবাস কৰাকে সন্তাপন ব্ৰত বোলে আৰু ওপৰুক্ত ছয় বস্তু একে লগে ছদিন পান কৰি সপ্তম দিৱসত উপবাস কৰাকে বোলা হয় মহাসন্তাপন ব্ৰত। কি কঠোৰ ব্যৱস্থা দি গৈছে আমাৰ শাস্ত্ৰকাৰ সকলে।"





পণ্ডিতৰ ব্যাখ্যাত বহুতেই মোহিত হৈ বৰ্ত্তমান যুগৰ ডেকাসকলৰ আচাৰ-ব্যৱহাৰৰ বিষয়ে সমালোচনাত লিপ্ত হওঁতেই সিকাষৰ পৰা এজনে মাত দিলে ;—"তেনেহলে দেউ, এই বকুৱা ডাঙৰীয়াই পত্নীৰ দুখত কান্দি কাটি বিহ্বল হোৱাৰ বাবে কাইলৈৰপৰা মহাসন্তাপন ব্ৰত ধাৰণ কৰিব লাগিব। তাকে যদি নকৰে, আপোনা-সকলে তেখতক এঘৰীয়া কৰিবতো ?" ইমানতে দত্তই উত্তৰ দি কলে, "দেউ, বেদবাক্য শ্ৰৱণ নকৰাব। বহুত দেখিলোঁ, বহুত শুনিলোঁ। টকাৰ ওচৰত বেদবাক্য ক'ত উফৰি পৰে তাৰ ঠা-ঠিকনা নাই। দুতোলা সোণ দান দিলে আপোনাসকলে বিয়াৰ পাৰ হৈ যোৱা লগ্নও ঘূৰাই আনিব পাৰে। কথাত কথা ওলাই যায়। সিবাৰ যে সৌ শৰ্ম্মাদেৱে এজনক এঘৰীয়া কৰিব খুজিছিল, কি হ'ল ? লক্ষ্মীপূজাৰ দিনাখন তেখেতৰ ডাঙৰ বোৱাৰীয়েকেই দেখোন ঘৰৰ পূজাভাগ এৰি মাজ নিশালৈকে তাতেই পেট পেলাই আছিল গৈ। আপুনি নিজেও দেখোন তাত চেলেকটো মাৰি নাহিলে খোৱা ভাত গাল জীণ নিয়াব নোৱাৰে। এয়েহে আপোনা-লোকৰ সমাজ আৰু সমাজ বান্ধোন। ধনী মানুহৰ ওচৰত সকলো বেদ-বেদান্ত, ৰীতি-নীতি উফৰি পৰে।

সেই কলঙ্কিত ঘৰতে আপুনি পৌৰোহিত্য কৰি অহা নাইনে ? আজি আকৌ উলিয়াইছেহি আত্মহত্যাকাৰীৰ কথা। চাওঁচোন বাৰু কোন যায় কোন নাযায়।

উত্তৰ দিয়াত আহুকালত পৰিলেও কিন্তু ব্যাকৰণ-তীৰ্থ ই নামাতি নাথাকিলে ;—"তোমালোকে কি জানা হে তৰ্ক কৰিবলৈ যে আহাঁ। তেওঁ সিবাৰ কলিকতালৈ যাওঁতে সেই কালেই কাশী, বৃন্দাবন, শ্ৰীক্ষেত্ৰ আদি দৰ্শন কৰি সৰ্ব্বপাপমুক্ত হৈ অহাতহে আমি সমাজত লৈছোঁ।

শেৱালি গছৰ তলত বহি থকা চন্দ্ৰনাথ কেতিয়া আহিনো দলটোত যোগ দিলেহি কোনেও তৰ্কিবকে নোৱাৰিলে। অকস্মাৎ দত্তক সমৰ্থন কৰি দিয়া চন্দ্ৰ-নাথৰ মাতষাৰিয়ে জনতাৰ মাজত চাঞ্চল্যৰ সৃষ্টি কৰিলে। এটা দিন আছিল যিটো দিনত এই চন্দ্ৰনাথৰ দেউতাকেই সমাজত উচ্চ আসন লাভ কৰি বুদ্ধি পৰামৰ্শ দিছিল। আজি সেই চন্দ্ৰৰ জ্যোতি হীন। ভাগ্য পৰিৱৰ্ত্তনৰ লগে লগে সমাজপতিৰ পুত্ৰৰো পৰিবৰ্ত্তন ঘটিল যদিও নিজৰ উচ্চ শিৰ ক'তো দোঁৱাবৰ প্ৰয়োজন বোধ কৰা নাই। সুবিধা পালেই সকলোতে জপিয়াই পৰাৰ অভ্যাস আজিও বৰ্ত্তমান। "....বোলো দেউ, কোনখন বেদত পালে যে ব্যৱসায়ৰ অৰ্থে কলিকতালৈ গৈ





"হৰ্স্ ৰেছ" খেলি ঘূৰি আহিলে সৰ্ব্বপাপ মোচন হয় বুলি। 'ক্লাইব ষ্ট্ৰিট্' আৰু 'ৰেছ কোৰ্চত' ঘূৰি ফুৰিলে সৰ্ব্বপাপ মোচন হয় বুলি যি খনি বেদত আছে সেই খনি বেদৰ প্ৰতি আমাৰ শতকোটি নমস্কাৰ।"

তৰ্কৰ প্ৰকোপ ক্ৰমান্বয়ে বেচি হৈ যোৱাত তাৰ্কিক সকলে যে এজন মৃতকৰ ঘৰত সমবেদনা জনাবৰ কাৰণে গোট খাইছিলহি সেই কথা পাহৰিয়েই গ'ল। যুক্তি, তৰ্ক, শ্লোক-ব্যাখ্যা ইত্যাদিয়ে উচ্চ স্তৰ লাভ কৰাত তেওঁ বিলাকৰ আ-আলোচনা গৈ মৃগেনৰ কাণত স্পৰ্শ কৰিলে গৈ। সমাজপতি সকলৰ বিধি ব্যৱস্থা শুনি শুনি অস্থিৰ অৱস্থাত পৰি থকা মৃগেনে ভাবিবলৈ ধৰিলে, "এজনী ৰক্ষিতা, গণিকা, এটা সমাজদ্ৰোহী, সুতখোৰ, দুখীয়া ৰাইজৰ ৰক্ত শোষণ কৰা ব্যক্তিৰ মৃত্যুত সৎকাৰ হ'ব পাৰে, অথচ মোৰ ইৰাৰ বেলাত এইবোৰ যুক্তি তৰ্ক। কত কলঙ্কিত ঘৰত হোৱা শ্ৰাদ্ধ পিণ্ডাদিৰ নিমন্ত্ৰণ এওঁবিলাকে বিনা বাক্যে ৰক্ষা কৰি আহিছে, অথচ আজি শ্ৰৱণ কৰাইছে বেদবাক্য।" মনৰ স্থিৰতা হেৰুৱাই মৃগেন শোৱাৰপৰা উঠি বহিল। কেউফালে এবাৰ চাই ওচৰত কাকো নেদেখি মাত দিলে, "ৰাম-বিলাস।"

মৃগেনৰ মাত শুনি ইফালে বাহিৰত খিড়িকীখনৰ ওচৰতে বহি থকা বঙালী কেইজনে ব্যস্ততাৰে সৈতে ৰাম বিলাসক চিঞৰ ধৰি বিচাৰি উলিয়াই মৃগেনৰ ওচৰলৈ পঠিয়াই দিলে আৰু সেই সুবিধাতে তেওঁবিলাকে নিজেও ভিতৰলৈ সোমাই গৈ দুৱাৰ দলি পাৰ হৈ মৃগেনক দুই এযাবি সান্ত্বনাসূচক বাক্য শ্ৰৱণ কৰোৱাত ব্যস্ত হৈ পৰিল।

'পষ্টমৰ্ত্তেম'ৰ পাচত ইৰাৰ মৃতদেহ পুনৰাই ঘূৰাই আনি মৃগেনৰ ফুলনি বাৰীতে থ'লেহি। সেই মৃতদেহৰ লগতে সুবিমল আহি শ্মশানলৈ নিবৰ বাবে দিহা পৰামৰ্শ দিবলৈ ধৰাত মুখ কুটাই আপত্তি কৰিবলৈ কিন্তু কোনো নোলালে। সুবিমল আহি পোৱাৰ লগে লগে শেৱালি গছৰ তলৰ মথাই হাতে কামে লাগি গ'ল। শ্মশান ঘাটৰ প্ৰয়োজনীয় সামগ্ৰী সুবিমলে আনি বাহিৰৰ কোঠাতে বহি থকা ব্যাকৰণতীৰ্থক দেখা পাই তেওঁকেই অজানিতভাবে গটাই দি ক'লে, "আপোনাক লগ পালোঁ ভালেই হ'ল। এই বস্তু বিলাক বুজি লওক। কিবা বাদ পৰিছে যদি ক'ব, মই অনাই দিম", বুলি ব্যস্ততাবে ভিতৰলৈ সোমাই গ'ল। ক্ষন্তেক আগতে মৃতদেহ সৎকাৰ কৰা নকৰাৰ বিষয়ে আলোচনা চলাই থকা সেই পুৰোহিত দেউ মন্ত্ৰমুগ্ধ সাপৰ





ন্যায় তাতেই থৰ লাগি ৰ'ল। উত্তৰ দিবলৈ কিম্বা আপত্তি প্ৰকাশিবলৈ অৱকাশ নাপালেই।

ক্ষন্তেকৰ ভিতৰতে ইৰাৰ মৃতদেহ চাঙীত তুলি শ্মশান-ঘাটলৈ নিবৰ কাৰণে সকলো সাজু হ'ল। সুবিমলকে আদি কৰি বঙালী কেইজনে বিহ্বল অৱস্থাত পৰি থকা মৃগেনক ধৰি ধৰি বাহিৰলৈ উলিয়াই আনিয়েই ব্যাকৰণ-তীৰ্থ মহোদয়ক ইঙ্গিতেৰে নিৰ্দ্দেশ দিলে আগ বাঢ়িবৰ কাৰণে। তেওঁৰ মুখত আপত্তিসূচক কোনো বাক্যই প্ৰকাশ নাপালে। নিৰ্দ্দেশ মতেই ব্যাকৰণতীৰ্থ আগবাঢ়ি গ'ল—সমূহীয়া শ্মশান-যাত্ৰীৰ লগত যোগ দি লগে লগে খোজ চলালে। তেওঁৰ হাতত -দেখা পোৱা গ'ল, শ্মশান ঘাটৰ যাৱতীয় প্ৰয়োজনীয় সামগ্ৰী।

সমাজৰ তথাকথিত বান্ধোন সঁচাকৈয়ে স্থলকি পৰিল। আত্মহত্যাকাৰিণীৰ শ্মশান-যাত্ৰী হৈ ওলোৱাৰ জনসংখ্যাও বহুত হ'ল আৰু শ্মশান-পুৰোহিত ব্যাকৰণতীৰ্থ মহোদয়ে কূৰ্ম্মপুৰাণৰ বিধান—"তপ্তকৃচ্ছদ্বয়েনৈব তস্য শুদ্ধির্নান্যথা"ৰ প্ৰতি শ্ৰদ্ধা ৰাখি মহাসন্তাপন ব্ৰত ধাৰণ কৰিলেনে নাই ক'ব নোৱাৰোঁ। আৰু সেই বছৰ মহামায়া পূজাত এই ব্যাকৰণতীৰ্থক পূজাৰি নিযুক্ত কৰাত সেইটি বিষয়ে সমাজৰ বৰখুটা সকলে সন্ধান কৰাৰ কথা আমাৰ মনত নপৰে।

ভুলৰ সমাধি

চিৰযৌৱনাৱস্থাত থকা ডেকাৰ দলটিয়ে বহুৰূপী ৰ্যাকৰণতীৰ্থৰ কাৰ্য্যকলাপাদিৰ সা-সমালোচনা কৰি কৰি-য়েই গৈ শ্মশান-ঘাট পালেগৈ। মৃতদেহ প্ৰক্ষালন কালতো ইৰাৰ ওঁঠত দেখা পোৱা গৈছিল এটি মৃদু হাঁহিৰ ৰেঙণি। যি খনি মুখ চাই মৃগেনে শান্তি লাভ কৰিছিল, যি খনি মুখৰ মধুৰ বাক্যই মৃগেনৰ মনত দিছিল আহ্লাদ, মাত্ৰ সেইদিনা পুৱাতে চাহৰ টেবুলৰ ওচৰত যাৰ মুখ চাই, যাৰ সাজ সজ্জা চাই, যাৰ ধেমালীয়া দুষ্টামি হাঁহি প্ৰকাশ পোৱা ওঁঠ দুটা দেখি মৃগেনে তৃপ্তি লাভ কৰিছিল, সেই মুখ-খনিত সমাজৰ প্ৰথানুযায়ী মৃগেনে অগ্নি সংযোগ কৰাৰ লগে লগেই চেতনা হেৰুৱাই হলি পৰিব খোজা দেখি সুবিমল আৰু শ্ৰীনাথ বাবুৱে ঘপৰাই ধৰি নিলগাই নিওতেই পুৰোহিত দেউৱে মন্তব্য কৰিলে, "দিন কাল গুচিল আৰু ; ক'ৰ বঙাল-কঙালে আহি ঘপ্ কৰে চুই দিলেহি।"

তেনে পৰিস্থিতিতো ৰসিকতা কৰা মন্তব্যকাৰীৰ অভাৱ নহ'ল। "একো কথা নাই দেউ। আপোনাৰ লগতে তেখেতকো মহাসন্তাপন ব্ৰত ধাৰণ কৰাই শুদ্ধ কৰি ল'ব," বোলা বাইকষাৰি বহুতৰ কাণত প্ৰৱেশ কৰাত জনতাৰ ওঁঠত যি মিচিকনিয়ে দেখা দিলে সিয়েই হৈছে সন্তাপৰ মিচিকনি।

---



# নীৰৱতাৰ-ভাষা

কোনো এখন দেশৰ মানুহে বা জাতিয়ে মনৰ ভাৱ প্ৰকাশ কৰাকে ভাষা বুলি বুজাই গৈছে আমাৰ অভিধান পুথিয়ে। অভিধানৰ উক্ত অৰ্থত ভাষা বৰ ঠেক সীমাৰ মাজত আহি পৰে। কেৱল মানুহৰেই নহয়, সকলো জীৱ জন্তুৰেই ভাষা আছে। গছ লতা তৃন আদিৰো ভাষা আছে, আনকি মানুহৰ প্ৰত্যেক অঙ্গ প্ৰত্যঙ্গৰো ভাষা আছে। কেৱল বিভিন্নতা ইমানেই যে কোনো ভাষা আমি কাণেৰে শুনো, কোনো ভাষা আমি চকুৰে দেখোঁ, কোনো ভাষা আমি অনুভৱ কৰোঁ। শিশুৰ মুখৰ সৰল হাঁহিৰ এটা ভাষা আছে, কিশোৰীৰ চকুৰ চাৱনিৰ এটা ভাষা আছে, তৰুণীয়ে হালি জালি দিয়া খোজটিয়েও এটা সুকীয়া ভাষাৰে কৈ যায় মনৰ আৱেগ আৰু অনু-ভূতিবিলাকৰ কথা। ঘৰৰ ঘৈণীয়ে ওন্দোলাই থকা মুখখনিৰনো ভাষা কি তাক ডাং বৰলাৰ বাহিৰে আটায়ে বুজি পায়। চেনেহৰ বৰ বোপাই ৰাতি দহমান

বজাত “শোৱা পালেংখন বৰ ডাঙৰ, কাটি সৰু কৰিব লাগে” বুলি হঠাতে মৈদা এখন বিচাৰি মাকৰ ওচৰলৈ যোৱা ৰহস্যটোৰনো ভাষা কি তাক বুধিয়ক পিতাকে বুজাত পলম নহ’ল বাবেই সেই ফাগুনৰ যোল তাৰিখে দুৱাৰত ওলমি পৰিলে আমডালি। উকীলৰ ঘৰৰ খোলা খিড়িকীখনৰ ওচৰতে উকীলৰ মাজু জীয়াৰী বীণা আইদেউ আহি পঢ়িবলৈ বহাৰ লগে লগে ওচৰৰ বৰ হাকিমৰ সৰু বোপাৰ মুখত ফুটি উঠা সুহুৰি আৰু গল হেঁকাৰিৰ ভাষা বুজাত হাকিমৰ পলম নহ’ল বাবেই দুয়ো ঘৰৰ মাজত বাসন্তৰ ঘণ্টাৰ ভিতৰত মূৰ দাঙি উঠিল এখন জাতি বাঁহৰ টাটী আৰু স্থানান্তৰিত হৈ পৰিল আমাৰ সৰু বোপাৰ পঢ়া কোঠাটো দক্ষিণ ফাললৈ। এই সকলো বিলাকেই হ’ল চকুৰে দেখিবলৈ পোৱা অথবা হাতেৰে স্পৰ্শ কৰিব পৰা বস্তু বিশেষৰ ভাষা। কিন্তু নীৰৱতাৰ যিটি ভাষা আছে সেইটি অতি মাত্ৰাই ভাৱপ্ৰৱণ। নীৰৱতাৰ ভাষাৰ বৈশিষ্ট্য হৈছে ইমানেই যে এই ভাষাৰ অৰ্থ প্ৰত্যেকেই বেলেগে বেলেগে কৰি ল’ব পাৰে।

সকলো শেষ হৈ গ’ল। ভুলৰ সমাধি সঁচাকৈয়ে সমাধিয়েই হ’ল। চিতাৰ জুয়ো চেঁচা পৰি আহিল।





সমৱেত শ্মশান-যাত্ৰীৰ প্ৰত্যেকেই একো একো চপৰা মাটি কাটি চিতালৈ দলিয়াই দিলে। চাৰিটা সৰু খুটি পুতি, বগা কাপোৰ এডুখৰি তাতে তৰি দি, কাষতে মাটিৰ কলহটো থৈ সকলো উভতিল। ধোঁৱাই থকা খেৰৰ জুমুথিটো হাতত লৈ বাহৰ চুঙা এটাতে সুন্দৰী ভাৰ্য্যাৰ কোমল দেহৰ অস্থি কেইডুখৰিমান লৈ তলমূৰ কৰি উলটি আহিছে। লগত, আগত আৰু পাচত, বন্ধু-বান্ধৱ, আত্মীয়-স্বজন। দীঘলীয়া পদূলিটো সোমাওঁতেই থমকি ৰ’ব লগীয়া হ’ল পিচফালৰপৰা নীৰৱতা ভঙ্গ কৰি বুঢ়া জনে দিয়া মাতষাৰিত। নিৰ্দ্দেশ মতে তেওঁৰ সহধৰ্ম্মিনীৰ শেষ স্মৃতিকণ চুঙাটোৰ সৈতে ফুলনি বাৰীৰ সেই গোলাপ জোপাৰ তলতে পুতি থ’লে আৰু চিন ৰখাৰ উদ্দেশ্যে প্ৰকাশ পালে ডাল চেৰেক বাঁহৰ গোজ। কোৰৰ নালটো লাগি ফুলি থকা ৰঙা গোলাপ পাহিৰ পাপৰিবোৰ সেই স্মৃতিৰ ওচৰতে সিচৰতি হৈ পৰিল আৰু লগে লগে অলক্ষিতে সৰি পৰিল তেওঁৰ চকুৰপৰা তপত টোপাল দুটি।

সূৰ্য্যোদয়ৰপৰা সূৰ্য্যাস্ত পৰ্য্যন্ত এই কেইটি ঘণ্টাৰ ভিতৰত কি যে এক পৰিবৰ্ত্তনে দেখা দিলে গোটেই ঘৰখনতে। বিৰাট ঘৰটোৱে মুখ মেলি তেওঁক পেটৰ

ভিতৰলৈ সুমুৱাই ল'লে। এটি চুটি কবি সকলোবিলাক ঘৰাঘৰি গ'ল। বাহিৰত কিনকিনীয়া বৰষুণ। ৰিঙা ৰিঙা ঘৰখনৰ বাহিৰৰ কোঠাতেই তেওঁ কাতি হ'ল। ভিতৰলৈ যাবলৈ সতো নগ'ল, সাহো নহ'ল, ইচ্ছাও নাই। জ্বলি থকা লেম্পটো ক'লা পৰি অহাত কোঠাৰ পোহৰকণো ক্ষীণ হৈ পৰিল। তেওঁ বুজিলে যে সেইদিনা লেম্প-চাকি চাফা কৰাবলৈ তেওঁৰ ঘৰত আছেই বা কোন? বতাহজাকি লাগি জপাই থোঁৱা দুৱাৰখন মুকলি হৈ পৰিল। শুই থকা অৱস্থাতে চেঁচা বতাহজাকিয়ে তেওঁৰ অৱস, ক্লান্ত দেহাত দি গল এটি পৰশ। লাহেকৈ উঠি গৈ দুৱাৰখন মাৰিলে। আজিৰপৰা দুৱাৰমৰা হ'ল তেওঁৰেই এটি কৰ্ত্তব্য। তেওঁৰ সহধৰ্ম্মিণীয়ে আৰু দুৱাৰ মাৰিবলৈ নাহে। সিকালে চুকত থকা কলহটোৰপৰা পানী একণ খাওঁ বুলি তেওঁ কলহটো দাঙিলে। পাতল কলহটোৱে আশাতীত ৰূপে দাং খাই জনাই দিলে যে কলহটো উদং;—হবতো, তেওঁৰ শোৱনি ঘৰো যে উদং। সেমেকা চকুযোৰ লৈ আকৌ শেতেলিত পৰিল।

পূৱা লগুৱাটো আহি ঘৰৰ মজিয়াখন সাৰি দি গ'লহি। তেওঁৰ নিজৰো আছে এক কৰ্ত্তব্য। প্ৰিয়তমা





ভাৰ্য্যাৰ পৰলোকত শান্তিৰ কামনাৰ্থে প্ৰথম দহোটা দিনত দিব লাগিব দহোটা পিণ্ড। পৰলোকৰ কথা বিশ্বাস কৰকেই বা নকৰকেই, দেশাচাৰৰ প্ৰতি আস্থা ৰখা বাঞ্ছনীয়। তাৰ উপৰিও বিপদ কালত বিশ্বাস আৰু অন্ধ বিশ্বাস সহোদৰ হিচাপেই দেখা দিয়ে। পুখুৰী বা নৈৰ পাৰত বহি পুৰোহিতদেৱৰ আদেশানুযায়ী কাম কৰি যায় এই হিন্দু সমাজভুক্ত সকলে। আজিৰ দিনৰ আধা দেৱা আধা পোৱা ইংৰাজী-বঙলাৰ সোৱাদ পোৱা ডেকাই এই পৰলোকৰ কথা বিশ্বাস কৰিব নোখোজে। কিন্তু যেতিয়া নিজৰ কোনো আত্মীয়-স্বজনৰ হানি বিঘিনি ঘটে, তেতিয়া বিনা বাক্যে সেই সকলোবিলাক মানি চলা আমি দেখা পাই আহিছোঁ চিৰকাল। এই কাৰ্য্যত আন্তৰিকতা থাকক নাথাকক, "মানুহে ক'ব কি (?)" এই ভাবটোৱেই বহুত শিক্ষিত আৰু অৰ্দ্ধ-শিক্ষিত ডেকাক বিচলিত কৰি তোলে।

"মানুহে ক'ব কি (?)—এই বাক্যষাৰিয়েই হৈছে আজিৰ সমাজ। "মানুহে ক'ব কি (?)" এই ভাৱটোৱেই হৈছে আজিৰ সমাজ-বান্ধোন। "মানুহে ক'ব কি (?)"—এই প্ৰশ্নবোধক চিহ্ন যুক্ত বাক্যষাৰি যেতিয়াই মনৰপৰা দূৰ হয়, তেতিয়াই মানুহে সমাজদ্ৰোহী আৰু সমাজৰ ধূমকেতু

হিচাপে দেখা দিয়ে। দৈনন্দিন কাৰ্য্যকলাপৰ বাবে অজানিত কৈফিয়ৎ দাখিল কৰিব লগীয়া হয়, এই সমাজৰ মাজত। সমাজ! এই সমাজখন গঠিত হৈছে আমাৰেই নিচিনা নৰমনিচৰ এক সমষ্টিৰ দ্বাৰা। এই নৰ সমাজ দুটা শ্ৰেণীৰ মানুহৰ দ্বাৰা গঠিত। এটা শ্ৰেণীৰ পেটৰ ভোক-তকৈ খাদ্যৰ আমদানি বেচি আৰু আনটোৰ হৈছে খাদ্যৰ আমদানিতকৈ পেটৰ ভোক বা পোৰণি বেচি। সমাজ! যি সমাজৰ আজি লাগবান্ধ নাই, যি সমাজৰ এজন সমাজপতি নাই, সি সমাজৰপৰা চ্যুত হোৱা বাক্যষাৰিত আজি সেই বিভীষিকা নাই, সেই সমাজৰ বান্ধনি ৰাখিছে কিহে? একমাত্ৰ, "মানুহে ক'ব কি (?)" এই বাক্যষাৰিত নিহিত মনোভাৱটিয়ে।

ডেকা, বুঢ়া, লৰা-লুৰি লৈ সমাজ গঠিত। দ্বিতীয় পক্ষৰ পাণি গ্ৰহণ কৰিলে যিখন সমাজত নানান ধৰণৰ আলোচনা হয়, সেইখন সমাজৰ ব্যক্তিয়েই আকৌ নানান প্ৰৱন্ধে তেওঁক উপদেশ দিয়ে পুনৰবাৰ ঘৰ-সংসাৰ পাতিবলৈ আৰু তাতে অনিচ্ছা প্ৰকাশ কৰিলে বহুত ধৰণৰ সমালোচনাৰ দ্বাৰা তেওঁৰ ব্যক্তিত্ব আৰু চৰিত্ৰৰ ওপৰত ক'লা চামনি পেলাবৰ চেষ্টা কৰে। সমাজ! যি সমাজৰ আজি লাই খুটা নাই, যি সমাজৰ উন্নতিকল্পে





ডা-ডাঙৰীয়া সকলৰ এখনি বৈঠক নাই, যিখন সমাজ আজি জনদিয়েক স্বাৰ্থান্ধ ব্যক্তিবিশেষৰ স্বাৰ্থসিদ্ধিৰ এক অভিনয় মাত্ৰ, যি সমাজত আজি আচাৰ আছে, বিচাৰ নাই,—সেই খনকে বোলো আমি নগৰীয়া সমাজ, যাৰ বুকুত তুমি, তেওঁ আৰু আমি ভুক্ত হৈ আছোঁ। এই ঠেং চুটি সমাজখনক শক্তিমান কৰি ৰাখিছে কেৱল মাত্ৰ "মানুহে ক'ব কি (?)" বোলা ভাৱটোৱে। এই বাক্যষাৰিৰ বিভীষিকাই মৃগেনক মীৰাহঁতৰ ঘৰলৈ যোৱা বন্ধ কৰি দিলে পত্নী বিয়োগৰ পৰাই আৰু মীৰায়ো তেওঁৰ 'মৃগেনদা'ৰ ওচৰলৈ গৈ এই বিপদৰ সময়ত সান্ত্বনা দি আহিব নোৱাৰিলে একমাত্ৰ উক্ত ব'ইকষাৰিত লুপ্ত হৈ থকা গুপ্ত ভাবটিৰ কাৰণেই।

ইৱাৰ মৃত্যু-ৰহস্য আৰু মীৰাৰ ওচৰত অজ্ঞাত হৈ নাথাকিল। সুবিমলে নকলেও সেই বিষয়ে কওঁতা বা শুনাওঁতা বিশেষকৈ মহিলা সমাজত অভাব নাই। ঘটনাৰ লগে লগে মীৰাও লোক-সমাজৰপৰা প্ৰায় অদৃশ্যা হৈ পৰিল। প্ৰকাশ কৰিব নোৱাৰা নানান খেলি মেলি ভাবে স্থান ললেহি মীৰাৰ নাৰী-হৃদয়ত। মীৰা আৰু পূৰ্ব্বৰ সেই ৰাংঢালী মীৰা হৈ থকা নাই। অকাল বাৰ্দ্ধক্যৰ চিন লাহে লাহে প্ৰকাশ পাবলৈ ধৰিলে মীৰাৰ

সমগ্ৰ মুখমণ্ডলত, চাল-চলনত, কথা-বাৰ্ত্তা আদি সকলোতে। ভাবিলে, ভাবিবলৈ বাধ্য হ'ল যে তেওঁৱেই বান্ধৱী ইৰাৰ মৃত্যুৰ নিমিত্তৰ ভাগী নেকি? "তেন্তে ময়েই ইৰাদিক হত্যা কৰিলোঁ! তেনেহ'লে মই হত্যা-কাৰিণী।" যি প্ৰশ্ন মীৰাৰ মনত উদয় হয় তাৰ উত্তৰ বিচাৰি নাপায়। উত্তৰ বা সমিধান অন্তৰপৰা পাবৰ উপায়ো নাই। সুবিমলৰ লগত এই বিষয়ে আলোচনা চলোৱা উচিত হ'বনে নহয়? ভুল! এটা ভুলৰ বাবেই বান্ধৱীয়ে কৰিলে আত্মহত্যা। হিন্দু নাৰীৰ অন্য গতি নাই। কিন্তু পুৰুষৰ? পুৰুষৰতো অন্য গতি আছে। কিজানিবা খুটি পুতি জুটি খাই পৰে নিজেই, এই বিলাক কথা তেওঁৰ স্বামীৰ লগত পাতি; কিজানিবা বান্ধৱীৰ নিচিনাকৈ ভুল ধাৰণাৰ বশবৰ্ত্তী হৈ পৰে সুবিমল! কি জানিবা কি এটা কৰি পেলায় ভুলতে! কি জানিবা! কি জানিবা!! কি জানিবা!!!....পৰিত্যাগ....ক....ৰে?" মূৰটো ঘূৰাই যায় মীৰাৰ। শয্যাৰ আশ্ৰয় লয়গৈ। এইদৰে মীৰাৰ এটি মাত্ৰ সৰু মূৰ দিনটোত দুই তিনিবাৰকৈ ঘূৰাবলৈ ধৰে—কাকো ক'বও নোৱাৰে। কিয় নোৱাৰে? তাৰ একমাত্ৰ উত্তৰ হৈছে সমাজ! সমাজ!! সমাজ!!! আৰু সেই সমাজভুক্ত নৰনাৰী সকলৰ মনোভাৱ।





বাণ। অগ্নিবাণ, ধনুৰ্ব্বাণ, বাক্যবাণ আদি সকলো বাণৰ ভিতৰত শ্লেষবাণ সহ্য কৰা সঁচাকৈয়ে কঠিন। তাতে যেতিয়া দুখ-কষ্টৰ মাজত জৰ্জ্জৰিত হৈ থকা জনে তেনে ধৰণৰ বিদ্ৰূপাত্মক বাণ বা শ্লেষ-বাণ শুনিব লগীয়া হয় আত্মহত্যাৰ ভাবো মনত উদয় হয়। ইৰা গ'ল, চিৰশান্তি লাভ কৰিলে। কিন্তু শেষ মুহূৰ্ত্তত লিখি থৈ যোৱা চিঠি দুখনৰ কথা গোপনে নাথাকিল। "পষ্টমৰ্ত্তেম" "পুলিচ এনকোৱাৰি" বাহ্যিকভাবে পূৰা মাত্ৰাই চলিলে। জনতাৰ আগত আৰু মৃগেনৰ সন্মুখত পুলিচে তেওঁৰ পত্নীৰ চিঠি দুখনৰ বিষয়ে যেনে ধৰণৰ সমালোচনা কৰি মোচৰ তলত বিদ্ৰূপাত্মক মিচিকনি ফুটাই তুলিলে আৰু মৃগেন-মীৰাৰ চৰিত্ৰ-ব্যক্তিত্বৰ বিষয়ে যেনে ধৰণে নিৰ্লজ্জ-ভাৱে কথা কৈ গ'ল, মৃগেনৰ সমুদায় শৰীৰ কঁপিবলৈ ধৰিলে। সকলোৱে কিন্তু বুজিব পাৰিছিল যে পুলিচৰ তৎপৰতা মাত্ৰ এখন অভিনয়। ভদ্ৰলোকক লাঞ্ছিত কৰা, নিষ্কলঙ্কিত জীৱক কলঙ্কিত কৰা যি আইনৰ গণ্ডীৰ মাজত আছে সেই অইন আৰু আইন প্ৰণয়নকাৰীৰ প্ৰতি আমাৰ শতকোটি নমস্কাৰ।

সিফালে সুবিমল! সুবিমলেও ইৰাৰ চিঠি দুখনৰ বিষয়ে বুজ পোৱাত পলম নালাগিল। সুবিমলেও পুলিচৰ

দুই এটা প্ৰশ্নৰ উত্তৰ দিব লগীয়া হৈছিল। কিন্তু পুলিচে যেতিয়া মীৰাক প্ৰশ্ন কৰিবৰ কাৰণে ইচ্ছা প্ৰকাশ কৰিলে, সেই প্ৰস্তাবত সুবিমল কোনো মতেই মান্তি নহৈ বেনাৰ্জ্জী উকীলৰ সহায় লৈ জিলাৰ দণ্ড হাকিমৰ কাষ চাপি পুলিচৰ উক্ত কাৰ্য্যত বাধা জন্মালে।

সুবিমলে কিন্তু সেই প্ৰচাৰিত কাহিনীত অলপো গুৰুত্ব দিয়া নাছিল। সেই সকলোবোৰ যে এটা বিৰাট ভুলৰ মাজেদি ঘটিলে তাক তেওঁ বৰ ভালদৰে বুজিছিল। বিশেষতঃ মীৰাৰ চৰিত্ৰৰ ওপৰত সুবিমলৰ অগাধ বিশ্বাস আছিল। তেওঁ মাত্ৰ ইয়াকেই ভাবি পাইছিল যে সংসাৰৰ সকলো প্ৰাণীতকৈ তেওঁ মীৰাক বেচি পৰিমাণে চিনি পায়। অন্যৰ চৰিত্ৰ পৰ্য্যালোচনা কৰি বহুতে ভাল পায়,—অন্যৰ গ্লানি, অপপ্ৰচাৰ, কুৎসা ৰতি ভাল পোৱা মানুহৰ সংখ্যা বেচি বাবেই যে মানুহে যি সি কথা উলিয়াই আমোদ লভে তাক সুবিমলে ভালকৈ বুজিছিল। সেই বাবেই তেওঁ মীৰাৰ লগত এই বিষয়ে কোনো আলাপ নকৰি মীৰাক সেইবোৰৰ বিষয়ে গম নিদিয়াকৈ ৰাখিবৰ কাৰণে বৰ চেষ্টা কৰিছিল। কিন্তু মীৰাৰ আকস্মিক যি পৰিৱৰ্ত্তন ঘটিল সেইটো সুবিমলৰ চকুত পৰিল। মীৰাই ভুলতে দুই এযাৰ কথা ডাঙৰ





ডাঙৰকৈ উচ্চাৰণ কৰে, সঘনে উচাপ খাই 'ইৰাদি' বুলি অকস্মাতে চিঞৰ মাৰি কয়,—"ভুল ভুল, ইৰাদি ভুল। তুমি মোক ভুল বুজিলা।"

"কি হৈছে, কেলৈ চিঞৰিছা (?)" বুলি সুবিমলে সুধিলে, তাই পুনৰ সুস্থা হৈ একো ক'ব নোৱাৰাজনী হৈ পৰে। মীৰাৰ গতি বিধি লক্ষ্য কৰি কৰি দুই চাৰি দিনতে সুবিমলে বুজিব পাৰিলে যে ই কেৱল পগলা হোৱাৰ পূৰ্ব্বলক্ষণ। আসন্নপ্ৰসবা মীৰাৰ এনে অৱস্থা হোৱাত সুবিমল অতিকৈ বিহ্বল হ'ল। ডাক্তৰ ঘোষক আনি দেখুৱাত তেওঁ কিছুদিন "অব্‌জাৰভেস্যনত" ৰাখিবলৈ ঠিক কৰিলে।

"পৃথিবীৰ শ্ৰেষ্ঠ জীৱ হৈছে মানুহ ;"—সুবিমলে ভাবিলে। "কিন্তু এই শ্ৰেষ্ঠ জীৱৰ মন বিলাক ইমান কলুষিত কিয়? অতিৰঞ্জিত আৰু অবাস্তৱ কথা প্ৰচাৰ কৰিবলৈ এই শ্ৰেষ্ঠ জীৱই কিয় ইমান ভাল পায়?" এনে বিলাক ভাব চিন্তাই আগুৰি ধৰাত লাহে লাহে সুবিমলে সদৌ মানবজাতিৰ ওপৰতে আস্থা হেৰুৱাই পেলালে। আকৌ ভাবিলে, "সবার উপর মানুষ শ্ৰেষ্ঠ" বুলি মানুহেই মানুহক শ্ৰেষ্ঠ কৰিছে। মানুহৰ বাহিৰেতো অন্য জন্তু জানোৱাৰে সেই কথা কোৱা নাই।

সিহঁতেতো মানুহৰ শ্ৰেষ্ঠতা মানি লোৱা নাই। নিজেই নিজৰ আত্মগৌৰৱ কৰা এই মানুহ বিলাক যথাৰ্থতে মূৰ্খ। মূৰ্খ নহলেনো পৰৰ গ্লানি কুৎসা ৰতনা কৰি আমোদ লভেনে?"

ইবাৰ মৃত্যুৰ পাচৰ কেইদিন মান সুবিমল প্ৰায়েই মৃগেনৰ ঘৰতে আছিলগৈ। মৃগেনৰে ইটো সিটো কথা পাতি সকলো ঘটনা দুৰ্ঘটনাৰ কথা পাহৰাই ৰাখিবৰ কাৰণে চেষ্টা কৰিছিল। নিশা ঘৰলৈ গৈ শুবলৈ চেষ্টা কৰোঁতেই উক্ত ভাবনাবিলাকে সুবিমলক আগুৰি ধৰে। ইফালে মীৰাৰ গতি-বিধি সলনি হৈ আহিল। কাপোৰ কানি প্ৰসাধন আদিলৈ মীৰাৰ ৰুচি ক্ৰমাত হ্ৰাস পাই আহিল। বহুত জোৰ কৰিও মূৰ আচোৰাব নোৱাৰে। কাপোৰ কানি সলনি কৰাব নোৱাৰে। লাহে লাহে মীৰাৰ কথা-বাৰ্ত্তাও অসংলগ্ন হৈ আহি অৱশেষত অকলে নিৰলাত বহি থাকিবলৈহে মীৰাই ভাল পোৱা হ'ল। নতুনকৈ গঢ় দি অনা সংসাৰখনত শনিৰ কোপদৃষ্টি পৰি সুবিমলক জুৰুলা কৰিলে। মীৰাৰ অৱস্থাৰ বিষয়ে কিন্তু সুবিমলে মৃগেনক জানিবলৈ দিয়া নাছিল। দিন চেৰেকৰ পাচৰপৰাই সুবিমলে বাধ্য হৈ মৃগেনৰ ঘৰলৈ আহ-জাহ কৰা কাৰ্য্য পাতলাব লগীয়া হ'ল। তেওঁ ঘৰতে মীৰাক লৈ ব্যস্ত।





ইফালে মৃগেনৰ অকলশৰীয়া জীৱনৰ পাত কেই-খিলামান লুটি খাই গ'ল। ওচৰ-চুবুৰীয়া আহি চাহ এটোপা খুৱাবৰ বাবে জোৰ কৰা দিন আৰু নাই। ইটি সিটি আহি ফলাহাৰ দি যোৱা প্ৰথাও পাতলি আহিল। ব্যক্তিগত স্বাৰ্থ জড়িত নথকা লোক আহি সান্ত্বনা দি যোৱা প্ৰথাও অতীত হৈ পৰিল। চিনেমা-ঘৰ বিলাকৰ ছবিবোৰো দৈনিক নহলেও সপ্তাহৰ মূৰে মূৰে সলনি হ'বলৈ ধৰিলে। 'লেছ-ফিটাওৱালা' 'চানা-চুৰৱালা' বিলাকে পূৰ্ব্ববৎ মৃগেনৰ ঘৰৰ কাষেদি অদ্ভুত ধৰণৰ মাত মাতি মাতি পাৰ হৈ যায় আৰু সেই আমা ডিমা লৰা-ছোৱালীবোৰেও পিচে পিচে লৰ ধৰা নিয়মৰ অকণো সাল-সলনি হোৱা নাই। পছিমীয়া গুৱালটোৱে মৃগেনৰ ঘৰত আহি 'মাই-জী-দুধ' বুলি দিয়া কৰ্কশ মাতষাৰিহে মাত্ৰ সলনি হৈ পৰিল। 'মাইজী'ৰ স্থান লাভ কৰিলে 'বিলাস' অথবা 'ৰামবিলাসে'। আজি-কালি গুৱালটোৱে চিঞৰ ধৰে ৰামবিলাসক। সংসাৰ চলিলে পূৰ্ব্ববৎ। মৃগেনেও বুজিব পাৰিলে যে সাগৰৰ পৰা এঘটি পানী তুলি আনিলে সাগৰৰ একোৱেই নহয়;—লোকাৰণ্য পৃথিৱীৰপৰাও এটি প্ৰাণীয়ে সমাধি লাভ কৰিলে সংসাৰৰ কোনো ক্ষতি নহয়। উদ্বেগ

আৰু উদ্বিগ্নতাৰ মাজেদিয়েই মৃগেনৰ অশান্ত সন্ধিয়া-বিলাক পাৰ হৈ যাবলৈ ধৰিলে।

মৃগেন সঁচাকৈয়ে এজন সজচৰিত্ৰবান যুৱক। পিতাকৰ ধনৰ বল আৰু নিজৰ চৰিত্ৰৰ গুণতেই সমাজৰ মাজত এক দুই তিনিৰ মাজতেই স্থান পাই আহিছিল চিৰকাল। সাত বছৰৰ আগৰ কথা। পিতাক ঢুকুৱাৰ ঠিক আগে আগে। দুৱৰা ডাঙৰীয়াৰ জীয়াৰীক বোৱাৰী কৰি ঘৰ আনি সুমুৱাৰ লগে লগে ঘৰখনৰো কি যে এক শ্ৰীবৃদ্ধি হৈ উঠিছিল, তাক আনে নেদেখিলেও বুঢ়াই পদে পদে দেখা পাইছিল। মৃগেনৰ মাকৰ মৃত্যুৰ কুৰিটা বছৰৰ ভিতৰত বুঢ়াৰ ঘৰত তিৰোতা মানুহৰ সমাগম নাছিল। অন্তৰালত হাতৰ অলঙ্কাৰৰ ঠুন্ ঠান শব্দ কেৱে শুনা নাছিল। তাঁত-শালৰ নাচনী বিলাকেও সুদীৰ্ঘ কুৰিটা বছৰে ককাল ভাঙি ভাঙি নাচোনৰ চেও দিব পৰা নাই। শালৰ ছিৰী-শলি, চালিমাৰি, কাণমাৰি ফুল-কাঠী, দোৰ্পতি আদি ৰামবিলাসৰ অনুগ্ৰহত জুহালৰ কেঁচা খৰিক সহায় কৰাত ক্ৰমাত হ্ৰাস পাই আহিল। দোৱাবন্ধা জৰীবিলাকো সময়ে সময়ে গৰুৰ ডিঙিত ওলমোতেই ওৰ পৰিল। সেইকালৰ ঘৰখনক লক্ষ্মীহীন ঘৰ বুলিবও পৰা গৈছিল এটা কাৰণত যে ৰান্ধনি





ঘৰৰ ভেকুৰা মজিয়াত ৰঙা মাটিৰ প্ৰলেপ কুৰিটা বছৰে পৰা নাছিল। বিহুৰে সংক্ৰান্তিয়ে চৰু-হাড়ি পেলোৱাৰ প্ৰথাও বুৰঞ্জীৰ পাতত ৰৈছিলগৈ। আৰু তাৰ ফল স্বৰূপেই চৰু-হাড়ি বিলাকে পানীৰ পৰশ লভিলে টোপা-টোপে পানী সংৰক্ষণ কৰি কেৱলমাত্ৰ তেল-চিকটিৰ প্ৰভাৱ বিস্তাৰ কৰিছিল, এই কুৰিটা বছৰে। চোঁচৰাই অনা কলীয়া চৰুৰ ক'লা দাগ পৰাধীন যুগৰপৰা স্বাধীন যুগলৈকে ৰান্ধনি ঘৰৰ মাজিয়াত জীৱন্ত ৰূপ ধৰি আই লক্ষ্মীবিহীনতাৰ প্ৰমাণ দি আহিছে এই একুৰি বছৰে। ন-ছোৱালী আহি এনে এখন লক্ষ্মীবিহীন ঘৰত বেচি দিন ন-ছোৱালীৰ ৰূপ ধাৰণ কৰি ৰহি থাকিবলৈ সকাহ নাপালে। দুৱাৰত অঁৰা আমডালি শুকাবলৈ পাওঁতে নৌ পাওঁতেই, গাত ঘঁহা কেঁচা হালধিৰ বোল গুচোতে নৌগুচোতেই ইৰা গৈ সোমাৱ ল'গীয়া হ'ল ৰান্ধনি ঘৰত। ভেকুৰা মজিয়াখনে ৰঙা মাটিৰ পৰশ পাই হাঁহি মাৰি উঠিল। ওপৰৰ এলান্ধুবোৰ আৰু বেৰৰ কুৰি বছৰীয়া মকৰাৰ জালবিলাক আঁতৰি পলাল। আৰু আতৰিল কি? আতৰিল সেই চিৰ-অৱহেলিত, চিৰ-উপেক্ষিত, মলিনতা সনা ঘৰখনৰ ভয়াবহ চানে-কিটো।

আধুনিক শিক্ষাপ্ৰাপ্তা ইৰাই তেতিয়া বঢ়িয়াকৈ বুজিলে ঘৰুৱা সংসাৰত কলেজীয়া শিক্ষাৰ অৱদান কি? "আইনষ্টাইন থিওৰি" "পেৰেলেল'গ্ৰাম অব্ ফ'ৰ্ছ" অথবা অৰ্থশাস্ত্ৰৰ "গ্ৰেছহেমছ ল"ই অসমীয়া ৰান্ধনি ঘৰৰ এলান্ধু মকৰাৰ জাল আদি আঁতৰ কৰিব নোৱাৰে। চেক্সপিয়েৰৰ ট্ৰেজেদি, মিল্টনৰ অমৰ কাব্য অথবা বিহগী কবিৰ "অয়ি অনৱগুণ্ঠিতা ফুল্ল শিখৰিণী, ৰঞ্জি মণিকৰ্ণিকাৰ হৰিত মেখলা"ই তেওঁক কোনো সহায় কৰিব নোৱাৰিলে। তেওঁক সহায় কৰিলে কোনে? তেওঁক সহায় কৰিলে সেই আই বুঢ়ী-আইৰ তাহানি যুগৰ অতীত স্মৃতি কণে!

"খোৱা ভাত গাল চুৱা" এই কথাত চিৰদিন বিৰোধিতা কৰি আহিছিল ইৰাই তেওঁৰ আধুনিক স্কুল-কলেজৰ শিক্ষা নোপোৱা মাতৃদেৱীৰ ওচৰত। কৈছিল "খোৱা বস্তু চুৱা হ'ব নোৱাৰে। আমি কিবা চুৱা খাওঁনেকি?" এতিয়া কিন্তু ইৰা আহি শাহু ননন্দ বিহীন ঘৰ এখনৰ গৃহিণী হৈ বুজিব পাৰিলে অতি ভালদৰে যে চুৱা বুলি যদি এটা আখ্যা নাথাকে এই অশিক্ষিত নৱ-সমাজক পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ বিষয়ে বক্তৃতা দি বুজোৱা বৰ টান হ'লহেঁতেন। আধুনিক





ধৰণে শিক্ষা লাভ কৰা ইৰায়ো ঘূৰি যাব লগীয়া হ'ল সেই আধা শতাব্দীৰ পাচলৈ—যি কালত তেল আৰু মাছ একেলগে অনা নিষিদ্ধ আছিল। ফুট্ ছাইত অথবা মাটিৰ মলা চৰুত মাছ লাগিলে 'চুৱা হ'ল' বুলি চৰু হাড়ি পেলোৱাৰ নিয়ম এটাও প্ৰচলিত আছিল। ইৰাই তেতিয়াহে বুজিলে যে বিহুৰে সংক্ৰান্তিয়ে চৰু পেলোৱাৰ উপৰিও তেনে সামান্য কথাতে চৰু পেলোৱাৰ বিধান দিছিল কিয়? সেই বিধান নাথাকিলে অথবা বিধান মানি নচলিলে মৃগেনৰ ঘৰৰ নিচিনাকৈ একুৰি বছৰে চৰু-হাড়ি পৰিষ্কাৰ কৰিবলৈ সময়ৰ অভাব নহৈ নোৱাৰে। ইৰাই ভাবি ঠিক কৰিলে যে এঘটি পানীৰে সকলো কাম সমাধা কৰা জাতিৰ এই ৰামবিলাসৰ নিচিনা মানুহৰ মূৰত চুৱা শব্দটো যদি ভাল ধৰণে সুমাই দিব নো'ৱাৰে, আৰু নহ'ব। বাধ্য হৈ ইৰাই গাৰপৰা আধুনিকতাৰ সাজ-পাৰ খহাই থৈ সেই অতীত কালৰ ৰীতি-নীতিৰ উদ্দেশ্যে মূৰ দোঁৱালে। ৰামবিলাসেও গা নোধোৱাকৈ ৰান্ধনি ঘৰত প্ৰৱেশ কৰাৰ স্বাধীনতা হেৰুৱালে।

মৃগেনৰ বিয়াৰ ছমাহৰ পাচতে বুঢ়াই চকু দুটা শান্তিৰেই মুদিলে। বোৱাৰীয়েকৰ প্ৰতিপাল আৰু পুতেকৰ তৎপৰতা বুঢ়াই বঢ়িয়াকৈ অনুভৱ কৰি চিৰশান্তি

লাভ কৰিলে। বুঢ়াৰ বিয়োগৰ পিচৰ কেইটা বছৰ মৃগেন আৰু ইৰাৰ সুখৰ মাজেদিয়েই চলি গ'ল আৰু ভবিষ্যতেও কিজানি গ'ল হেতেন। কিন্তু পূৰ্ব্ববঙ্গত হোৱা অশান্তিৰ বাবেই সকলোবিলাক ওলট পালট হৈ পৰিল।

নিৰ্জীৱ কাঁহী বাটি গোটাচেৰেক যদি ওচৰা-উচৰিকৈ থাকে ঠং ঠাং শব্দ হয় অলপ মাত্ৰ ইফাল সিফাল কৰিলেই। দুখন বেলেগ ঘৰৰ দুটা বেলেগ পৰিস্থিতিৰ মাজেদি ডাঙৰ দীঘল হোৱা দুটা বেলেগ পৰিয়ালৰ বেলেগ ডেকা গাভৰু এহাল সমাজৰ প্ৰচলিত নিয়ম প্ৰণালীৰ যোগেদি স্বামী-স্ত্ৰীৰ যোগ-সূত্ৰ স্থাপন হ'ল বুলিয়েই যে মাজে মাজে ভুল বুজা-বুজি নহ'ব তাৰ কোনো অৰ্থ নাই। সচৰাচৰ ঘৰ-সংসাৰৰ ক'লা বগা বিলাকৰ মাজেদিয়েই মৃগেন আৰু ইৰাৰ বিবাহিত জীৱনৰ পাত কেইবাখনিও লুটি খাই গ'ল। সতি সন্ততিৰ মুখ দেখা নাই যদিও তাৰবাবে আক্ষেপ বা মনোকষ্ট কৰাৰ বয়স আহি পৰা নাছিল দুয়োৰো। দাম্পত্য-জীৱনৰ সাধাৰণ খলা-বমাবোৰ চেৰাই গৈ আদৰ্শ স্বামী-স্ত্ৰী হিচাপে পৰিচয় দিব পৰা নাছিল যদিও মুঠৰ ওপৰত তেওঁ বিলাকৰ দিন কাল ভালেৰেই অতিবাহিত হৈছিল





বুলি আমাৰ বিশ্বাস। অভাৱৰ হা-হুমুনিয়াহ মুখত ফুটি নোলালে স্বামী-স্ত্ৰীৰ মাজত সদ্ভাবৰ অভাৱ আহি সতকাই নপৰেহি। মৃগেনহঁতৰো সেয়ে।

"জিন্না চাহাবৰ জন্ম নোহোৱা হ'লে ইৰাই ইমান সোনকালে জীৱনৰ অৱসান ঘটাবৰ কিজানি প্ৰয়োজন নহ'লহেতেন।" উদ্বিগ্ন অৱস্থাত মৃগেনে ভাবে এনেবোৰ কথা। তেওঁৰ উক্ত ভাবৰ ধাৰাটো হৈছে প্ৰধানতঃ এয়ে। জিন্নাৰ কাৰণেই ভাৰত হ'ল বিভক্ত আৰু পূৰ্ব্ব বঙ্গত দেখা দিলে অশান্তিয়ে। সেই অশান্তিৰ ঢৌৱে কোবাই আনিলে সুবিমল আৰু মীৰাক অসমৰ ফালে আৰু মৃগেনৰ ঘৰত হালকে সুমাই দি ইৰাৰ মনত সন্দেহৰ বিহ গুটি সিচি দিলেহি। এনে ধৰণৰ বহুত অলৌকিক ভাবধাৰাই স্থান ললেহি মৃগেনৰ মনত।



ইৰাৰ মাহেকীয়া শ্ৰাদ্ধ ভাল ধৰণেই হৈ গ'ল। মৃগেনে সুবিমলক শ্ৰাদ্ধৰ দিনা চকামকাকৈ দেখা পাইছিল। মীৰা কিন্তু অহা নাছিল। আহিবই বা কেনৈ আৰু

কেনেকৈ ? বৰলাৰ লক্ষ্মীবিহীন ঘৰত নিমন্ত্ৰণ খাবলৈ অনাত্মীয়া মহিলাৰ সমাগম দেখিলে মানুহে ক'ব কি ? তাতে আকৌ সেই প্ৰচাৰিত কলঙ্ককাহিনী। "মীৰাৰ গা অসুখ, সোনকালে যাব লাগে" বুলি যেতিয়া শুবিমলে মৃগেনৰপৰা বিদায় ললে, মৃগেনে একো উদ্বিগ্নতা প্ৰকাশিব নোৱাৰিলে। শ্ৰাদ্ধলৈ নহাৰ এটা চেলু বুলি ভাবি লবলৈ মৃগেন বাধ্য হ'ল যদিও তেওঁৰ সঘনে মীৰালৈ মনত পৰিবলৈ ধৰিলে। তেওঁৰ ইৰা তাহানিতে শকট নৰিয়াত পৰোঁতে এই মীৰাই যে কিমান প্ৰতিপাল কৰিছিল, তেতিয়াও মৃগেনৰ মনত আছে। সেইদিনা কিন্তু মীৰাৰ অসুখৰ বতৰা পায়ো মৃগেনে যি উদাসীনতা দেখুৱাব লগীয়া হ'ল তাৰ বাবে দায়ী কোন? দায়ী হৈছে আমাৰ এই সমাজখন আৰু সমাজৰ এই মানুহবোৰ।

মানুহ। প্ৰেম, আবেগ, অনুভূতিসম্পন্ন মানুহবোৰ, পৰমেশ্বৰৰ সৃষ্টিৰ শ্ৰেষ্ঠ জীৱ মানুহবোৰ, কবি, শিল্পী, আদি কোমল অন্তৰৰ মানুহবোৰ, বিদ্যা, বুদ্ধি, প্ৰত্যুৎপন্ন-মতিসম্পন্ন মানুহবোৰ, অসাধ্য সাধন কৰিব পৰা মানুহবোৰ, এই সকলোবিলাককে মৃগেনে সন্দেহৰ চকুৰে চাব লগীয়া হৈছিল, কিজানিবা তেওঁৰ ভাৰ্য্যাই শেষ





সময়ত উত্তপ্ত মগজুৰে ভাবি লিখি থৈ যোৱা ভ্ৰান্তি-মূলক কথাষাৰিতেই গুৰুত্ব আৰোপ কৰে এই প্ৰেম, প্ৰীতি, কোমলতা, মধুৰতা, উদাৰতা সম্পন্ন নৰ-সমাজে।

ইৰাৰ সেই স্মৃতি বিজৰিত শোৱনি কোঠাটোলৈ মৃগেন সোমোৱা নাছিল সেই এমাহ কাল। বাহিৰৰ কোঠা-টোতেই বিচনা এখন কৰি লৈছিল। শ্ৰাদ্ধলৈ অহা মানুহেৰে ঘৰ ভৰি পৰাত সেই শোৱনি কোঠাৰ দুৱাৰখনো মেল খাই পৰিল। শ্ৰাদ্ধৰ মানুহ দুনুহক বিদায় দি প্ৰায় মাজ নিশা ভিতৰলৈ সোমাই গৈ দেখেগৈ যে শোৱনি কোঠাৰ দুৱাৰ দুফাল হৈ আছে। ভিতৰত এলেন্ধুৰা চাকিৰ ক্ষীণ পোহৰ। তেওঁ লাহেকৈ সেই কোঠাটোলৈ সোমাই গ'ল।

জয়াল কোঠাটো। ৰিঙা ৰিঙা এটা ভাব। কোঠাৰ প্ৰত্যেক বস্তু, প্ৰত্যেক মেজ-মাছিয়া, পেৰা পেটাৰি আদিত ইৰাৰ কোমল হাতৰ পৰশ পৰিছিল এদিন। সেই পৰশে ইৰাৰ স্মৃতি সানি থৈ গৈছে সকলো বস্তুতে। কেউফালে ইৰাময়, কিন্তু ইৰা নাই। চকু ফুৰাই গ'ল প্ৰত্যেকটো বস্তুতে। সেই ফুলবছা গিলিপৰ সৈতে গাৰুটো। ইৰাৰ কোমল হাতৰ পৰশত ফুটি উঠিছিল সেই 'এমব্ৰইডাৰী' বিলাক। আধা গোঠা চুৱেটাৰটো আঠৰাৰ ওপৰতেই

ৰ'ল,—শেষ হবলৈ নাপালে। মাছৰ বাকলিৰে কৰা ছবিখন দেখিয়েই মৃগেনৰ মনত পৰিল সেই মাছ বাকলি-বোৰ কেচিৰে কাটোতে ইৰাৰ কোমল আঙুলি দুটাত কেনেকৈ পানী জোলা বান্ধিছিল।

বিচনাখনৰ ওচৰতে এগিলাচ পানী। সেই গিলাচেই সেই নিশা চিনেমাৰপৰা আহি ইৰাই নিজ হাতে ঢালি মৃগেনলৈ বুলি বিচনাৰ ওচৰত থৈছিল। "ইৰাই নিজ হাতে ঢলা শেষ পানী গিলাচৰ মূল্য কিমান ? মৃগেনে ভাবিলে। কঁপা কঁপা হাতেৰে পানী গিলাচ লৈ এসোহা পিলে। "উস্ বৰ চেঁচা পানী"—চেঁচা পানী খিনি কেনি কেনি পাৰহৈ গৈ পেটত প্ৰৱেশ কৰিলেগৈ, মৃগেনে ভালদৰে অনুভব কৰিলে। গিলাচৰ বাকী থকা পানী খিনি পেলাই দিবলৈ মৃগেনৰ সত নগ'ল। বটল এটাতে ঢালি আলমাৰীতে ভৰাই থওঁ বুলি গৈ দেখে যে আলমাৰীটোৰ চাবি বন্ধ। "সেইয়া, মুগা ৰিহাখনৰ আগতে বান্ধি থোৱা আছে চাবিকোঁছা।" খুলি হাতত ল'লে। চিক্-চিকীয়া চাবিকোঁছা আজি এমাহে ইৰাৰ হাতৰ পৰশৰপৰা বঞ্চিত,—ওপৰত মামৰৰ ৰঙচুৰা দাগ।

আলমাৰীটো খোলোতে তাতে দেখা পালে ফটোখন। সেইখনেই তেওঁবিলাকৰ বিয়াৰ চতুৰ্থ দিবসত তোলা





হৈছিল। ইৰা চকীত বহি থকা অৱস্থাত আৰু চকীখনৰ সোঁফালৰ হাতোৰা ডালতে বহা নবহা হেলনীয়া অৱস্থাত স্থান লৈ আছে মৃগেন। ইৰাৰ গলধন পাৰ কৰি বাওঁ কান্ধত থ'ব খোজা মৃগেনৰ বাওঁ হাতখন অপ্ৰত্যাশিতভাবে কিঞ্চিত্ স্থানচ্যুত হৈ ইৰাৰ বক্ষস্থল পৰ্য্যন্ত বিয়পি যোৱাত লাজ আৰু সঙ্কোচত ফুটি উঠিব খোজা ইৰাৰ ওঁঠৰ মৃদু মিচিকনিটো ভালদৰেই প্ৰকাশ পালে সেই ফটোখনত। সেই বাবেই হ'বলা সেই ফটোখন বেৰত আঁৰিবলৈ ইৰাৰ আপত্তি হোৱাত ফটোখনে স্থান লভিলে আলমাৰীত। বেৰত অন্যান্য ফটো আৰু চিত্ৰ ওলমি আছে। মীৰা আৰু সুবিমলৰ ফটোখন বেৰৰপৰা আজুৰি আনিলে মৃগেনে। ক্ষন্তেক চাই আলমাৰীৰ ওপৰত থৈ দিলে। ইখন ফটো হৈছে তেওঁবিলাক চাৰিউটিৰে। দুই বান্ধবী বহি থকা অৱস্থাত। পিচফালে ঠিয় দি আছে সুবিমল আৰু মৃগেন। মৃগেনে এখন হাতেৰে মীৰা বহি থকা চকীখন ধৰি থকাটো ইৰাৰ নাৰীহৃদয়ে সহ্য কৰিব নোৱাৰিলে। সেই ঠাই ডোখৰ নখেৰে চিকুটি চিকুটি অদৃশ্য কৰিবৰ বাবে কৰা চেষ্টাৰ চিন বেচ দেখা পোৱা যায় তেতিয়াও। কিয় ? ইৰাই দেখোন ফটোখনকে ফালি পেলাব পাৰিলে হেঁতেন। নাফালিলে কিয় ? গিৰিয়েকৰ ফটো ফালি

অমঙ্গলৰ সূচনা কৰিবৰ ইচ্ছা অসমীয়া গাভৰুৰ হ'ব কেনেকৈ ?

এটি বিষাদৰ হুমুনিয়াহ প্ৰকাশ পালে মৃগেনৰ মুখৰ-পৰা। লেম্পটো কমাই থৈ সেই শোৱনি ঘৰতেই কাতি হ'ল আজি এমাহৰ মূৰত। কেউফালে নীৰৱ নিস্তব্ধ। সকলোবিলাক পুৰণা কথা এটি এটিকৈ মৃগেনৰ মনত পৰিল। আজি এটা মাহেও মৃগেনৰ মন শান্ত নহ'ল। বিৰাট ঘৰখনৰ মাজত একমাত্ৰ মৃগেনে শেতেলিত পৰি মাৰলি গণিছে। তাহানি সেই কলেজত পঢ়া কালৰ কথা, ইৰাৰ সৈতে ৰেলত প্ৰথম পৰিচয় হোৱা দিনটোৰ কথা, বিয়াৰ প্ৰথম প্ৰস্তাৱ আৰু ইৰাৰ গৃহপ্ৰৱেশৰ দিনটোৰ কথা,—আৰু কত কি এটা দুটাকৈ মৃগেনৰ মনলৈ আহিবলৈ ধৰিলে। ইহকাল, পৰকাল, ঈশ্বৰৰ অস্তিত্ব, ভাগ্য, ভাগ্যৰেখা আদিৰ বিষয়ে চিন্তা কৰি থাকোঁতেই মৃগেনে স্পষ্টভাবে শুনিবলৈ পালে সেই দিনা শেষ দিবসত ইৰাই চাহৰ টেবুলৰ ওচৰত দিয়া শেষ কণ্ঠস্বৰ—"উঠক, গা ধোৱেনে মুখ ধোৱে ধোৱক, মোৰ চাহ হ'ল।" খক্-মক্ কৰি মৃগেন উঠি বহিল। চালে। ক'তা ? একো নাই। নিজৰেই ভ্ৰম বুলি ভাবি পুনৰ বাগৰ দিলে। চকু জাপ যোৱা নোযোৱা অৱস্থাতে আকৌ পূৰ্ব্বৰ সেই





কণ্ঠস্বৰ মৃগেনৰ কাণত পৰিল,—"আজি ৰাতিলৈ মীৰা-হঁতক ভাত খাবলৈ নিমন্ত্ৰণ কৰিব খুজিছোঁ। আপুনি নিজে গৈ এই বেলাতে......"—জাপ মাৰি মৃগেন উঠি বহিল। বাকী অংশ আৰু শুনিবলৈ নাপালে। ভাবিলে "এইবাৰ ভ্ৰম নহয়—মই ভালকৈ শুনিছোঁ ইৰাৰ কণ্ঠস্বৰ।" বহুত দিন যত্নৰ অভাৱত টিমিক্ টামাক্ কৰি জ্বলি থকা লেম্পটোৱেও চকু মুদিলে। উঠি গৈ লেম্পটো জ্বলাব খোজোতেই ঝনক্ কৰে চাবি একোছাৰ শব্দ শুনিবলৈ পালে বিচনাখনৰ ওচৰতে। ক্ষন্তেক ৰ'ল, চালে। বিচনা-খনৰ ওচৰতে মুগাৰ মেখেলাৰ খছ্‌মছ্ শব্দ এটা শুনিবলৈ পালে,—পুনৰ সেই চিৰপৰিচিত বাক্যযাৰি ;—প্ৰায় লগে লগেই মৃগেনে অনুভৱ কৰিলে এটি মৃদু পদশব্দ। শব্দটো ঠিক যেন দুৱাৰ খনৰ ফালে গৈছে। কাণ ঠিয় কৰি মৃগেনে সেই পদশব্দ শুনিবলৈ চেষ্টা কৰিলে। "হয়, যথাৰ্থতে পদশব্দ,—ঠিক যেন কোনোবা মুগা মেখেলা পিন্ধা তিৰোতাই খোজ চলাইছে!" মৃগেনৰ কাণমূৰ গৰম হৈ উঠিল,—অজানিতভাবে বুকুত কিহবাই খুন্দিয়া খুন্দি কৰিবলৈ ধৰিলে। গাৰ নোমবিলাক ডাল ডালকৈ ঠিয় হৈ পৰিল মৃগেনৰ। মনত ভয়। হঠাতে আকৌ কোনোৱা তিৰোতাৰ হাতৰ চুৰিবিলাকৰ জুন্ জুন্ শব্দ

এটা মৃগেনে শুনিবলৈ পালে। মৃগেন আৰু বহি থাকিব নোৱাৰা হ'ল। মন্ত্ৰমুগ্ধ হৈ সেই পদশব্দ আৰু মেখেলাৰ খম্ খমনি শব্দটো অনুসৰণ কৰিলে। দুৱাৰখন মেলি কেতিয়ানো তেওঁ গৈ ৰাজআলিত উঠিলগৈ ক'বকে নোৱাৰিলে। শব্দটোকে অনুসৰণ কৰি কৰি গৈ আছে, গৈ আছে, গৈয়েই আছে। গাত হুঁছ নাই। ভালেখিনি পৰ শব্দটো অনুসৰণ কৰি গৈ গৈ অনুভব কৰিলে যে সেই শব্দটো ঠিক যেন সুবিমলহঁতৰ 'গেইটৰ' ভিতৰলৈ সোমাই গৈছে। তেওঁও সোমাই গ'ল। সুবিমলৰ বাৰান্দাৰ ওচৰতে তেওঁ হঠাত ইৰাৰ আত্মহাস্য এটা শুনিবলৈ পাই মুখেৰে বৰ ডাঙৰকৈ উস্ বুলি চিঞৰ এটা মাৰি তাতে হলি পৰি চেতনা হেৰুৱালে।

পুৱা সকলো বিভীষিকা প্ৰকাশ পোৱাত ডাঃ ঘোষে ক'লে—এইবোৰ একো নহয় মৃগেনবাবু, ভয় নকৰিব। তাহানি সেই নতুন হাকিমজনে টোপনিৰ উখামখাত উঠি বেলৰপৰা সৈনিক এজনক গোৰ মাৰি পেলাই দিয়াৰ কথা শুনিছে নহয়, ইয়ো হৈছে ঠিক তেনেই। প্ৰকৃততে ই হৈছে "হিলিউচিনেস্যন"—উত্তপ্ত মগজুৰপৰা উদ্ভব হোৱা এক বিভীষিকা মাত্ৰ। আপুনি শুনা কথাবোৰো কোনো অশৰীৰী জীৱৰ ভাষা নহয়। সেইবোৰ কেৱল নীৰৱতাৰ ভাষা।"





এনেতে অকস্মাতে আউলী-বাউলী অৰ্দ্ধনগ্ন অৱস্থাত মীৰা আহি কোঠাটোত প্ৰৱেশ কৰিলেহি। এনে অৱস্থাত মৃগেনে মীৰাক কোনো দিনেই দেখা নাছিল। উন্মাদিনীৰ দৰে মীৰাই হঠাতে চিঞৰ মাৰি ক'লে, "মৃগেনদা, ভাত খাই যাব। মই ইৰাদিলৈ চিঠি এখন পঠাই দিওঁ বাৰু। নাযাব দেই।"

ডাঃ ঘোষ আৰু সুবিমলে ঘপৰাই উঠি মীৰাক ধৰি লৈ গ'ল ভিতৰলৈ। ভিতৰৰপৰা মীৰাৰ চিঞৰ পুনৰ শুনিবলৈ পালে মৃগেনে,—"ভুল, ভুল, ইৰাদি মোক ভুল বুজিলা। মৃগেনদা সঁচাকৈয়ে মোৰ দাদা, স্বামী হ'বৰ অধিকাৰ তেওঁৰ লেশ মাত্ৰও নাই।"

ভাবৰ দোমোজাত পৰি মৃগেন লাহেকৈ উঠি ঠিয় হ'ল। হাতত সাৰে ভৰিত সাৰে ওলাই গৈ ঘৰ পালেগৈ। ঘৰ পাই ভাবিলে মীৰাৰ অৱস্থাটোৰ কথা। সমাজৰ মন্তব্যই তাইক বলিয়া কৰিলে। "তেনেহ'লে" মৃগেনে ভাবিলে, "ইৰাই লিখি থৈ যোৱাৰ কথা তাই গম পালে! ইস্ ইস্।"

---

# শান্তিৰ সন্ধান

'বেচ সুখত আছোঁ' বুলি ক'ব পৰা লোক বিৰল নহলেও শান্তিত থকা লোক অতি বিৰল। সুখ আৰু শান্তি একে পৰ্য্যায়তে নপৰে। ধন, দৌলত, ঐশ্চৰ্য্য, বিভূতিৰ মাজত থকা লোকৰো শান্তিৰ অভাব থাকিব পাৰে। শান্তি। মানুহৰ প্ৰকৃত আহ্লাদিত অৱস্থাটোকেই বুলিব পাৰি শান্তি। শান্তি ইমানেই মূল্যবান বস্তু যে আমি আমাৰ সত্যতা আৰু সাধুতাৰ বাহিৰে সকলো পাৰ্থিব অপাৰ্থিব বস্তুকেই শান্তিকণৰ বাবে জলাঞ্জলি দিব পাৰোঁ। শান্তি। অন্তৰত শান্তি নাথাকিলে বাহিৰত খেপিয়াই ফুৰাটো হৈছে বাতুলতা। সুখে শান্তি দিব নোৱাৰে, কিন্তু শান্তিয়ে সুখ আৰু শান্তি এই দুয়োটাকে প্ৰদান কৰিবলৈ ক্বচ্চিৎ কেতিয়াবাহে মাথো অস্বীকাৰ কৰে। নিজৰ বাহিৰে শান্তি অন্য কোনেও আনি দিব নোৱাৰে।

পত্নী বিয়োগৰ বাবে মৃগেনে মনৰ শান্তি হেৰুৱালে। পত্নীৰ অসুস্থতাৰ বাবে সুবিমলক সুখ আৰু শান্তিয়ে এৰা দি গ'ল। কিন্তু তাৰ পূৰ্ব্বে? অভাৱ-অনাটনৰ





তাড়না নোপোৱা, স্বামী-স্ত্ৰীয়ে গঠিত সুন্দৰ সৰু ঘৰুৱা সংসাৰখনত মৃগেনে শান্তি পাইছিল নে? সৌন্দৰ্য্যপিপাসু, সৌন্দৰ্য্য-উপাসক মৃগেনক সৌন্দৰ্য্যৰ মৰীচিকাই সৌন্দৰ্য্য অন্বেষণাৰ্থে টানি-টুনি লৈ ফুৰিছিল কতকাল। সুবিমলৰো একে অৱস্থা। সাম্প্ৰদায়িক সংঘৰ্ষৰ ফলত সৰ্ব্বস্বান্ত সুবিমল ভাগ্য অন্বেষণত দেশত্যাগী। যি একণি সুখ, এধানমান শান্তি আছিল সেই ফেৰিও নিজৰ দেশৰ ধূলি-মাকতি আৰু বতাহত সানমিহলি হৈ থাকি আহিল। অসমলৈ আহিলে কেৱল মাত্ৰ পূৰ্ব্ববঙ্গৰ এটি হৃদয়-বিদাৰক হুমুনিয়াহ। সেয়েহে কব পাৰি যে শান্তি পৰৰ বস্তু, নিজৰ নহয়। পৰৰ ধনৰ নিচিনাকৈ পৰৰ সুখ শান্তিও মানুহে বেচি দেখে,—নিজৰ বেচি দেখে কেৱল আয়ুসটো।

গয়াত পিণ্ড দি অসমলৈ ঘূৰি আহিবলৈ আৰু মৃগেনৰ ইচ্ছা নহ'ল। পৰিচিত অপৰিচিতৰ সমালোচনাৰ শৰে তেওঁক বাৰুকৈয়ে বিন্ধিছিল। সেইবাবে প্ৰথম সুবিধাতেই তেওঁ ঘৰবপৰা বাহিৰ হৈ পৰিল, দেশে বিদেশে ঘূৰি ঘূৰি সময়মতে গয়াত পিণ্ড ফেৰা দিয়াৰ অভিপ্ৰায় লৈ। এইটি ভ্ৰমণৰ কাৰণেই মৃগেনৰ পিতৃপুৰুষ আৰু মাতৃপুৰুষৰো পৰলোকৰ পথ সুগম হৈ পৰিল। ইবাৰ লগতে মৃগেনৰ পূৰ্ব্বপুৰুষ সকলৰ পিণ্ড দান কৰি, দেশ ভ্ৰমণৰ ইচ্ছা কৰি

সেইফালেই তেওঁ গৈ আগ্ৰা পালেগৈ। শ শ বছৰৰ আগৰে প্ৰবলপ্ৰতাপী মোগল সম্ৰাটৰ অতীত স্মৃতি-ভাস্কৰ্য্যৰে পৰিপূৰ্ণ আগ্ৰা চহৰত পদাৰ্পণ কৰিয়েই মনত বিপুল উচ্ছ্বাস লৈ আগ বাঢ়ি গ'ল সন্ধিয়াৰ লগে লগে তাজমহল চাবলৈ সেই শৰৎ কালৰ পূৰ্ণচন্দ্ৰৰ ৰূপালী কিৰণৰ মাজত। তাজমহল, ছবিত দেখিছে, বৰ্ণনাত পঢ়িছে, চকুৰে দেখা নাই। তাজমহল, কবি সম্ৰাটৰ প্ৰেমৰ নিদৰ্শন। তাজমহল, কবিৰ কল্পনা, প্ৰেয়সীৰ জীৱন্ত স্মৃতি।—লক্ষ লক্ষ বনুৱাৰ কপালৰ ঘাম আৰু বুকুৰ তেজ। তাজমহল;- প্ৰেমিক সম্ৰাটৰ প্ৰেম, আৱেগ আৰু প্ৰীতি, মনৰ কোমলতা আৰু কৱিতা;—প্ৰবলপ্ৰতাপী মোগল বাদ্‌শাহৰ অলঙ্ঘনীয় আদেশৰপৰা উদ্ভৱ হোৱা বিশ্ববিখ্যাত তাজমহল—মৰ্ম্মৰ স্তম্ভ। শ্বেত প্ৰস্তৰ দ্বাৰা নিৰ্ম্মিত এই তাজমহল। হৃদয়হীন কঠুৱা পাথৰেও প্ৰকাশ কৰে কবি সম্ৰাটৰ অন্তৰৰ বিষাদৰ সুৰ, বিশ্ববিখ্যাত শিল্পীৰ পৰশত ফুটি উঠিছে সেই তাজমহলৰপৰা এটি হৃদয়বিদাৰক হুমুনিয়াহ।

শৰৎ কালৰ জোনালী নিশা। তাজৰপৰা কিছু দূৰৈত মৃগেন বহিল গৈ। সেইদিনা সেই ক্ষণত মৃগেনে কাষত এটি লগৰীৰ অভাৱ বৰ বেচিকৈ অনুভৱ কৰিছিল। এই কবিৰ কল্পনা, প্ৰেমিকৰ স্মৃতি-জড়িত তাজৰ কাষলৈ ব্যথা-





ভৰা উদং হিয়া এখনি লৈ যোৱাত আনন্দ উপভোগ নাই। ইয়াৰ কাষলৈ বালক-বালিকা গৈ একো উপভোগ কৰিব নোৱাৰে। ইয়াৰ কাষত পতিহীনা গৰাকী অথবা পত্নীহীন-জনৰ আদৰ নাই। বৃদ্ধ-বৃদ্ধা সকলৰ কাতৰ হুমুনিয়াহেও বিশেষ একো কৰিব নোৱাৰে। সাম্যবাদী, সমাজতন্ত্ৰ-বাদী জনগণে শাসক-শোষক, পুঁজিপতি-মজদুৰৰ ভেদাভেদৰ জ্বলন্ত দৃষ্টান্ত বুলি অভিহিত কৰি তাজৰ পৱিত্ৰতা, সাধুতা আৰু শুদ্ধতা বিনষ্ট কৰি শান্তি পাব নোৱাৰে। তাজমহলৰ মৰ্ম্ম অনুভৱ কৰিব, তাজমহলৰ শুভ্ৰ জ্যোতিৰ শুভ্ৰতা বিকশিত হ'ব, তাজমহলৰ কৰুণ সুৰ বাজি উঠিব, পবিত্ৰ প্ৰেমৰ স্মৃতি জাগ্ৰত হ'ব, নৱপৰিণীতা সন্তানবিহীন স্বামী-স্ত্ৰীৰ প্ৰাণৰ প্ৰাণত।

তাজমহলৰ পবিত্ৰ দৃশ্যই শান্তিহীনজনক শান্তি দান কৰিব নোৱাৰিলে। মৃগেন উঠি গৈ যমুনাৰ ফালেই বহি-লেগৈ। যমুনা! সেই বুৰঞ্জীবিখ্যাত যমুনা,—ভগবান শ্ৰীকৃষ্ণৰ লীলাভূমি যমুনা-পুলিন, মহাভাৰতৰ পৱিত্ৰ নৈ যমুনা—তাৰ পাৰতেই মৃগেন বহিলেগৈ। ভাবিলে, "এয়ে সেই যমুনা। ক'তা ইয়াত দেখো আমাৰ ব্ৰহ্মপুত্ৰৰ দৰে কল্লোল-ধ্বনি নাই, ইয়াৰ গৰ্ভত দেখো চাক-নৈয়া নাই। এয়েনে সেই যমুনা, যি যমুনাৰ কথা, যি

যমুনাৰ বিবৰণ আজি আজন্মকাল মই পাই আহিলোঁ। ভগবান শ্রীকৃষ্ণই এইখন যমুনাৰ পাৰতে কেলি কৰিছিল নে ?

যমুনা নৈ দেখা পোৱাৰ পূৰ্ব্বে মৃগেনৰ যমুনাৰ বিষয়ে যি ধাৰণা আছিল, সি ক্ষন্তেকত লোপ পালে। বালিৰে ভৰপূৰ এধান মানি সেই নৈ খনে কি মহাপুণ্যৰ বলত বিশ্ববিখ্যাত হ'ল তাক মৃগেনে বুজিব নোৱাৰিলে। সেই অনুৰ্ব্বৰ যমুনাৰ ফালে মৃগেনৰ চাবৰেই ইচ্ছা নহ'ল। মনতে ভাবিলে, "মোৰ কল্পনাৰ যমুনা এই যমুনা নহয়। কিয় মই যমুনা দৰ্শন কৰিলোঁ ? সেই কামাখ্যা মাৰ পদ চুমি, অশ্বক্লান্ত, মণিকৰ্ণেশ্বৰ, ভৈৰবী, মহাভৈৰবীৰ কাষেদি বৈ অহা মোৰ চিৰচেনেহৰ লুইতৰ মানত নগণ্য এই যমুনা নৈয়ে কি পুণ্যৰ ফলত আজি সৰ্ব্বভাৰততে জনাজাত" (?) বুলি চিন্তাত মন মেলোতেই কিছু দূৰৈৰপৰা বতাহত ভাহি অহা কীৰ্ত্তনৰ সুৰ এটি মৃগেনৰ কাণত পৰিল,—

"যমুনে, এই কী তুমি, সেই যমুনা প্ৰবাহিনী ?" গীত ফাকিয়ে দি গ'ল মৃগেনৰ মনত এটা ডাঙৰ ছাপ। মৃগেনৰ মনত উদয় হোৱা ভাবটোকেই যেন সমৰ্থন কৰিলে উক্ত গীত ফাকিয়ে। মৃগেন হঠাতে ঠিয় হৈ কেউফালে এবাৰ চালে। নিলগত তিনি গৰাকী গাভৰুৱে সেই জোনাক





নিশা তাজৰ কাষে কাষে বিচৰণ কৰি ফুৰা দেখা পালে। তাৰো নিলগত সৌ দুটি তৰুণ তৰুণী। ককায়েক ভনীয়েকেইনে স্বামী-স্ত্ৰীয়েই কোনে ক'ব পাৰে ? যদি আগৰটিয়েই হয়, একো আনন্দ উপভোগ কৰিব পৰা নাই তেওঁলোকে সেই শৰৎকালৰ পূৰ্ণিমা নিশাৰ চন্দ্ৰ দেৱতাৰ ৰূপালী কিৰণ বুকুত লৈ। স্কুল কলেজত পঢ়াৰ কথা, অধ্যাপক অধ্যক্ষাদিৰ কীৰ্ত্তিকলাপ আদিৰ বিষয়ে আলোচনা কৰাৰ বাহিৰে ককায়েক ভনীয়েকৰ ভিতৰত কি কথা হ'ব পাৰে ? খুব যদি বেচি হয়, ভনীয়েকে সঙ্কুচিতভাবে ইয়াকেই মাথোন ক'ব, "দাদা, মা দেউতাক তুমিয়েই কাণ চোৱাই থ'বা দেই যে...... ইত্যাদি।" সেই সুবিধাতে হয়তো ককায়েকেও কব পাৰে,—"মোৰ কথা কি কৈছিল অ' উৰ্ম্মিলাই ? তাইক বৌ বুলি মাতিবলৈ তই কেনে পাবি ?"—ইয়াতেই কথোপকথন বন্ধ, ককায়েক ভনীয়েকৰ। কিন্তু সচৰাচৰতে পঢ়াশুনাৰ কথা, মাক-বাপেকৰ অসুখ অশান্তিৰ কথা, অধ্যাপক, অধ্যক্ষাদিৰ কীৰ্ত্তিকলাপৰ বিষয়ে আলোচনা কৰাৰ বাহিৰে ককায়েক ভনীয়েকৰ ভিতৰত কি বিশেষ কথা হ'ব পাৰে ? সেই তেনে ধৰণৰ নীৰস কথাবাৰ্ত্তাৰ বাবে তাজমহলৰ শুভ্ৰ ময়দান আৰু ৰূপালী জোনাক নিশাৰ প্ৰয়ো-

জনেই বা কি? কিন্তু প্ৰকৃততে তেওঁবিলাক যদি নৱ পৰিণীতা স্বামী স্ত্ৰীয়েই হয়, তেতিয়া হ'লে সেই শৰতৰ ৰূপালী নিশাৰ প্ৰকৃত উপভোগ তেওঁবিলাকেই কৰিছে, তাজৰ কাষত।

এনে ধৰণে মৃগেনে অবান্তৰ কথা বিলাক ভাবি যায়,—ভাবি ভাবি ওৰ নাপায়। উত্তৰ বিচাৰে, উত্তৰ বিচাৰি নাপায়।

পুনৰ তাজৰ কিছু ওচৰ চাপি গ'ল। একাষৰীয়াকৈ বহিলগৈ। মৃগেনৰ মনলৈ সেই তাহানি কালৰ কথা-বিলাক আহিবলৈ ধৰিলে। সেই তাহানিৰেই কথা। সেই তাহানিতে যেতিয়া বিয়াৰ এমাহৰ পাচত ৰংপুৰ জিলাৰ আহোম স্বৰ্গদেও সকলৰ ৰাজ কাৰেং দেখুৱাবলৈ ইৰাক লৈ গৈছিল মৃগেনে, তেতিয়া যাবৰ বাবে ইৰাই কি যে হেঁপাহ দেখুৱাইছিল। কাৰেঙৰ ওচৰ পায়েই ইৰাই কৈছিল, "ইয়াত কেৰল জিলীৰ মাতহে শুনিবলৈ পোৱা যায়। বৰুৱাই জানো কি ৰং ৰস পাইছিল ক'ব নোৱাৰোঁ। কি পাইনো তেখেতে লিখিছিল,...

"....ৰংপুৰ ৰংপুৰ, ৰং ৰসে ভৰপুৰ" বুলি।

নিলগত বিচৰণ কৰি ফুৰা ছোৱালী এটিয়ে এনেতে আবৃত্তিৰ সুৰত গাই গ'ল,—





"একবিন্দু নয়নের জল,
কালের কপোলতলে শুভ্র সমুজ্জ্বল,
এ তাজমহল।"

....হেৰাই যোৱা ভাবৰ আঁত ডাল বিচাৰি লৈ তেওঁ কি উত্তৰ দিছিল তাক ভাবিলে। তেওঁ কৈছিল "নোহোৱা আৰু নথকা ৰূপ দি লোৱা, নথকা সৌন্দৰ্য্য দান কৰি লোৱাটোৱেই হৈছে কবিৰ বিশিষ্টতা।" মিচিকিয়া হাঁহি মাৰি তেতিয়া ইৰাই কৈছিল কি? ইৰাই কৈছিল, "মই হ'লে কবিক বলিয়া বুলিহে ভাবোঁ,— কিন্তু কবিতা হ'লে মই বৰ ভাল পাওঁ।"

ভাবি গ'ল, ভাবি গ'ল মৃগেনে ভাবি ভাবি শেষ কৰিব নোৱাৰা অবান্তৰ কথাবোৰ। "কবি বলিয়া, কবিতা বলিয়ালি, কবিতা উপভোগ কৰিব পৰাজনো বলিয়া। বলিয়া নহয় কোন? বলিয়া নোহোৱা হ'লে ইৰাই আত্মহত্যা নকৰিলেহেঁতেন। বলিয়া নোহোৱা হ'লে তেওঁ নিজেও সেই নিশা সুবিমলৰ বাৰান্দাত মূৰ্চ্ছা নগ'লহেঁতেন। বলিয়া নোহোৱা হ'লে মীৰায়ো তেনেদৰে অভিনয় এখন কৰি নেদেখুৱালেহেঁতেন। ভাবিলে, "কি, কি কৈছিল মীৰাই? মৃগেনদা, ভাত খাই যাব, মই ইৰাদিলৈ বতৰা পঠাই দিওঁ।....আৰু,—আৰু

কি চিঞৰিছিল ভিতৰৰপৰা ? ভুল, ভুল, ইবাদি ভুল। তুমি মোক ভুল বুজিলা। মৃগেনদা সঁচাকৈয়ে মোৰ দাদা। স্বামী হ'বৰ অধিকাৰ তেওঁৰ নাই।"

মৃগেনৰ ভাবৰ আদি নাই, অন্তও নাই। নিজৰ অন্তৰৰ সৈতে কথা পতাটোকে বোলে ভাব। এই ভাবৰ তলি নাই আৰু জুখিবলৈও মাপ কাঠি নাই। আমাৰ ভাব বিলাক হৈছে নিজৰ কিন্তু ভাবৰ শেষটো নিজৰ নহয়। ভাব গৈ ক'ত কেতিয়া শেষ হ'ব আৰু সেই ভাবৰ প্ৰতিক্ৰিয়া কি হ'ব, আমি নাজানো।

আকৌ সেই ছোৱালী কেইজনীৰ মাজৰপৰা আবৃত্তিৰ সুৰ এটা বতাহত ভাহি আহি মৃগেনৰ কাণত প্ৰৱেশ কৰিলহি।

"চলে গেছ তুমি আজ
মহারাজ,—
রাজ্য তব স্বপ্নসম গেছে ছুটে
সিংহাসন গেছে টুটে ;
তব সৈন্যদল
যাদের চরণভরে ধরণী করিত টলমল
তাহাদের স্মৃতি আজ বায়ুভরে,
উড়ে যায় দিল্লীর পথের ধূলি-'পরে।"





…নিলগত বহি থকা যুৱকৰ দলটিৰ কোনো এটিয়ে যুৱতীসকলেৰে চুপতি কৰিবৰ অভিপ্ৰায়ে তেওঁবিলাকৰ মুখৰ কোমল সুৰৰ আবৃত্তিটো কাঢ়ি আনি পুৰুষসুলভ কণ্ঠেৰে শেষ কৰি থ'লে এনেদৰে,—

"বন্দীরা গাহে না গান,
যমুনাকল্লোলসাথে নহবৎ মিলায় না তান।
তব পুরসুন্দরীর নূপুর-নিক্কণ
ভগ্ন প্রাসাদের কোণে
মরে গিয়ে ঝিল্লিস্বনে
কাঁদায় রে নিশার গগন।"

মৃগেনে আবৃত্তিটো শুনি ভাবিলে, "সচাঁইতো, সেই 'কথা শুনি তল যোৱা', 'কটাৰীৰ ডাবে কটা' গড়গাঁৱৰ আজি অৱস্থা কি ?

সপোনৰ শেষ ৰাতি
গড়গাওঁ গ'ল উটি
কাল সাগৰৰ ঢৌ খেলি
কোনোজনে সাৰ পায়,
কোনোৱে উভতি চায়
একে থৰে আছে চকু মেলি,
ভাগে মোহ দিলে লোকে ঠেলি।"

ভাবিব নলগীয়া বহুতো অবান্তৰ কথাকে ভাবি গ'ল মৃগেনে উন্মাদৰ দৰে। "বাস্তৱ জগতে যদি কিবা এটা অগ্ৰাহ্য কৰে, সেইটো গ্ৰাহ্য কৰাবলৈ হ'লে" মৃগেনে ভাবিলে, "হ'ব লাগিব বলিয়া। বলিয়াৰ অভাৱ নাই, অনাটন নাই, দুখ-শোক একোৱেই নাই। নোপোৱা আৰু পাব নোৱাৰা বস্তু হাততে পায় বলিয়াই।" মৃগেনে ভাবিলে, "হায়! মই যদি বলিয়া হ'লোঁহেঁতেন! তেতিয়া হ'লে আজি এই নিৰ্ম্মল জোনাক নিশা, এই তাজৰ কাষত মোৰ সঙ্গিনীৰূপে মই লগত পালোঁহেঁতেন মোৰ ইৰাক, মোৰ প্ৰাণৰ ইৰাক।" এই ভাব মৃগেনৰ মনত উদয় হোৱাৰ লগে লগে মৃগেনৰ চকুৰ আগত জিলিকি উঠিল নিজ পৰিবাৰ ইৰাৰ প্ৰতিচ্ছবি, ইৰাৰ সেই শেষ দিবসৰ দেহাভৰণ, মৃগেনৰ কাণত পৰিল ইৰাৰ শেষ কণ্ঠস্বৰ ....মনলৈ আহিল কেনেকৈনো ইৰাই সেইদিনা খিল্ খিল্কৈ হাঁহিৰ আলোড়ন তুলিছিল, কেনেকৈ মৃগেনৰ ভৰিত পৰি সেৱা কৰিছিল আৰু কেনেকৈ ইৰাই প্ৰকাৰান্তৰে তেওঁৰ পৰা বিদায় লৈ গ'ল। তাৰ আগ নিশা দেখা সেই অমঙ্গলীয়া সপোনটো ইমান সোনকালে যে ফলিয়াব মৃগেনে ভাবিব পৰা নাছিল।

ভাবসমুদ্ৰত ডুব মাৰি তন্ময় হৈ থকা অৱস্থাতেই





মৃগেনে শুনিবলৈ পালে হিঃ হিঃ হিঃ হিঃ কৰে এটা হাঁহিৰ ধ্বনি। মৃগেনৰ ভাৰ চিন্তাৰ সপোন পলকতে নিলগ হ'ল। ইফালে সিফালে ঘূৰি চাই দেখে যে তেওঁ নিজ হাতে পুৰি ছাই কৰি অহা তেওঁৰ প্ৰিয়তমা ভাৰ্য্যা ইৰা আহি নিচেই কাষৰতে ঠিয় হৈ প্ৰশ্ন কৰিছে, "উঠক, গা ধোৱেনে মুখ ধোৱে ধোৱক, মোৰ চাহ হ'ল।"

"ই-ৰা" বুলি মৃগেনে যিটো চিঞৰ মাৰিলে, দূৰৈত বিচৰণ কৰি থকা পুৰুষ-মহিলা, ডেকা-গাভৰু সকলোৰে চকু থিৰ হৈ পৰিল সেইফালে। ছোৱালী তিনিজনীয়েও কৌতূহলবশতঃ অলপ আগ বাঢ়ি আহি মৃগেনক দেখা পাই মন্তব্য কৰি গ'ল এই বুলি,—

"অ' অথনিৰ সেই পগলাটো। তাক দেখিয়েই বুজিব পাৰিছিলোঁ মূৰত 'চিৎ' এটা আছে বুলি।".... সকলো লাহে লাহে আঁতৰি গ'ল।

* * * *
* * *
* *

সেই বছৰৰ পূজাটো কলিকতাতে কটোৱাৰ দিহা কৰি মৃগেনে আহি হোটেল এটাতে স্থান ল'লেহি। পূজাৰ সময় বুলিলে কলিকতা মহানগৰী বিপুল পয়ো-

ভৰে সচাঁকৈয়ে মহান নগৰীলৈকে পৰিণত হয়। লোক-সংখ্যা স্ফীত হৈ পৰে বহু গুণে। পুৰুষতকৈ মহিলাৰ সংখ্যা বহুত বেচি যেন অনুমান হয়। তাতে সেই লোক সমাগমৰ ভিতৰত যেতিয়া দেখা পোৱা যায়, তিৰোতা বিলাকে কোঁচত এটা, হাতত দুটা, আগে পিচে গোটা-চেৰেক আমা-ডিমা ল'ৰা ছোৱালী লৈ কমলালয়ত মকৰাৰ জাল হেন সাড়ী পচন্দ কৰাত ব্যস্ত হৈ লগৰ লৰা-ছোৱালী কোন কেনি গ'ল বা যাবৰ উপক্ৰম কৰিছে সকলো পাহৰি বিক্ৰীদাৰসকলেৰে মহলা মাৰি থিকিন্দালি তুলিছে আৰু যেতিয়া দেখিবা সেই পুৰুষসকলে আও-পাকে বুজাই মেলিও সস্তীয়া কাপোৰৰ ফালে দৃষ্টি আকৰ্ষণ কৰিবলৈ আপ্ৰাণ চেষ্টা কৰি ভাগৰি পৰিছে, ইফালে আকৌ 'টি-ৰূম'ৰ ওচৰতে সেই লৰা ছোৱালী বিলাকে টানি টুনিও বাপেকহঁতক চাহৰ দোকানলৈ নিব নোৱাৰি আটাহ পাৰি গছৰ পাত সৰাইছে, আৰু সৰ্ব্বশেষত যেতিয়া দেখিবা ওঠৰখনমান দোকান ঘূৰি ঘূৰি শে-দেৰশমান পৰিচিত অপৰিচিতৰে চুপতি মাৰি পুৰুষসকলৰ জেপ উদং কৰি সন্ধিয়াৰ লগে লগে সেই সকল পুৰুষৰ লগতে ঘৰলৈ বুলি ঘূৰি আহিছে, তেতিয়াহে বুজিব পাৰি যে তেওঁবিলাকৰো কিজানি ঘৰ





এখন আছে। আমাৰ দেশৰ আইসকলে দল বান্ধি ঘৰত তলা লগাই নিজৰ ৰূপ-লাৱণ্যৰ প্ৰদৰ্শনীৰ আখৰা দিবলৈ চেষ্টা কৰি দোকানে পোহাৰে ঘূৰা ঘূৰি কৰি ঘৰুৱা সংসাৰ নেওচাত নিউৱাৰ প্ৰথা বা ৰীতি অতি বিৰল বাবেই কিজানি মৃগেনৰ চকুত এই খুঁতি-নাতিবিলাক বৰ বেচিকৈ ধৰা পৰিছিল। মৃগেনে তেতিয়াহে বুজিলে, অসমীয়া হৈ জন্মগ্ৰহণ কৰা, অসমীয়া গাভৰুৰে ঘৰ-সংসাৰ পাতি জীৱন নিৰ্ব্বাহ কৰাত কি সুখ, কি শান্তি। "তিৰোতাই চাই হাতলৈ" বোলা ফকৰাটো কোন শতুৰুৱে অসমীয়া ফকৰা, যোজনা, পটন্তৰৰ মাজত ঠাই দি অসমীয়া নাৰী-সমাজক হেয় প্ৰতিপন্ন কৰিব খুজিছে কোনে ক'ব ? 'হাতলৈ চোৱা' তিৰোতা অসমীয়া নাৰী-সমাজত অতি বিৰল। দুই এগৰাকীয়ে বঙালী নাটক উপন্যাস পঢ়ি হাতলৈ চাবলৈ শিকিলেও তাৰ বাবে সদৌ অসমীয়া নাৰী-সমাজকে কলঙ্কিত কৰা বৰ অন্যায়। আৰু ভাবিলে যে এই নাৰীজাগৰণৰ দিনত 'পলমে ঘৰ সোমালে ভাত নিদিওঁ' বুলি প্ৰস্তাৱ গ্ৰহণ কৰা কালত, নিশ্চয় আমাৰ আইসকলে এদিন নহয় এদিন, এনে আপত্তিজনক পটন্তৰ অসমীয়া ভাষাৰপৰা Expunge অৰ্থাৎ বিলুপ্ত কৰিবৰ কাৰণে প্ৰস্তাৱ গ্ৰহণ কৰিব।

পূজাৰ কালছোৱা মৃগেনৰ পক্ষে মহাপ্ৰলয় যেনহে লাগিল। হোটেলৰ ভিতৰতে দিন কেইটা কটাই দিলে। কেতিয়ানো পূজাটো পাৰ হৈ যায়, তাকেহে কেৱল চিন্তিব ধৰিলে।

অসমলৈ আহোঁ বুলি প্ৰায় ঠিক কৰিও বন্ধ কৰিব লগীয়া হ'ল অকস্মাতে। সেইদিনা হোটেলৰ দেনা সকলো শোধ কৰি বয় বস্তু পৰ্য্যন্ত বন্ধা কুৰা প্ৰায় হৈ গ'ল। জোতাযোৰ নুৰিয়াবলৈ বুলি বাতৰি কাকত-খন পাৰি লওঁতেই অকস্মাতে চকু পৰিল তাত প্ৰকাশ পোৱা বিজ্ঞাপন এখনত,—"সীমান্ত বীমা কোম্পানীৰ" বিজ্ঞাপন। অসমৰ বাবে এজন সুশিক্ষিত অভিজ্ঞতা-সম্পন্ন 'অৰ্গেনাইজাৰ'ৰ বোলে প্ৰয়োজন। "তেনেহলে", মৃগেনে ভাবিলে, "সুবিমলৰ কি হ'ল।"

মৃগেনে যাত্ৰা বন্ধ কৰি কলিকতাৰ হেড্ অফিছত এই বিষয়ে শুং সূত্ৰ লবৰ বাবে তাতে দুই এদিন থকা-কেই স্থিৰ কৰিলে। পূজাৰ বন্ধ খুলিবলৈ তেতিয়াও দিন দিয়েক বাকী। তেওঁৰ নিচিনা ধীৰ, স্থিৰ, অমায়িক লোক এজন ভালেদিন হোটেলত বাস কৰি দেশলৈ আহিবলৈ ওলোৱাত ঠাকুৰ চাকৰবপৰা মেনেজাৰলৈকে সকলোৰে বেজাৰ পাইছিল। পুনৰ থকাটো হোৱাত সকলোৰে





ভাল পালে যদিও পূৰ্ব্বৰ কথা মতে সেই পোন্ধৰ নম্বৰী কোঠাটো অন্য এজনক দিয়া হ'ব বুলি আগ ধন পৰ্য্যন্ত লৈ থোৱাতহে অলপ বিমোৰত পৰিল। তাতে আকৌ ন আগন্তুক আছিল লুইতপৰীয়া ডেকা। এই 'আবৰী' দেশৰ মানুহৰ যে আসৈ পোৱা টান সেই কথা হোটেলৰ বঙালী মেনেজাৰজনে বৰ ভালকৈয়ে জানে। তেওঁৰ পূৰ্ব্বৰ অভিজ্ঞতাই তেওঁক শিকাই থৈছে যে লুইতপৰীয়া ডেকাৰ মুখখনতকৈ হাতখন বেচিকৈ চলে। মেনেজাৰৰ চকুৰ চেলাউৰিৰ ওপৰত থকা কটা দাগটোৱে সেই কথা মূৰ ফণিয়াবৰ সময়ত সদায়েই মনত পেলাই থাকে।

সি যি কি নহওক, মেনেজাৰৰ বিপদৰ কথা শুনি মৃগেনে নিজেই মেনেজাৰক ক'লে বোলে চিন্তা নকৰিলেও হ'ব। সেই দুটা দিন ন-আগন্তুকক তেওঁৰ কোঠাতেই ৰাখিব। মেনেজাৰেও স্বস্তি বোধ কৰিলে।

সেই নিশা মৃগেনৰ কোঠাৰ অংশ গ্ৰহণ কৰিলেহি পুৰণিগুদামৰ বিশ্ব হাজৰিকাই। অসমৰে মিঃ এম্ বৰুৱাৰ লগতে একেটা কোঠাতে দিন চেৰেক থাকিব লগিব বুলি কোৱাত তেওঁৰ বিশেষ আপত্তি নোলালে। কথা চহকী আৰু সবৰৰহী বিশ্ব হাজৰিকাৰ পক্ষে সেয়ে যথেষ্ট

পৰিচয়—বিশেষ চা চিনাকিৰ প্ৰয়োজন নহ'ল। কোঠাত মৃগেনক লগ পায়েই "মিঃ বৰুৱা" বুলি সম্বোধন কৰি বহুদিনীয়া চিনাকি বন্ধুৰ নিচিনাকৈ অনৰ্গল কথা কৈ গ'ল আৰু তেওঁৰ সেই দীঘলীয়া কথাৰ মাজে মাজে তেওঁৰ মুখত প্ৰকাশ পালে বীমা সম্বন্ধীয় নানান শব্দাৱলী। 'হ'ল লাইফ্', 'এন্ডাউমেণ্ট', 'জইণ্ট লাইফ্ পলিছি' আদি উচ্চাৰণ কৰোঁতে থোতা-মোজা লগা শব্দ বিলাক তেওঁৰ মুখৰপৰা ধাৰাবাহিকৰূপে প্ৰকাশ পোৱাত মৃগেনৰ আৰু বুজিবলৈ বাকী নৰ'ল হাজৰিকাৰনো ব্যৱসায় কি। কথাপ্ৰসঙ্গত মৃগেনে ক'লে যে তেওঁ নিজেও সীমান্ত বীমা কোম্পানীত পঁচিশ হেজাৰ টকাৰ বীমা কৰাইছিল, কিন্তু কিস্তি দিয়াহে বোলে নহ'ল। কথাটো শুনিয়েই হাজৰিকাই সীমান্ত বীমা কোম্পানীৰ কথা দহখন মুখে শলাগিবলৈ ধৰিলে আৰু ক'লে বোলে সেই সুবিখ্যাত কোম্পানীৰ পূৰ্ব্বৰ অৰ্গেনাইজাৰজনক চাকৰিৰপৰা অপসাৰণ কৰাত তেওঁকেই হেনো কোম্পানীয়ে 'ইণ্টাৰভিউ'ৰ কাৰণে মাতি পঠাইছে আৰু তেওঁ বোলে কামটো পোৱাৰ আশাও আছে।

হাজৰিকাই কাম পাওক নাপাওক, সুবিমলৰ বিষয়ে শুনিবলৈ আৰু জানিবলৈ মৃগেনৰ প্ৰৱল ইচ্ছা হ'ল।





কথোপকথন বহুত নিশালৈকে চলিল। হাজৰিকাই কৈ গ'ল—তেওঁ বোলে সীমান্ত বীমা কোম্পানীৰ পূৰ্ব্বৰ অৰ্গেনাইজাৰ সুবিমল মৈত্ৰৰ নাম শুনিছে কিন্তু পৰিচয়হে নাই হেনো। সেই সুবিমলৰ ঘৈণীয়েক যে দুশ্চৰিত্ৰা সেই কথা বোলে হাজৰিকাই ভালকৈয়ে জানে আৰু তাইৰ চৰিত্ৰৰ বাবেই তাইক বহুত দিন বিয়া দিব নোৱাৰাত বাপেক ৰলিয়া হ'ল বুলিও মানুহে কয়। সেই সুবিমলৰ ঘৈণীয়েকৰ লগত মৃগেন নামৰ অসমীয়া বিবাহিত যুৱক এজনৰ বোলে চলিছিল গুপ্ত প্ৰণয়। সুবিমলেও সেই কথা নজনা নহয়। কিন্তু সেই মৃগেনৰ যোগেদি তেওঁৰ ব্যৱসায়ত বহুত উন্নতি হোৱাত সকলো লীলাখেলাৰ বিষয়ে জানিও নজনাৰ ভাও ধৰিয়েই বৈ গ'ল বহুত দিন।

"মূঠতে মিঃ বৰুৱা, সীমান্ত বীমা কোম্পানীৰ প্ৰকৃত কৰ্ম্মী আছিল সেই মৃগেনহে। সুবিমলৰ নিজৰ অৰ্থ তাৰ পূৰ্ণযৌৱনা তিৰুতাৰ ওঁঠৰ মিচিকনি আৰু কটাক্ষ বাণৰ বাহিৰে বোলে একোৱেই নাছিল!" এই কথাষাৰ সাং কৰিয়েই বিশ্ব হাজৰিকাই এটা অন্তৰ খোলা হাঁহি মাৰিলে। মৃগেনে কিন্তু সেই হাঁহিত যোগ দিব নোৱাৰি মনে মনে গম্ভীৰ হৈ বহি থাকিল। হাজৰিকাই আৰু

কৈ গ'ল যে তেওঁবিলাকৰ গুপ্ত প্ৰণয়ৰ কথা গম পাই মৃগেনৰ ঘৈণীয়েকে কৰিলে আত্মহত্যা আৰু সকলো কথা প্ৰকাশ হৈ পৰাত মৃগেন অন্তৰ্দ্ধান হ'ল। "ইফালে আকৌ" শুনক বৰুৱা, "তাইৰ প্ৰেমীকক হেৰুৱাই সুবিমলৰ ঘৈণীয়েকো হ'ল পাগলী। তাই নিজৰ সন্তান-টোকো বোলে ডিঙিত টেপাদি বধ কৰিলে। কি ক'ম মিঃ বৰুৱা, কিমান শুনিব ? এখন নভেল আৰু।"

হাজৰিকাৰ কথাবোৰ শুনি শুনি মৃগেনৰ মনৰ অৱস্থা কেনি ঢাল খালে তেওঁ নিজেই বুজিব নোৱাৰিলে। এবাৰ ভাবে নিজৰ চিনাকি দি আচল কথাটো কৈ দিব। আকৌ ভাবে, "কি প্ৰয়োজন ? শুনিয়েই থাকোঁচোন আমাৰ মানুহ বিলাকৰ মনৰ ধাৰণানো কেনে।" "শুনক বৰুৱা, শুনক" বুলি মৃগেনৰ উদাস মনটো টানি আনি হাজৰিকাই পুনৰাই আৰম্ভ কৰিলে, "কলঙ্কিনী বেশ্যাজনীকে ইফালে মূৰত লৈ নাচিছে সেই তিকুতাসেৰুৱা বঙাল-টোৱে। ক'ত তাইক পৰিত্যাগ কৰিব, তাইৰ লগতে দিনে নিশাই লাগি থাকে। থাকিবৰ অৱশ্যে কথাও। তাইৰ পৰাই যে সুবিমলৰ ঘৰ সংসাৰ চলিছিল। ইফালে সিজন অন্তৰ্দ্ধান হোৱাত সুবিমলৰ ব্যৱসায় কমি গ'ল। কোম্পানীয়েও কামৰপৰা খেদি দিলে। কোম্পানীক





লাগে কাম। 'মই প্ৰেমত পৰিছোঁ বাবে ভাল কাম দেখুৱাব নোৱাৰিলোঁ,' 'মই কলঙ্কিনীৰ কলঙ্ক মোচন কৰিছোঁ'—এই বিলাক কৈফিয়ৎ কোম্পানীৰ ওচৰত নাখাটে।...কিমান শুনিব মিঃ বৰুৱা হাঃ হাঃ হাঃ.... নাৰীৰ চৰিত্ৰ! "

হঠাতে মৃগেনে কোঠাৰ বাহিৰত স্পষ্ট শুনিবলৈ পালে,—"ভুল, ভুল, ইৰাদি ভুল। তুমি মোক ভুল বুজিলা। মৃগেনদা সচাঁকৈয়ে মোৰ দাদা, স্বামী হ'বৰ অধিকাৰ তেওঁৰ নাই।" শুনাৰ লগে লগে মৃগেনেও উন্মাদৰ নিচিনাকৈ একে জাপেই উঠি দুৱাৰ মেলি বাহিৰ পালেগৈ। হাজৰিকাই মৃগেনৰ গতিটো দেখি ভয় খাই গ'ল। বাহিৰলৈ ওলাই হাজৰিকাই দেখেগৈ যে নীৰৱ নিস্তব্ধ অৱস্থাত মৃগেন থিয় হৈ আছে। ৰ লাগি শূন্যৰ ফালে চাই থকা চকু যোৰত যেন জুইৰ আঙনিহে ফুটি ওলাইছে। ঘনাই লোৱা নিশ্বাসত কঁপি থকা বুকুখন দেখি হাজৰিকা অতিকৈ বিচলিত হ'ল যদিও মাত দিলে, "বৰুৱা, কি হ'ল ?"

উত্তৰ নাই। পুনৰ দুই এবাৰ মাত দিয়াত মৃগেন সুস্থ হৈ হাজৰিকাৰ লগত আহি পুনৰ কোঠাত প্ৰবেশ কৰি বিচনাত পৰিলগৈ। কিন্তু দুয়োৰে চকুত টোপনি নাই।

মনৰ আৱেগ আৰু অনুশোচনাত ক্ষত-বিক্ষত অন্তৰৰপৰা বৈ অহা চকুলোৰ বাবেই মৃগেনৰ চকুৰ টোপনি পলাই ফাট মাৰিলে। "ভাল উন্মাদটোৰ লগত সং হ'ল। ৰাতি বা কৰে কি?" এই বুলি শোৱা পাটিৰপৰা মূৰ দাঙি দাঙি হাজৰিকাই মৃগেনৰ গতিবিধি লক্ষ্য কৰি থাকোঁতেই ইফালে ফেহুঁজালি দিলে। হাজৰিকা যেন ৰক্ষা পৰিল। প্ৰাতঃভ্ৰমণাৰ্থে হাজৰিকা ওলাই গ'ল। ঘূৰি পকি দুপৰিয়া ভাত খাবলৈ বুলি হোটেল পায়েই হাজৰিকাই বতৰা পালে যে বিশেষ জৰুৰী কামত হঠাতে মিঃ বৰুৱা দেশলৈ যাব লগীয়া হ'ল। কথাটো শুনি হাজৰিকায়ো যেন উশাহ লৈ জীলে। প্ৰকাশ্যে তেওঁ মেনেজাৰক ক'লে তেওঁৰ কোঠাত যেন আৰু কাকো ঠাই দিয়া নহয়।

*   *   *   *

*   *   *

*   *

গাড়ীখন সুবিমলহঁতৰ ঘৰৰ কাষেদিয়েই পাক মাৰি লৈ যোৱাৰো এটা উদ্দেশ্য আছিল মৃগেনৰ। চাবৰ ইচ্ছা সুবিমলহঁত আছেনে নাই। কিন্তু ঘৰৰ সন্মুখত "উদ্বাস্তু শিবিৰ" বুলি লিখি থোৱা জাননীখনেই জনাই দিলে





তেওঁ লোক নাই বুলি। বৰ ধিক্কাৰ আহিল মৃগেনৰ মনলৈ। "......কিয় মই গয়ালৈ যোৱাৰ আগতে মাত এষাৰ দি নগ'লোঁ? আজি এই আঠ-ন মাহে মই চিঠি এখন দি খবৰ এটাকে ল'ব নাপাওঁনে? মীৰাৰ সেই দুখলগা অৱস্থা দেখি গৈয়ো ইমান দিনে খবৰ এটা নকৰিলোঁ। কি ভাবিছে সিহঁতে? তিৰোতাৰ মৃত্যু কেৱল জানো মোৰেই ঘটিছে? আনৰ তিৰোতা মৰা নাই জানো? তাকে লৈ মই ইমান উদাসীনতা দেখুৱাব পাওঁনে? তাই মোক ইমান আপোন ভাবিছিল,—আৰু মই?" —ভাবৰ দোমোজাৰ মাজেদিয়েই ঘৰ পালেগৈ। ঘৰ, সেই তাহানিৰেই ঘৰ খন। ৰামবিলাসৰ চিৰপৰিচিত হাঁহিটোৱে অভ্যৰ্থনা জনালে ঘৰৰ গিৰিহতঁক। আৰু কোনো নাই। খিড়িকীৰ পৰ্দ্দাৰ ফাকেদি ধুনীয়া পৰিচিত চকু হালিয়ে 'কোননো আহিছে (?)' বুলি কৌতূহলি ভাব এটাৰে জুমি চোৱা নাই। 'কিয় অহাৰ খবৰ নিদিলে (?)' বুলি অভিমান কৰি দেখুৱাবলৈও তেওঁৰ ঘৰত কোনো নাই!

'গেইট' খনৰ ভিতৰলৈ সোমায়েই মৃগেনে লক্ষ্য কৰি চাই দেখে যে ইৰাৰ সেই মৰমৰ ৰঙা গোলাপজুলি দমৰা এটাই ভালকৈ টকালিছে। পুৰণা ভৃত্য ৰামবিলাসে

আজি প্ৰথমবাৰৰ কাৰণে মৃগেনৰপৰা বকনি শুনিবলৈ পালে। বকনি খাই ৰামবিলাসে যিমান দুখ পালে, বকনি দি মৃগেনৰ তাতোকৈ বেচি দুখ লাগিল।

ৰামবিলাস। পছিমীয়া মানুহ। দেশ ক'ত, জন্ম ক'ত, সি নিজেও নাজানে। ৰামবিলাস হৈছে মৃগেনৰ দেউতাকৰ দিনৰে পুৰণা বন্ধা। ঘৰুৱা সুখ দুখ সি সমানে অনুভৱ কৰি গৈছে। মৃগেনক কেঁচুৱাতে কোলাত লৈ তুলিছিল এই ৰামবিলাসে। মাতৃ-বিয়োগত সান্ত্বনা দিছিল ৰামবিলাসে তাৰ কেও কিছু নোহোৱা অকল-শৰীয়া জীৱনটোলৈ আঙুলিয়াই দি। মৃগেনৰ বিবাহ উৎসৱত আগ ৰণুৱা আছিল ৰামবিলাস,—ন ছোৱালী ইবাৰ প্ৰতি মৰম আৰু চেনেহত পমি গৈছিল ৰামবিলাস —ইবাই সন্তানৰ মুখ দেখিবৰ বাবে বট গছজোপাৰ তলত শনিবাৰে শনিবাৰে মনে মনে পূজা দি আহিছিল ৰামবিলাসে আৰু সেই আকাঙ্ক্ষা কৰিয়েই ইবাৰ হাতত আৰু কঁকালত দেশৰমানে মাদুলি, তাবিজ আনি ওলোমাই দি শান্তিৰ সূচনা কৰিছিল এই ৰামবিলাসেই। মাতৃ-বিয়োগ, পিতৃ-বিয়োগ, পত্নী-বিয়োগাদিত লগতে থকা ৰামবিলাসে ককৰ্থনা খাব লগীয়া হ'ল, সামান্য গছ পুলি এটাৰ বাবে। জীৱনত সকলো হেৰুৱাই গছপুলি এটাৰ





বাবে তেওঁৰ প্ৰাণে আজি কান্দিছে,—সামান্য ফুল গছৰ পুলি এটাৰ বাবে।

চকিত ভাবে মৃগেনে চালে ৰামবিলাসলৈ। তাৰ চকুত ধল। অশিক্ষিত হ'লেও ৰামবিলাসৰ এটা প্ৰাণ আছে; পছিমীয়া হ'লেও তাৰ মনত আবেগ আছে; অনাত্মীয় হলেও দীৰ্ঘকাল একেলগে থকাত ৰামবিলাসৰ কাৰণে সেই মৃগেনেই আছিল পৰম আত্মীয়। ৰামবিলাসৰ চকুত প্ৰকাশ পোৱা ধল আছিল কেৱলমাত্ৰ বহুত দিনৰ মূৰত মৃগেনক পাই মনৰ আনন্দত প্ৰকাশ পোৱা ধল। মৃগেনৰ সোণৰ সংসাৰখন ছাৰখাৰ হৈ যোৱাত মনৰ কষ্ট আৰু মৃগেনৰ প্ৰতি সহানুভূতিৰ প্ৰতীকস্বৰূপে প্ৰকাশ পাইছিল ৰামবিলাসৰ চকুত ধল। জীৱনত সকলো হেৰুৱাই নিজ পত্নীয়ে নিজ হাতে ৰোৱা গোলাপজুপিৰ বাবে অতি প্ৰিয় ভৃত্য ৰামবিলাসক সৰ্ব্বপ্ৰথমবাৰৰ কাৰণে বকনি ধৰাৰ অৰ্থৰ অন্তৰালত থকা সুমধুৰ ভাব আৰু করুণ বিননিয়ে অশিক্ষিত, আড়ম্বৰহীন, প্ৰকাৰান্তৰে কৰ্কশ জাতিৰ ৰামবিলাসৰো চকুত জিলিকালে ধল। তাকে দেখি মৃগেনৰ চকুযোৰো সেমেকি পৰিল। মৃগেনৰ মনৰ ভাব ৰামবিলাসে বুজি ল'লে তৎক্ষণাতেই। লৰালৰিকৈ গৈ ঘৰৰ দুৱাৰখন মেলি দিলে। মৃগেন

সোমাই গ'ল। অভ্যৰ্থনা জনাবলৈ নাই,—কোনো নাই।

আজি ন মাহৰ মূৰত মৃগেন আহি ঘৰ সোমাইছেহি। ঘৰ। চাল দুখন আৰু বেৰ চাৰিখনেই ঘৰ হ'ব নোৱাৰে, তাৰ মাজত লাগে এটি হাঁহি, এটি মিচিকনি,—ঠেহ-পেছ, অভিমান আৰু জঞ্জাল। ফুল-বাৰী, ফল-বাৰী সমন্বিতে বংশগৌৰৱ, ধনবল আৰু আভিজাত্যৰ পৰিচয় দিব পৰা নানান চিত্ৰ কলাৰে সজ্জিত, আচ্‌বাব-পত্ৰৰে পৰিপূৰ্ণ সুবৃহৎ অট্টালিকাটোকো ঘৰ বোলা অনুচিত, যদিহে তাত আনন্দ-উচ্ছ্বাস আৰু এখনি হিয়াৰ অভাব হয়। ঘৰ হৈছে প্ৰেম আৰু আনন্দৰ আশ্ৰয়ৰ স্থান, শান্তিৰ আলয়, প্ৰাচুৰ্য্যৰ ভৰন,—য'ত ক্লান্ত অৱস দেহাই বিচাৰি পায় একণি শান্তি। মৃগেনৰ সেই পিতৃপিতামহৰ দিনৰে ঘৰখন, পিতৃ-মাতৃৰ স্নেহ-জড়িত ঘৰখন, পত্নী ইৰাদেবীৰ হাতৰ পৰশত হাঁহি থকা ঘৰখন, আজি মৃগেনৰ প্ৰতি অগ্নিকুণ্ড যেন লাগি পৰিল। পাৰিবাৰিক সুখ শান্তি বিবৰ্জ্জিত ঘৰখনত শান্তিৰ হুমুনিয়াহ এটা পেলাবলৈ ঠাই নাই। সেই বিৰাট ঘৰ দুৱাৰত কেৱল মাত্ৰ টুং-ঙ-ঙ-ঙ কৰে এটা ক্ষীণ করুণ শব্দই জনপ্ৰাণী হীনতাৰ প্ৰমাণ-স্বৰূপে বাজি আছে চিৰদিন। নীৰৱতা, কেউফালে





নীৰৱতা। নীৰৱতাৰ মাজতো যেন কোনোবাই কিবা এষাৰি কৈ যায়,—আকাশী বায়ুত যেন কাৰোবাৰ মাত শুনা যায়। মৃগেনে ভাবিলে,—সঁচাকৈয়ে নীৰৱতাৰো নিজস্ব এটা ভাষা আছে।

ৰজাই হওক বা খৰিভাৰীয়েই হওক, নিজৰ ঘৰখনত শান্তি উপভোগ কৰিব পৰাজনকেই সুখী বুলিব পাৰি। অসুখীয়া মৃগেনে নিজ ঘৰত একণি শান্তিৰ ৰেঙণি দেখিবলৈ নাপালে। কেইদিনমান থাকিয়েই এটা যুগ কটোৱা যেন অনুভৱ কৰিলে। এই কেইদিনতে মৃগেনে অনু-সন্ধান কৰি বুজিব পাৰিলে যে মীৰাৰ অসুখ দিনক দিনে বেচি হোৱাৰ বাবে সুবিমলে মাহচেৰেক ছুটী ল'ব লগীয়া হৈছিল। ঘৰুৱা অসুখ—অশান্তিৰ দোহাই দি তেওঁ ছুটীৰ ওপৰত ছুটী বিচৰাত কোম্পানীয়েও ছুটী দি থ'লে আজীৱন কালৰ বাবে। নিবন্নুৱা অৱস্থাত কিছু দিন থকাতহে সুবিমলে বুজিব পাৰিলে নিবন্নুৱা অৱস্থানো কি? 'ইন্‌ছিওৰৰ কেছ'ৰ আশাত দিনে নিশাই জোক লগাদি লাগি থকা ডাঃ ঘোষে সুবিমলৰ ঘৈণীয়েকক উন্মাদিনী অৱস্থাত দেখিও সুবিমলহঁতৰ ঘৰলৈ যোৱাটো পাতল কৰি আনিলে আৰু অৱশেষত সুবিমলে তেওঁক মাতিও আনিব নোৱাৰা হ'ল। স্বাৰ্থ! ইয়াকেই বোলে

স্বাৰ্থ। নিজৰ ভাগ্য অন্বেষণকাৰীক স্বাৰ্থপৰ বুলিব নোৱাৰি। ওচৰ চুবুৰীয়া অথবা বন্ধু-বান্ধৱ, ইষ্ট-কুটুম্বৰ প্ৰতি অৱহেলা কৰাজনকহে বোলা হয় স্বাৰ্থপৰ। কেৱল মাত্ৰ নিজৰ সুবিধাৰ বাবে যি মানুহ জীয়াই থাকে সেই মানুহৰ মৃত্যুৱে সেই সুবিধাখিনি পৃথিবীক দান কৰে।

মৃগেনৰ সহায় আৰু সহানুভূতিৰ যোগেদি গঢ় লৈ অহা সুবিমলৰ ভাগ্যটোৰ আগত চাকৰি যোৱাৰ লগে লগে "দূৰ" উপসৰ্গটো লগ লাগি তেওঁক দূৰ্ভগীয়া কৰি তুলিলে। অৱস্থা পতনৰ লগে লগে তথাকথিত বন্ধু-বান্ধবো দূৰ হৈ গ'ল। এয়ে হৈছে সংসাৰৰ নীতি;—ইয়াত আচৰিত হ'ব লগীয়া একো নাই। 'স্থান এৰিলে মান এবাৰ সমান' এই কথাষাৰিৰ ওপৰত বেচিদিন আৰু আস্থা ৰখা সুবিমলৰ পক্ষে সম্ভৱ নহ'ল। যি ঠাইত এদিন নিজৰ প্ৰতিপত্তি আছিল, সেই প্ৰতিপত্তি ক্ৰমাত হ্ৰাস পাই অহাত সেই স্থানকে পৰিত্যাগ কৰা বাঞ্ছনীয় বুলি সুবিমলে স্থিৰ কৰিলে। সুবিমল অকল। বন্ধু মৃগেন আৰু বৌদি ইৰা নাই। নিজৰ পত্নী মীৰাও উন্মাদিনী। বন্ধু-বান্ধৱ আত্মীয়-স্বজন সকলোবিলাকেই আঁতৰ হ'ল সুবিমলৰ অৱস্থা পতনৰ লগে লগে। নিজেই যি ঠিক কৰিলে, তাকেই কাৰ্য্যত পৰিণত কৰিলে।





সকলো বয়-বস্তু বেচি দি অজান দেশলৈ বুলি নিজৰ জীৱনতৰী পাৰি দিলে। লগত উন্মাদিনী মীৰা আৰু কোনো নাই।

সিহঁত হালৰে দুৰৱস্থাৰ কথা শুনি মৃগেনৰ ভগ্ন হিয়া চূৰমাৰ হৈ গ'ল। পত্নীবিয়োগৰ পিচতে বন্ধু-বিচ্ছেদ, সহ্য কৰে কেনেকৈ? ঘৰত আৰু মৃগেনৰ মন নবহা হ'ল।

* * *

* * *

* *

পৈতৃক সম্পত্তি পুত্ৰৰ ধাৰত হস্তান্তৰিত হোৱা পটন্তৰ অলেখ। ধাৰ। ধাৰৰ ধাৰ অতিমাত্ৰাই চোকা। পাপ আৰু আলস্যতা হৈছে শত্ৰু, ধাৰ বা ঋণ হৈছে মহাশত্ৰু বা গুপ্ত শত্ৰু। ধাৰ কৰা বা ধাৰ লগোৱাটো হৈছে দৰিদ্ৰতাৰ সহোদৰ ভাই। দৰিদ্ৰতা হৈছে কষ্টকৰ, ধাৰ হৈছে সৰ্ব্বনাশক। এই ঋণত পৰি কক্ বকাই সৰ্ব্বস্বান্ত হোৱা লোক অসমত অতিমাত্ৰাই বেচি। ধাৰৰ প্ৰকোপত পৈতৃক মা-সম্পত্তি জলাঞ্জলি দি টউনৰপৰা উঠি গাঁৱলৈ লৰ ধৰা, গাঁৱতো কাবুলীৰ হাতৰপৰা মান ইজ্জত ৰক্ষা কৰিবৰ অৰ্থে লাম-লাকটু বেচি দিবলৈ বাধ্য হোৱা বহুত দেখা যায়। কিন্তু ধাৰ-ঋণৰ দায়ত

নপৰাকৈ অতীতৰ স্মৃতি-জড়িত বোপা-ককা দিনৰে চিৰ-চেনেহৰ ঘৰ-ভেটি সাগৰমল বাবুক যৎসামান্য মূল্যত বিক্ৰী কৰি দিয়া মাত্ৰ এজন মানুহ আমি দেখিছোঁ—তেওঁ হৈছে মৃগেন। পৈতৃক সা-সম্পত্তি সমুদায় বিক্ৰী কৰি তেওঁ জিলা পৰিত্যাগ কৰিলে,—ৰামবিলাসে কিন্তু মৃগেনৰ লগ নেৰিলে।

ধনৰ বল বৰ বেচি। বহুতে ক'ব পাৰে ধনে মানুহ নকৰে বুলি। কিন্তু প্ৰকৃততে ধনেই মানুহ কৰে। ধনেই সৰ্ব্বস্ব। ধন বিহীন হোৱা হ'লে কেৱল পত্নী-বিয়োগৰ বাবেই মৃগেনে সেই পৈতৃক সম্পত্তি হস্তান্তৰ কৰি দেশ-ত্যাগী নহ'লহেতেন। মনতে তেওঁ ভাবিছিল, প্ৰয়োজন হ'লে তাতোকৈ ভাল ঘৰ সজাই ল'বলৈ কেতেপৰ লাগিব যদিহে তেওঁ হেৰোৱা শান্তি ঘূৰাই পায়। কিন্তু সেই অতীতৰ স্নেহ-বিজড়িত স্মৃতিবিলাক পৰিবনে ধনৰ বলত ক্ৰয় কৰিব? আজিৰ দিনত কিন্তু ধনৰ বল বৰ ডাঙৰ বল। ধনে কৰিব নোৱাৰা কাম নাই। নিজৰ মনুষ্যত্ব পৰ্য্যন্ত ধনৰ কাৰণে জলাঞ্জলি দিয়া লোকৰো অভাৱ নাই। আধ্যাত্মিকতা বাদ দি এয়ে হৈছে বাস্তব জগতত টকাৰ মহিমা। নহলে আমি দৃঢ়তাৰে সৈতে ক'ব পাৰোঁ যে টকাই আজি পৰ্য্যন্ত





মানুহক সুখী কৰিব পৰা নাই। মানুহক সুখ দান কৰিব পৰা এনে কোনো গুণেই টকাৰ মাজত নাই। মানুহে টকা যিমানেই পায়, হেপাহ সিমানেই বাঢ়ি যায় আৰু পাবৰ বাবে। ই খালি স্থান পূৰ্ণ কৰিব নোৱাৰে, বৰঞ্চ বেচি খালিহে কৰে। টকাই যদি এটা অভাৱ পূৰ্ণ কৰিবলৈ সক্ষম হয়, অন্য প্ৰকাৰে দহোটামান অভাৱৰ সৃষ্টি কৰে।

গাঁঠিৰ ধনকে সাৰথি কৰি, পৈতৃক মাটি ভেটিৰ প্ৰতি মমতা দূৰ কৰি মৃগেন ঘৰৰপৰা ওলাই আঁতৰ হ'ল শান্তিৰ সন্ধানত। বহুতো ফুৰিলে, বহুত দেশ পৰ্য্যটন কৰিলে, বহুতো বাহনত আৰোহণ কৰি বিচৰণ কৰিলে আৰু বহুত কিবা কিবি কৰিলে সেই ন-টা মাহে। অৱশেষত তেওঁ প্ৰৱেশ কৰিলেগৈ অশেষ পুৰণা কীৰ্ত্তি চিহ্ন আৰু ভগ্নাৱশেষ সিচৰতি হৈ থকা দৰং জিলাৰ সদৰ তেজপুৰ চহৰত,—সেই তাহানিৰে শোণিতপুৰ, আৰু বিয়াল্লিশৰ বিপ্লৱ কালত অসম জীয়াৰী কণকলতাৰ কোমল বুকুৰ তপত তেজেৰে ৰক্তাক্ত হোৱা ৰক্তপুৰ। সেই ৰক্তপুৰে মৃগেনৰ জ্বলি থকা হৃদয় জুৰ কৰিবলৈ সক্ষম হ'বনে? মহাপ্ৰতাপী বাণ ৰজাৰ নগৰ। বাণৰ জীয়াৰী উষা আইদেউৰ লীলাভূমি। ভগবান শ্ৰীকৃষ্ণৰ

নাতি অনিৰুদ্ধৰ দ্বাৰা উষা-হৰণৰ পটভূমি,—সেই শোণিতপুৰতেই ইফাল সিফাল কৰি ফুৰিছে মৃগেন। দূৰ-দূৰণিৰ ভগ্নাৱশেষবোৰ চাই চায়েই যেন ভগ্নহৃদয়ত শান্তি বিচাৰিছে। সেই অগ্নিগড়ে তেওঁৰ অগনি দ্বিগুণ প্ৰজ্জলিত কৰিলে,—বুঢ়া লুইতৰ শীতল বায়ুয়েও তাক শীতলাব নোৱাৰিলে। ওডালগুৰিৰ ওচৰৰ ভৈৰৱ-কুণ্ড জলপ্ৰপাত আৰু তাৰ ওচৰৰ নিৰল নিস্তব্ধ মুনি-মনমোহা প্ৰাকৃতিক দৃশ্যয়ো তেওঁলৈ শান্তিয়নী চটিয়াব নোৱাৰিলে,—তেওঁৰ পত্নী-বিয়োগৰ উপৰিও বন্ধু আৰু বান্ধবী বিচ্ছেদে মন প্ৰাণ বৰকৈ দহিবলৈ ধৰিলে। ভাবিলে ক'ৰ সোঁতে উটাই আনি দুদিনীয়াকৈ পৰিচয় কৰি দি আত্মীয়তাত পৰিণত কৰিছিল মীৰাহঁতৰ সৈতে। কেনেকৈনো ভুলৰ মাজেদি দুখনিকৈ সোণৰ সংসাৰ ছাৰখাৰ হ'ল। ইৰাৰ আত্মহত্যা, মীৰাৰ উন্মাদনা, আৰু শেষত হালৰে অদৃশ্যতা আদিৰ বিষয়ে চিন্তা কৰিবৰ কাৰণে মৃগেনে যেন বৰ উত্তম স্থান পালে সেই বুৰঞ্জীবিখ্যাত ভৈৰবী ঘাটত।

* * * *

ৰামবিলাসৰ জ্বৰৰ প্ৰকোপ দিনক দিনে চৰি গ'ল।





ৰামবিলাসলৈ মৃগেনৰ কিমান আন্তৰিক হেপাহ গুপ্ত অৱস্থাত আছিল সেই কথা ৰামবিলাস বিচনাত পৰি থকা অৱস্থাতহে ভালদৰে প্ৰকাশ পালে। ৰামবিলাসেই মৃগেনৰ শেষ আত্মীয় আৰু ৰামবিলাসৰো আপোন বুলিবলৈ মৃগেনৰ বাহিৰে এই বহল পৃথিবীখনত কোনো নাই। ৰামবিলাস অসুখত পৰাৰ পৰা মৃগেন ব্যস্ত থাকিব লগীয়া হ'ল প্ৰতিপাল কাৰ্য্যত। ঔষধ দিয়া, পথ্যাদিৰ যোগান ধৰা আদি সকলো কাম নিজেই কৰিব লগীয়া হোৱাত পূৰ্ব্বৰ আগ গুৰি নোহোৱা ভাৱনা চিন্তা মৃগেনৰ মনৰপৰা আঁতৰ হ'ল। এতিয়া তেওঁৰ একমাত্ৰ চিন্তা হৈছে,—ৰামবিলাসক কেনেকৈ ভাল কৰে। জ্বৰ কিন্তু ক্ৰমাত বাঢ়ি যোৱাত তাক হাস্পতাললৈ নিয়াকে স্থিৰ কৰিলে। তেতিয়াৰেপৰা নিতৌ দুয়ো বেলা ৰামবিলাসক চাবলৈ যোৱাটো তেওঁৰ এটা কৰ্ত্তব্যৰ ভিতৰতে পৰিল। নিতৌ প্ৰতিপাল কৰে, খোৱা দি আহে, টান হোৱা কেইদিন নিশা উজাগৰে থাকি ৰাম-বিলাসক বিচি থাকে।

সেইদিনা চিভিল চাৰ্জ্জনৰ হাস্পতাল পৰিদৰ্শনৰ দিন। তাতে অকস্মাতে মৃগেনৰ সৈতে দেখা হোৱাত দুয়ো দুইকো চিনি পাবলৈ পলম নালাগিল। কেৱল

বাল্য বন্ধুয়েই নহয়, কলেজলৈকে একেলগে পঢ়া। বহুত দিনৰ মূৰত হঠাতে দেখা পাই দুয়ো বৰ ভাল পালে। ডাঃ শইকীয়াই জোৰ কৰিয়েই মৃগেনক লৈ গ'ল তেওঁৰ নিজৰ বঙলালৈ। চিভিল চাৰ্জনৰ বন্ধুৰ লগুৱাবো যে জীৱনৰ মূল্য আছে তাৰ প্ৰমাণ পাবলৈ মৃগেনৰ বেচি পলম নালাগিল। তেতিয়াৰেপৰা হাস্পতালৰ বিশেষ তত্বাৱধানত ৰামবিলাস উঠি বহিব পৰা হ'ল।

ডাঃ শইকীয়া হৈছে এজন অতি ৰিডিয়াল মানুহ। সকলো সময়তে তেওঁৰ মুখত হাঁহিৰ বোল থাকেই। কথা-বাৰ্ত্তায়ো বেচ আমোদ দিব পাৰে। ডাঃ শইকীয়াৰ নিচিনা মানুহ এজন লগত থাকিলে ঘড়ীটোৰ কাটা কেইডালো বেচিকৈ ঘূৰা যেন অনুমান হয়। দূৰ ভৱিষ্যতলৈ সমূলি চিন্তা নকৰা এই ডাক্তৰজনে সকলো দুখ কষ্টৰ ঢৌ হাঁহি হাঁহি অতিক্ৰম কৰিব পৰা ঐশ্বৰিক শক্তি দেখি মানুহে বিস্ময় মানে।

মৃগেনক আলহী হিচাপে ঘৰত পাই ডাক্তৰ শইকীয়াই অলপ দিনৰ ভিতৰতে মৃগেনৰ বিষয়ে বহুত বুজিব পাৰিলে যদিও মৃগেনে মীৰা আৰু সুবিমলৰ কথা ভালেমানখিনি লুকুৱাই ৰাখিলে। তেওঁৰ জীৱনৰ





বিগত কাল-ছোৱাত এই বঙালী দম্পতিয়ে দেখা দি কেনে ধৰণে তেওঁৰ জীৱনৰ সোঁত ঘূৰাই তেওঁক সন্ন্যাস-ধৰ্ম্ম লোৱালে সেই কথাৰ ওৰ ডাক্তৰে নাপালে। তেওঁ মাত্ৰ ইয়াকেই বুজিলে যে যি কোনো কাৰণতেই হওক লাগিলে মৃগেনৰ পৰিবাৰ ইবাই আত্মহত্যা কৰিলে,—তাতেই মনত কষ্ট পাই মৃগেনে ঘৰ দুৱাৰ বিক্ৰী কৰি দেশ দেশান্তৰে ঘূৰি ফুৰিছে। পত্নী-বিয়োগৰ কাৰণেই মৃগেনে তেনেকৈ নিজৰ জীৱনটোৰ ওপৰত কঠোৰতা প্ৰয়োগ কৰি ঘৰ বাৰী পৰিত্যাগ কৰি সন্ন্যাস ধৰ্ম্মত দীক্ষিত হোৱাটো কিন্তু ডাক্তৰ শইকীয়াই একেবাৰেই সমৰ্থন নকৰিলে। সেয়েহে মৃগেনৰপৰা তেওঁ সকলো বিৱৰি পোৱাৰ পাচত এদিনাখন কৈছিল, "তুমি হৈছা এটা মস্ত পগলা,—উন্মাদ। বিবাহ-সূত্ৰত আৱদ্ধ হ'লা বুলিয়েই ভগবানে জানো দুয়োকো একে লগে পাৰ কৰিম বুলি "নন্ জুডিছিয়েল ষ্টম্প্ পেপাৰত" খত লিখি দিছিলে? লৰা নাই, ছোৱালী নাই, বয়সো ইফালে বেচি হোৱা নাই,—পুনৰ ঘৰ-সংসাৰ পাতি জীৱন যাপন নকৰি নিজৰ বিষয় সম্পত্তি বিক্ৰী কৰি পগলাৰ নিচিনাকৈ এইবোৰ কি কৰি ফুৰিছা? মোৰ নেদেখিছা, দুজনী গ'ল। এতিয়াও প্ৰস্তাব আহিয়েই

আছে। কোনে ক'ব পাৰে যে তৃতীয় পত্নীয়ে মোৰ ঘৰৰ শোভা বৰ্দ্ধন নকৰিব বুলি ?

মৃগেনে কিবা এষাৰ ক'ব খোজোতেই ডাক্তৰ শইকীয়াই বাধা দি পুনৰ মাত দিলে,—"বুজিছোঁ ভাই বুজিছোঁ, তুমি কি ক'ব খুজিছা। তোমাৰ ইবাৰ নিচিনা লক্ষ্মী তিবোতা নাই, নাছিল, নহব আৰু নুপজিব। আৰু হয়তো ক'ব খুজিছা তাইৰ নিচিনা ধুনীয়া গাভৰু অসমত নাই। তাইক হেৰুৱাই তুমি কেউফালে অন্ধকাৰ দেখিছা। ইবাৰ বিনে তোমাৰ জীৱন বৃথা। এইবোৰ-কেতো ভাবিছা ? আৰু হয়তো ভাবিছা গুৱাহাটীৰ গোস্বামী-সহোদৰে সেই তাহানিতে ব্ৰহ্মপুত্ৰৰ ঘৰিয়াল-বোৰ ধৰি শেষ কৰি থোৱা হ'লে তুমি কিজানি ব্ৰহ্মপুত্ৰতে জাপ মাৰি পৰি মৰি থাকিলাহেতেন, নহয় জানো ? হাঃ হাঃ হাঃ ভাই মৃগেন, আমাৰ মনতো তেনে ভাবেই উদয় হৈছিল। আমিও কৈছিলোঁ সেই একে কথাকে। তোমাক কৈছোঁ, কিমান দিন যে হাতত শনৰ জৰী এগছ লৈ ঘূৰি ফুৰিছিলোঁ আত্মহত্যা কৰিবলৈ। কিন্তু কি ক'ম ভাই, মোৰ এই দোমোন চাৰে তেৰ ছটাক দেহৰ ওজন নিৰ্ব্বিঘ্নে ভাৰ ব'ব পৰা এডাল মজবুত চ'টি বা গাৰলি বিচাৰি নাপালোঁ। গাৰলি ভাগি





পৰিলে কম দুখ পামনে ? একেবাৰে মাখি-ছাল ছিগি যাব নহয়। সেই ভাবিয়েই আত্মহত্যা কৰিবলৈ নহ'ল। তাৰ পাচতে দুই নম্বৰী প্ৰেয়সী আহি ঘৰ সোমায়েই মিচিক্ কৰে হাঁহিটি মাৰিলেই। ..এ..হ..তোমাক কৈছোঁ, দুই নম্বৰীটী আহি পোৱাতেই ক'ৰ জৰী কলৈ গ'ল কোনে ক'ব। সকলো ভাৱনা দুৰ্ভাৱনা এটি মিচি-কনিয়েই চোঁৱাই লৈ গ'ল।....হেৰা ভাই মৃগেন, শুনা। মই কওঁ ভণ্ডামি এৰা। ভণ্ডামি বহুত দেখিছোঁ। মোৰেই খুলশালী ছোৱালী এজনী আছে। বি, এ, পঢ়িছে। উস্ কি চেহেৰা, তোমাক ক'লোঁ আৰু। তোমাৰ নালাগে মোৰেই পচন্দ হৈছে। তুমি কোৱা যদি ময়েই ঠিক কৰি দিওঁ,—কি বোলা ?"

....বিয়াৰ চাঁটকে মৃগেনে নসহে। তেওঁ কেৱল হৈ যোৱা ঘটনাবোৰকে পুনৰাবৃত্তিত লিপ্ত হৈ পৰে অলপ সুবিধা পালেই। শইকীয়াই পুনৰ কলে, "হেৰা সেইবোৰ হৈ যোৱা ঘটনা মনৰপৰা আঁতৰ কৰিবলৈ হ'লে তুমি পুনৰবাৰ বিয়া কৰাবই লাগিব। এনে মনোব্যাধিৰ ঔষধ হৈছে তৰুণী-সান্নিধ্য। মোক তুমি বিপদৰ বন্ধু বুলিয়েই জ্ঞান কৰিবাচোন। চোঁৱা, তোমাৰ বাবে মই কিমান খিনি স্বাৰ্থ ত্যাগ কৰিবলৈ ওলাইছোঁ।

মোৰ খুলশালী ছোৱালীজনী নিজেই চপাই নথৈ তোমালৈ আগ বঢ়াইছোঁ। তাতে বুজিবা মোৰ মনটো কিমান ডাঙৰ। একে ঘৰৰে দুজনীকৈ আনি দুজনীকৈ মাৰিলোঁ। সেই ঘৰৰ আনিবৰ আৰু ইচ্ছা নাই। শহুৰ কিন্তু অনিচ্ছুক নহয়। নহবতো, অসমীয়া চিভিল চাৰ্জননো কেইজন আছেহে ? মুঠতে কওঁ ভাই দাম নবঢ়াবা—পিচত পস্তাব লাগিব।....মই 'ওঁ' বুলিলেই লগুণ গাঁঠিব পাক লাগি পৰিব। আই সকলে উৰুলি দিব। মোৰ শোৱনি কোঠাৰ দুৱাৰত আমডালি ওলমিব আৰু ময়ো একেটা জীৱনতে একেজন শহুৰৰ ঘৰতে ন-জোঁৱাই ৰূপে তৃতীয় বাৰলৈ দেখা দিমগৈ কৈ থ'লোঁ।"

মৃগেনৰ মুখৰপৰা কিন্তু 'নহব'ৰ বাহিৰে অন্য শব্দ নোলোৱাত ডাক্তৰ শইকীয়াই ক'লে, "তুমি সঁচাকৈয়ে বলিয়া হ'লা। এতিয়া পত্নীবিয়োগ-বিৰহে তোমাক বলিয়া কৰিছেনে চিৰবাঞ্ছিত, চিৰ-আকাঙ্ক্ষিত কোনো এক যুৱতীৰ সান্নিধ্য প্ৰত্যাশাত তুমি বলিয়া হৈছা তাকেহে ধৰিব পৰা নাই। মোৰ হ'লে দৃঢ় বিশ্বাস যে সেই বঙালনীজনী যে তোমাৰ ঘৰত আছিল, তায়েই তোমাক আহুদি কৰিলে। তোমাৰ ঘৈণীয়েৰাৱো তাইৰ বাবেই





কিজানি আত্মহত্যা কৰিলে। তুমি এতিয়া সেইবোৰ বিষয়ে জানা যদিওতো মোৰ আগত নোকোৱা। কিন্তু এইটো ঠিবাং যে কেৱল পত্নী বিয়োগৰ বাবেই ইমান উদাসীন তুমি হোৱা নাই,—তোমাৰ অন্তৰত প্ৰেমৰ ছাপহে পৰিছে যেন পাওঁ," বুলি ডাক্তৰে হাঁহিবলৈ ধৰিলে। ডাক্তৰে মীৰাহঁতৰ কথাৰে বক্তব্যৰ পাতনি মেলাত মৃগেনে সচাঁকৈয়ে বৰ অসুবিধা ভোগ কৰিব লগীয়াত পৰিছিল। অকস্মাতে ডাক্তৰে "বঙালনীজনীয়ে আহুদি কৰিলে" বোলাত মৃগেনে চক্ খোৱাদি খালে। তেওঁৰ জীৱনৰ সেই অধ্যায়টো ডাক্তৰৰ আগত একেবাৰেই প্ৰকাশ কৰা নাছিল। মাত্ৰ ইৰাৰ বান্ধৱী এজনীয়ে দেশৰ-পৰা খেদা খাই আহি কিছুদিন তেওঁবিলাকৰ ঘৰত আছিল বুলি কথা প্ৰসঙ্গতে কৈ যোৱাৰপৰাই যে ডাক্তৰে ইমান দ-কৈ চিন্তা কৰি তেওঁৰ মনোব্যাধিৰ বিষয়ে আঁত উলিয়াব, তাক তেওঁ বিশ্বাসকে কৰিব নোৱাৰিলে। মনতে কিন্তু ঘোৰ সন্দেহ হ'ল যে ডাক্তৰে তেওঁৰ বিগত জীৱনৰ বিষয়ে আগতে ক'ৰবাত কিবা শুনিছিল। কিন্তু শুনিলেওতো ডাক্তৰে মনত কথা ৰখা বিধৰ মানুহ নহয়, সেই ভাবটোৱেও মৃগেনক আহুকাল কৰিলে। ভাবিলে, "মই ইমান গোপনতা ৰক্ষা কৰাতো ই খোঁচ মাৰি

কথাষাৰ ক'লে কেনেকৈ ? মীৰা আৰু সুবিমলৰ নাম-কেইটাও মই উচ্চাৰণ কৰা নাই। বাৰু, সি পূৰ্ব্বতে কিবা গম পাইছে যদি তাৰ মুখতেই প্ৰকাশ পাব। এই ছাগলীটোৱে ক'ত কথা গোপন কৰি ৰাখিব পাৰিব।"

ক্ষন্তেকৰ বাবে উঠি যোৱা ডাক্তৰ ঘূৰি আহি পুনৰ ওচৰত বহিলহি। "ওঁ, কোৱাঁ, তোমাক যথেষ্ট সময় দিলোঁ, ভাবিবলৈ। তুমি কোৱা যদি মই আজিয়েই শহুৰলৈ চিঠি দিওঁ।" মৃগেনৰপৰা আপত্তি উঠাত ডাক্তৰেও ক'লে, "বাৰু তুমি বলিয়ালি কৰিয়েই থাকাঁ, —মই নিজলৈকে ঠিক কৰোঁ।"

হেৰা, ডাক্তৰ, তুমি মোক বলিয়া বলিয়া কৈছা হয়, —কিন্তু বলিয়াই যদি হ'ব পাৰিলোঁহেঁতেন, তেতিয়াও কিজানি শান্তিত থাকিলোঁহেঁতেন। সিয়োতো নহ'ল।"

উত্তৰত ডাক্তৰে কলে, "বলিয়া হ'লে মনত শান্তি পাম বুলি ভবাজনো বলিয়া। কাইলৈ বাৰু মই পগলা ফাটেক পৰিদৰ্শন কৰিবলৈ যাওঁতে তোমাকো লৈ যাম। চাবাচোন, তাত থকা সেই ছ-শ পগলাই সুখতে আছেনে শান্তিতে আছে। মই পোনতে আহি সিহঁতক





দেখি মনতে বৰ বেজাৰ পাইছিলোঁ। আজিকালি কিন্তু সেই গতানুগতিকতাৰ বাহিৰে একো নাই।

* * * * * * *

পগলা ফাটক বা পগলা গৰাদ—এখন স্বকীয়া ৰাজ্য,—পৃথক সংসাৰ। ছয় ঋতুৱে স্পৰ্শ কৰিব নোৱাৰে এই পগলা ৰাজ্যৰ প্ৰজাক। দিন, ৰাতি, জাৰ, জহ আদি একোৱে প্ৰভেদ সিহঁতৰ মাজত নাই। কথাৰ আগ গুৰি আমি অপগলা নৰসমাজে বুজিব নোৱাৰোঁ। পগলা ৰাজ্যৰ ভাব, ভাষা, কৃষ্টি-কলা আদি সকলো পৃথক। প্ৰকোপিত জাৰ আৰু প্ৰকোপিত জহে স্পৰ্শ কৰিব নোৱাৰা শৰীৰেৰে গঠিত এই পগলা ৰাজ্যৰ জনতা এখনি চিৰবসন্ত বিৰাজ কৰা ৰাজ্যৰ অধিবাসী। সুখী সিহঁত। অপুত্ৰকে পুত্ৰ দান পায়, নিৰ্ধনীৰ ধন হয়, সেই ৰাজ্যত সত্যনাৰায়ণ পূজা নকৰাকৈয়ে। পগলা ৰাজ্যত তেওঁলোকে পায় পাৰ্থিব জগতে দিব নোৱাৰা আৰু দিবলৈ অস্বীকাৰ কৰা পাৰ্থিব অপাৰ্থিব বস্তু বিশেষ।

দেখুৱাই গ'ল ডাঃ শইকীয়াই, চাই গ'ল মৃগেনে সেই তথাকথিত বিকৃতমস্তিষ্কৰ মানুহবোৰক। "....সোৱা

সেইটো, দেখিছানে মৃগেন ? গাত পানী ঢলাই হৈছে তাৰ কাম। তাতেই সি তৃপ্তি পায়। দিন নাই, ৰাতি নাই, কেৱলমাত্ৰ পানী ঢালিয়েই আছে। ধৰি আনিলে মূৰটো খুন্দিয়াবলৈ ধৰে। এৰি দিছোঁ, যি কৰে কৰক। দিনে নিশাই, জাৰে জহে মূৰত পানী ঢালি আছে, অথচ তাৰ পানীও নালাগে, কাহ এটাও নৰা আজি চৈধ্যটা বছৰে।" "...সৌ বাৰীত কাম কৰা মানুহবোৰো বলিয়া। অলপ ভাললৈ অহাত কামত নিয়োগ কৰিছোঁ। কিন্তু কি হ'ব। ক্ষন্তেকতে সিহঁতৰ মনটো উদাস হৈ পৰে...সেইটো চোৱা, চোৱাচোন। ই'য়ে সৰ্ব্বনাশ কৰিলে", বুলি ডাক্তৰে বেগাবেগিকৈ আগবাঢ়ি গ'ল পগলাটোৰ ফালে। মৃগেনো কাষ চাপি গৈ দেখে যে কবিৰ তলত খুৰপী মাৰি থাকোঁতে থাকোঁতেই হঠাতে সি গোটেই কবিবিলাক উভালি ভৰিৰে মোহাৰি পেলালে। "চোৱাচোন, এইবোৰৰ হতুৱাইনো বাৰু কেনেকৈ কাম কৰাবা। কি সুন্দৰ কবিডৰা আছিল। বাহিৰা মানুহ লগায়ো কাম কৰোৱা নিশেধ। ইহঁতৰ লগত লাগি লাগি এটা ৱাৰ্ডাৰো বলিয়া হৈ গ'ল।

বলিয়াটোৰ উদ্ভণ্ডালি দেখি মৃগেনৰ বৰ হাঁহি





উঠিল। হাঁহি হাঁহিয়েই ডাক্তৰক সুধিলে, "সি কিয় বাৰু কবিবিলাক উভালি পেলালে ?"

ডাক্তৰে উত্তৰ দিলে, "সেই 'কিয়'ৰ উত্তৰকেই বা দিব কোনে ? সি কিজানি কবি বাৰীখন এখন হাবি জঙ্গল বুলি ভাবি পালে হঠাতে। সেইবাবেই কিজানি বাৰীৰ হাবি বননি চিকুণাই আমাৰপৰা ধন্যবাদৰ আশা কৰিছে। বাৰু তাক সোধা যাওক", বুলি ডাক্তৰে তাৰ ওচৰলৈ গৈ সুধিলে, "এই, এইবোৰ কিয় উভালিলি ?"

বলিয়াটোৱে লগে লগেই উত্তৰ দিলে, "অঘোণত পকা ধান কাটে পথাৰত।"

"অ' ই পকা ধান কাটিছে, ব'লা ব'লা আমাকো পকা ধান বুলি ভাবি আকৌ লাগিলে মৰণাকে মাৰিব" বুলি ডাক্তৰে মৃগেনক ঘূৰাই আনি দহ বছৰীয়া পাট গাভৰু এজনী দেখুৱাই ক'লে, "চোৱাচোন, এই পাট গাভৰুজনীৰ বা ইমানটো লাজ কিহৰ ? চোৱাচোন তললৈ মূৰ কৰি কৰি কেনেকৈ মিচিক মিচিক হাঁহিছে। কোনেনো তাইক হহুঁৱাইছে, কেলৈনো হাঁহিছে কোনে ক'ব পাৰে ? লাজতে মূৰ নোতোলেই। মানুহ ওচৰলৈ গ'লেই তাই জয় পৰি মাটিতে মিলি যাব খোজে। তাইৰ সেয়ে পগলামী।"

মৃগেনে এনেতে হঠাতে শুনিবলৈ পালে পিচ কালৰ পৰা কোনোবাই মৃগেনক উদ্দ্যেশি প্ৰশ্ন কৰা, "ও মিঞা আমাৰ মোকৰ্দ্দমাটা কি হল' ?" অকস্মাতে মাতষাৰ শুনি মৃগেন উচাপ খাই উঠিল। তাকে দেখি ডাক্তৰে ক'লে "এই জাতিৰ মানুহবিলাক পৃথিবীলৈ আহে মকৰ্দ্দমা কৰিবলৈ। অলপ হাতত টকা হ'লেই মকৰ্দ্দমা খেলে। সেইটো হৈছে ইহঁতৰ ৰাগী। মকৰ্দ্দমাই পাই এইটোক বলিয়া কৰিলে। এতিয়া যাকে দেখে তাকেই তাৰ মকৰ্দ্দমাৰ কথা সোধে। এতিয়া আহাঁ এজন ৰজা দেখুৱাওঁগৈ।" মৃগেনেও ডাক্তৰৰ পাচ ল'লে ৰাজ-দৰ্শনাৰ্থে।

গৈ গৈ মৃগেনে দেখেগৈ, ৰাজ-আয়েগত এজন বহি আছে ওখ চকী এখনতে কাপোৰ এখন পাৰি লৈ। মনতে ভাবিছে যে তেওঁ ৰজা। হাতত ৰাজদণ্ড হিচাপে শোভা পাইছে এডাল অমিতা গছৰ ঠাৰি। কাল্পনিক পৰিষদবৰ্গৰ লগত তেওঁ আলোচনা চলাইছে, ৰাজ আদেশ জাৰি কৰিছে আৰু কাৰোবাক দণ্ড বিহিছে। ওচৰত কিন্তু পকৰা এটাও নাই, তেওঁ আদেশ জাৰি কৰিয়েই আছে।

ডাক্তৰে মৃগেনক কলে, "এয়া ৰজা. হাতত সেইডাল





ৰাজদণ্ড। প্ৰথমতে বাহঁৰ লাঠি এডাল লৈছিল। দুই চাৰিজনক মাথমাৰ দিয়াত বৰ্ত্তমান সেই অমিতাৰ ঠাৰি-ডাল দিছোঁ,—তাতেই তুষ্ট। এটা ৱাৰ্ডাৰে অমিতা গছকে ৰুই ল'ব লগীয়া হৈছে তাক ৰাজদণ্ডৰ যোগান ধৰিবলৈ। পুৱাতে সেইডাল হাতত পালে আৰু একো আমনি নাই,—সুচাৰুৰূপে ৰাজকাৰ্য্য চলাই যায়।" এই বুলি কৈয়েই ডাক্তৰে বলিয়াটোক সুধিলে, "এই, আজি কেনে পাইছ ? ৰাতি টোপনি আহিছিল নে ?" ৰজাই খং কৰি কাল্পনিক প্ৰহৰীক হুকুম কৰিলে. "প্ৰহৰী ! প্ৰহৰী !! বন্দী কৰ।" তাৰ পাচত চকুৰ ঠাৰে চিঞৰে আৰু আঙুলিৰে দেখুৱাই দি ক'লে...."পোতাশাল।"

ডাক্তৰ শইকীয়াই নিজৰ ভুলটো বুজিব পাৰিলে—সংযত হৈ হাত যোৰ কৰি নম্ৰভাবে পুনৰ প্ৰশ্ন কৰিলে, "স্বৰ্গদেউ, শৰীৰ ভাল নে ? যোৱা নিশা শয়ন কৰিব পাৰিছিল নে ?" মিচিক কৰে হাঁহি এটা মাৰি ৰজাই উত্তৰ দিলে,—"শৰীৰ সুস্থ। সুখৰ নিদ্ৰাৰে মই লভিলোঁ তৃপিতি।"

মূৰটো দোঁৱাই ডাক্তৰ শইকীয়াই তিনি খোজ পিচুৱাই আহিলে,—ৰজায়ো গৌৰব অনুভৱ কৰা যেন অনুমান হ'ল। ঠিক এনে সময়তে বিশ কি বাইশ বছৰীয়া ধুনীয়া গাভৰু এটীয়ে কোঁচত কেঁচুৱা কেছুয়া এটা

লোৱাৰ ভাও ধৰি লচ্ পচ্ কৰি আগবাঢ়ি আহি ক'লেহি,—"ডাক্তৰ চাওক, মোৰ কালি জন্ম হোৱা কেঁচুৱা এইটো।" ডাক্তৰেও ছোৱালী-জনীৰ কোঁচৰ ওচৰতে উমানতে হাত ফুৰাই ফুৰাই ক'লে,—"আ-ঐ দেহি, কেনে সুন্দৰ কেঁচুৱাটো। তুমি কালি পৰহি জন্ম দিয়া কেঁচুৱা কেইটা কি কৰিলা?" আনন্দত গদ্ গদ্ হৈ গাভৰু গৰাকী স্ব-স্থানলৈ যাওঁতে নাযাওঁতেই কৈ গ'ল, "আছে, ভাত খাই স্কুললৈ গৈছে।"

ডাক্তৰে মৃগেনক ক'লে, "সৌ ৰজাজনৰ মনত দৃঢ় বিশ্বাস যে তেওঁ সেই তাহানিৰে ৰজা চন্দ্ৰকান্ত সিংহ। ওচৰত পালি পালি প্ৰহৰী সৈন্য-সমান্ত ভৰি আছে। পালি প্ৰহৰীক হুকুম দিয়েই যেন তেওঁ তত পাইছে। কিন্তু অলপ দোষতে গুৰু দণ্ড বিহে। নেদেখিলানে, মোক পঠাই-ছিলেই নহয় পোতাশাললৈ?

এওঁৰ উন্মাদনাৰ উপশম ঘটাব পাৰিলেও মোৰ তেনে ইচ্ছা হ'লে নাই। কাৰণ তেওঁক ভাল কৰিলেই তেওঁ ৰজা হোৱা সুখৰপৰা বঞ্চিত হ'ব। আৰু এই গাভৰু গৰাকীযে দেখিছা, এজন হাকিমৰ জীয়েক। ভাল ঠাইলৈকে পৰিছিল। পাঁচজনী জা-জোৱালীৰ ভিতৰত এওঁৰেই সতি-সন্ততি নোহোৱাত, বাকী বিলাকৰ ঠাট্টা-





মস্কৰা, গিৰিয়েকৰ অৱহেলা আৰু দ্বিতীয় পক্ষৰ গৃহ প্ৰবেশে পাই এই বেচেৰীক বলিয়া কৰিলে। এতিয়া ন ঘৈণী পাই গিৰিয়েকো সুখী আৰু এই কাঠ বাঁজীয়েও নিতৌ এটিকে সন্তান প্ৰসব কৰি পগলা ফাটেক ওপচাই দি তাইৰো মহা সুখ। দেখিছানে, সন্তানজননীৰ মনৰ আহ্লাদ? পগলা ৰাজ্যত ৰজা হৈ যেতিয়া এজনে আনন্দ পাইছে, পগলা ৰাজ্যত সন্তানৰ জননী হৈ যদি এগৰাকী হৈছে সুখী, সেয়ে ভাল। চিকিৎসা কৰি ভাল কৰিলে মনৰ সন্তাপ বঢ়োৱাহে হ'ব।"

সিটো চুকৰপৰা ইংৰাজীতে বক্তৃতা দি থকা বলিয়া এজনে মৃগেনৰ দৃষ্টি আকৰ্ষণ কৰাত তেওঁ সেইফালে মন কৰোতেই ডাক্তৰে ক'লে, "ব'লা তাৰ বক্তৃতা অলপ শুনি লোঁ। নহ'লে পগলা ৰাজ্য দৰ্শন কাৰ্য্য অসম্পূৰ্ণ হৈ ৰ'ব", বুলি মৃগেনক নি ঠিয় কৰিলেগৈ সেই বলিয়াটোৰ সন্মুখত। ওচৰৰপৰা মৃগেনে তাৰ বক্তৃতা স্পষ্টভাৱে শুনিবলৈ পালে,—তাৰ বক্তৃতাৰ সাৰ-মৰ্ম্ম আছিল এয়ে:—

"All are crazy :—I am the only sane man. But they are in majority and out voted me and sent me here."

অৰ্থাৎ, মোৰ বাহিৰে পৃথিবীৰ সকলোবিলাক মানুহেই হৈছে বলিয়া। কিন্তু সিহঁত হৈছে সংখ্যাগৰিষ্ঠ আৰু সেইবাবে মোক ভোটত ঘটুৱাই ইয়ালৈ পঠাই দিলে।

"এইটোনো কি ধৰণৰ পগলামী" মৃগেনে প্ৰশ্ন কৰিলে। উত্তৰত ডাক্তৰে ক'লে "ইয়াৰ বলিয়ালি হৈছে অন্য প্ৰকাৰৰ। ই হৈছে এজন এম, এ, বি, এল, পাছ কৰা শিক্ষিত বঙালী—নাম হৈছে শ্ৰীনাথ বসু। ই কলেজৰ প্ৰফেচাৰ আছিল। ইয়াৰ মনত কিন্তু এটা ভাবে বৰ বেচিকৈ শিপাইছে যে, তাৰ বাহিৰে ভাৰতৰ সকলো নৰনাৰীয়েই হৈছে দুৰ্নীতিত লিপ্ত। সেই বাবে ভাৰত স্বাধীনতাৰ লগে লগেই দুৰ্নীতিৰ পাতনি মেলিলে বুলি ই চাকৰি ইস্তফা দি ওকালতি কৰিবলৈ ধৰিলে। তাতো কোনো মকৰ্দ্দমাত সি হাৰিলেই মনতে ভাবে যে দুৰ্নীতিৰ কাৰণেই তাৰ মকৰ্দ্দমা বেয়া হ'ল। হাকিম-বিলাক দুৰ্নীতিত লিপ্ত। ওকালতি এৰি দোকান দিবলৈ ধৰি নতুন বঙালী সমাজ এখন গঢ়ি তুলিবলৈ চেষ্টা কৰিলে। তাতো সি কেৱলমাত্ৰ কেউফালে দেখা পালে দুৰ্নীতি, —সি কেৱল নিজকহে ধৰ্ম্মৰ প্ৰতীক বুলি বিবেচনা কৰে। আৰু এজন বোলে ধৰ্ম্মপৰায়ণ মহামানৱ আছিল, তেওঁ হৈছে সুভাষ বসু। সুভাষ বসু থকা হ'লে নিশ্চয়





ভাৰতবৰ্ষৰ দুৰ্নীতি বোলে নিৰ্ম্মূল কৰিলেহেঁতেন। সেই দুৰ্নীতিক উচ্ছেদ কৰিবলৈকে ই যোৱা সাধাৰণ নিৰ্ব্বাচনত ঠিয় দিছিল,—কিন্তু বৰ বেয়া ধৰণে হৰাত আমানত ধনো তাৰ বাজেয়াপ্ত হ'ল। তেতিয়াৰেপৰা সি ভাবে যে দুৰ্নীতিত লিপ্ত থকা মানুহৰ সংখ্যা বেচি, সিহে কেৱলমাত্ৰ ধৰ্ম্মপৰায়ণ, সত্যবাদী পুৰুষ আৰু সেই বাবেহে বোলে সি হাৰিলে। এই ভাবটোৱে যেতিয়া দৃঢ়ভাবে মনত স্থান ল'লে সি বলিয়া হৈ এতিয়া তাকেই কৈ থাকে যে পৃথিবীখনৰ সকলো মানুহ বলিয়া, কেৱল ধীৰ, স্থিৰ মগজ হেনো তাৰেইহে আছে। চোৱাচোন, কেনে বিদ্বান সুপুৰুষজনৰ মূৰত কেৱলমাত্ৰ এটা ভাবে শিপাই লোৱাত আজি তাৰ গতি কি ? তাৰ সেই অৰ্থ-শাস্ত্ৰ আৰু আইন অধ্যয়নৰ লাভ কি হ'ল ?

কিবা ভাবি ভাবি মৃগেন দক্ষিণ ফাললৈ খোজ চলাওঁতেই ডাক্তৰে মাত দিলে,—"সেই ফালে নাযাবা মৃগেন। তাত আচল উন্মাদবিলাকক শিকলিৰে বান্ধি থোৱা আছে। সেইবোৰ চাই একো উপভোগ কৰিব নোৱাৰা। সৌ ফালৰবোৰ আকৌ একেবাৰেই উলঙ্গ। কাপোৰ দেখিলেই জপিয়াই চিঞৰ ধৰে। পিন্ধা দূৰৈৰ কথা। আহাঁ এইফালে আহাঁ,— সৌ বুঢ়া জন চোঁৱাহি।"

বুলি মৃগেনৰ সৈতে আগ বাঢ়ি গ'ল। "......সৌ বঙালী বুঢ়া জন দেখিছাযে, তেওঁ বোলে এজন শিক্ষক আছিল। আজি দহ বছৰমান একে লেঠাৰিকৈ প্ৰলাপ বকি বকি কিছুদিনৰ পৰা মৌন। ভাবিছিলোঁ, ভাগৰিলে বুলি। তেওঁৰ প্ৰলাপত কিন্তু সোণ, ৰূপ, টকা ইত্যাদিৰ কথাহে বেচি পৰিমাণে প্ৰকাশ পায়। বকিবলৈ এৰাৰেপৰা সৌ দূৰৈত থকা নতুনকৈ আমদানী হোৱা ছোৱালীজনীৰ ফালে ৰ লাগি চাই চাই কিবা কিবি ভাবি থাকে। তাই নাখাই মানে বুঢ়াৰ ভাত গালো আগতে পৰি থাকে।

ভাত দি গ'লেই বুঢ়াই ডিঙি মেলি মেলি চায়, তাইক ভাত দিছেনে নাই। তাইক যদি গা পা ধুৱাবলৈ বুলি অন্য ফাললৈ নিয়া হয়, বুঢ়াই হাত জোকাৰি জোকাৰি পূৰ্ব্বৰ প্ৰলাপবোৰকে পুনৰাবৃত্তি কৰে, তাইক আকৌ আনি যথা স্থানত থ'লেহে বুঢ়া ক্ষান্ত হয়। তাই ইফালে বুঢ়াৰ ফালে নাচায়েই। সিফালে মূৰ কৰি কিবা কিবি ৰন্ধা বঢ়াৰ ভাও ধৰি ল'ৰা ওমলাদি উমলি থাকে। মাজে মাজে তাই চিঞৰি চিঞৰি কাৰোবাক ভাত খাবলৈ নিমন্ত্ৰণ কৰে;" বুলি কওঁতেই মৃগেনে চকিত ভাবে ডাক্তৰলৈ চালে। মৃগেনৰ দৃষ্টি ডাক্তৰে ভালদৰে লক্ষ্য নকৰি কৈ গ'ল, "বুজিছা মৃগেন, এই দুয়োটাকে মই





এতিয়া 'অব্‌জাৰভেস্যনত' ৰাখিছোঁ। মোৰ সন্দেহ হৈছে বুঢ়াৰে আৰু এই ছোৱালী জনীৰে কিবা এটা ৰহস্য আছে। সেই ৰহস্য ভেদ কৰিবলৈ আজি দুমাহমানৰপৰা সৌ দুজন দিছোঁ,—ইহঁতে প্ৰলাপত বকা প্ৰত্যেক কথাকে কাগজত লিখি যাবৰ বাবে। বাৰু তাইক আঁতৰ কৰি দেখুৱাওঁ, চাবাচোন বুঢ়াই কেনেখন কৰে।" এই বুলি ডাক্তৰ ছোৱালীজনীৰ ফালে আগ বাঢ়ি গৈ তাইক আঁতৰ কৰি নিবৰ বাবে 'ৱাৰ্ডাৰ'ক হুকুম দিলে। হুকুম পালনাৰ্থে ৱাৰ্ডাৰটো আগ বাঢ়ি যাওঁতেই মৃগেনে দেখিলে, হঠাতে বুঢ়াই হাত পাত জোকাৰিবলৈ ধৰিলে। কিন্তু যেতিয়া প্ৰকৃততে তাইক আঁতৰ কৰা হ'ল, বুঢ়াই কঁপা কঁপা ক্ষীণ মাতেৰে বলকিবলৈ ধৰিলে, "আঠাইশ ভৰি সোনা, নগদ পাঁচ হাজাৰ টাকা, আঠাইশ ভৰি সোনা, নগদ পাঁচ হাজাৰ টাকা" বুলি।

চাঁৎ কৰে মৃগেনৰ মনত পৰিল সেই মীৰাৰ বাপেক নিবাৰণ মাষ্টৰৰ কথা আৰু তেওঁ বলিয়া হোৱাৰ আত্যোপান্ত সকলো কাহিনী। সচকিত ভাবে প্ৰায় উন্মাদৰ নিচিনাকৈয়ে মৃগেন লৰ মাৰিলে সেই ছোৱালীজনীৰ ফালে। ওচৰ পাওঁতেই তাই চিঞৰ মাৰি ক'লে, "মৃগেনদা ভাত খাই যাব, মই ইৰাদিলৈ চিঠি পঠাই দিম।"

ডাক্তৰ শইকীয়াৰপৰা বাধা নোপোৱা হ'লে মৃগেনে কিজানি তাইক ধৰিয়েই পেলালেহেঁতেন। মৃগেনৰ জীৱনৰ এই গুপুত অধ্যায়টি তেতিয়াও ডাক্তৰ শইকীয়াৰ অজানা অৱস্থাত। তেওঁ মৃগেনৰ হাতখন টানকৈ ধৰি ক'লে, "পগলাৰ লগত পৰি তুমিও পগলাই হ'লা নেকি? ইফালে বিয়াও নকৰোৱা আকৌ গাভৰু ছোৱালী দেখিলে পগলা হৈ পৰা। বুজিছোঁ তোমাৰ ভণ্ডামি।"

ডাক্তৰে প্ৰায় জোৰ কৰিয়েই মৃগেনক আঁতৰাই নিলে। দূৰৈৰপৰা ছোৱালীজনীয়ে আকৌ চিঞৰি চিঞৰি কোৱা মৃগেনে শুনিলে, "ভুল, ভুল, ইৰাদি ভুল! তুমি মোক ভুল বুজিলা। মৃগেনদা সঁচাকৈয়ে মোৰ দাদা, স্বামী হ'বৰ অধিকাৰ তেওঁৰ নাই।" শুনাৰ লগে লগে মৃগেনেও উচাৎ মাৰি ডাক্তৰৰ হাতৰপৰা এৰাই যাব খুজিছিল। এইবাৰ ডাক্তৰ শইকীয়াই অলপ খং কৰিয়েই তেওঁক ধৰি বাহিৰলৈ লৈ গৈ মটৰত বহুৱালে। যাওঁতে যাওঁতে ড্ৰাইভাৰৰ প্ৰতি হুকুম দি গ'ল, "—ড্ৰাইভাৰ, পাগলীকো বুদ্ধাকো পাস্ ৰাখ দে।" উত্তৰ আহিল, 'জো হুকুম।'

---



# ডায়েৰীৰ পাতে পাতে

মৃগেনক কাষতে বহুৱাই লৈ ডাক্তৰ শইকীয়াই অলপ জোৰেৰেই গুৰুম্ কৰে শব্দ এটা কৰি মটৰৰ দুৱাৰ খন মাৰোতেই সকলোৱে বুজিব পাৰিলে যে ডাক্তৰ শইকীয়া বেচ গৰম। তাতে যেতিয়া ক্ষিপ্ৰ বেগে মটৰ গাড়ীখন বেক্ কৰি শেৱালি গছ জোপাত খুন্দা মাৰিও উলতি নাচাই বিদ্যাশৰদে মটৰখন চলাই লৈ গ'ল, সকলোৱে দৃঢ়ভাবে বুজিলে যে ডাঃ শইকীয়াৰ নিচিনা ধীৰ, স্থিৰ, ৰঙিয়াল মানুহকো খঙে নোচোৱাকৈ নাথাকে।

খং। খং হৈছে ধুমুহাৰ দৰে শ্ৰৱণশক্তিহীন, অগ্নিৰ দৰে উদণ্ড আৰু বা-মাৰলিৰ দৰে ক্ষিপ্ৰ। সুশীতল মগজুও খঙৰ উদণ্ডতাত কেতিয়াবা কেতিয়াবা গৰম হৈ উঠে। খঙে সিংহাসনত আৰোহণ কৰিলে মানুহৰ বিবেক, বুদ্ধি আৰু বিচাৰ শক্তিয়ে দুৱাৰ পৰিত্যাগ কৰে। ভুল আৰু মূৰ্খতাৰ আশ্ৰয়তেই খঙৰ উৎপত্তি হয়, কিন্তু খং শেষ হয় অনুতাপ আৰু অনুশোচনাত। খং হৈছে অতি ব্যয়

বাহুল্য বিলাসিতা, যি বিলাসিতাত ডুব যোৱা কেৱল মাত্র উচ্চ পদস্থ কৰ্ম্মচাৰী আৰু অভিজাত ধনী সম্প্রদায়ৰ লোক সমাজৰহে শোভা পায়। সাধাৰণ মানুহৰ পক্ষে খং হৈছে সৰ্ব্বনাশৰ মূল।

মৃগেনৰ ওপৰত সেই দিনা ডাক্তৰ শইকীয়াৰ খং উঠাৰ যথেষ্ট কাৰণ আছিল। যাক বন্ধু ভাবেৰে লগত লৈ গৈছিল পগলা ফাটেক দেখুৱাবলৈ আৰু চিভিল চাৰ্জনৰ বন্ধু বুলি চিনি পাই নিম্নকৰ্ম্মচাৰীবৃন্দয়ো যাৰ প্রতি অবাধে এৰি দিছিল চেলামটো, নমস্কাৰটো, সেই বন্ধুৰূপে প্রচাৰিত জনে যদি এজনী গাভৰু দেখি হৰমোহন ৰূপ ধাৰণ কৰি উন্মাদৰ নিচিনাকৈ তাইৰ ফালে চোঁচা লয়, চিভিল চাৰ্জন ডাঃ শইকীয়াৰ খং নুঠিবই বা কিয় ?

মৃগেনে যদি ডাক্তৰৰ আগত খোলা মনেৰে তেওঁৰ জীৱনত ঘটা সকলো ঘটনাৰ বিবৰণ দি থ'লেহেঁতেন, তেতিয়া হ'লে ডাক্তৰৰ খং উঠাৰ কোনো প্রয়োজনেই নহ'ল হেঁতেন। নিবাৰণ মাষ্টৰ আৰু মীৰাৰ বিষয়ে পূৰ্ব্বতে জনা হ'লে ডাক্তৰে কিজানি সেই দুটি প্রাণীৰ মাজৰ ৰহস্য ঘৰত বহি বহিয়েই উদ্ঘাটন কৰিব পাৰিলে-হেঁতেন, মৃগেনেও কিজানি সুস্থ ভাবেই মীৰাৰ ওচৰ চাপিবলৈ সুবিধা পালেহেঁতেন। ডাক্তৰৰ মানত কিন্তু মীৰা আছিল এজনী





সাধাৰণ পাগলী। তাই যে মৃগেনৰ পৰিয়ালেৰে ওতঃ-প্রোত ভাবে জড়িত আছিল তাক বুজিব নোৱাৰাৰ বাবেই মৃগেনৰ আকস্মিক উত্তেজনাত ডাক্তৰ হৈ পৰিল অতিকৈ ক্ষুব্ধ। খঙৰ প্রকোপত মটৰখন চলাই লৈ যাওঁতে যাওঁতে ডাক্তৰৰ মনত বহুত ভাব চিন্তা আহি পৰিল। ভাবিলে, 'ই মৃগেনৰ বলিয়ালিৰ পূৰ্ব্ব-লক্ষণনেকি ? সি কিয় তেনেকৈ বলিয়াটোৰ নিচিনা কৰিছিল ? তাক সুধিলে সি ক'ব পাৰিবনে ? ডাক্তৰে এবাৰ কাষতে বহি থকা মৃগেনৰ ফালে চালে। চাই দেখে যে নিৰলে বহি থকা মৃগেনৰ চকুত পানী। "কি হ'ল ইয়াৰ ? মই খং কৰাৰ বাবে বেয়া পালে নেকি ? এনেয়ে সি মনত ইমান কষ্ট পাই আছে, তাতে মই খং কৰিলোঁ বাবেই কিজানি চকুপানী ওলাইছে। নহয়, সেই ছোৱালীজনীৰ লগতহে ইয়াৰ কিবা সম্বন্ধ আছে। তাইৰ কথা ভাবিয়েই কান্দিছে হ'বলা।···
···সেই তাৰ ঘৰত থকা বঙালনীজনীয়েই বা......!"

উত্তেজনা, উদ্বিগ্নতা আৰু ভাব চিন্তাৰ ভাৰ বৈ বায়ু-বেগে মটৰখন চলাই লৈ যাওঁতে আলিৰ মূৰৰ কেকুৰীটো ঘূৰাওঁতেই সিফালৰপৰা দীঘল পেণ্ট পিন্ধি হাতত 'টিফিন কেৰিয়াৰ' এটা লৈ অহা চাইকেল আৰোহীজন আহি অকস্মাতে মটৰৰ আগতে পৰিলহি। অমনোযোগী

মটৰ চালক ডাঃ শইকীয়াই চন্তালিবলৈকে অৱকাশ নাপালে। নিমিষতে মটৰৰ চকা মানুহটোৰ ওপৰেদি পাৰ হৈ গ'ল। চাইকেল আৰু 'টিফিন কেৰিয়াৰ' ছিটিকি গৈ ক'ৰবাত পৰিল।

ডাক্তৰ শইকীয়াৰ বাওঁ কাষে বহি থকা মৃগেনে দেখিলে ঠিক যেন এক ছায়াবাজীহে। হঠাতে ঘটিল দুৰ্ঘটনা। ডাক্তৰেও মুখৰপৰা 'ঈ....স্' বুলি শব্দ এটা উচ্চাৰণ কৰি খুন্দা খাই স্থিৰতা হেৰুৱা মটৰ গাড়ীখন কোনোমতে ৰখায়েই, নামি লৰ মাৰি মানুহটোৰ ওচৰলৈ গৈ গাত হাত দি চাই হতাশভাবে মুখখন ঘূৰাই দিলে। দুৰ্ঘটনাৰ লগে লগেই মানুহটো মৰিল। ওচৰ চাপি অহা মানুহ দুটাৰ সহায় লৈ ডাক্তৰে মৃতদেহটো কঢ়িয়াই আনি মটৰৰ পিচৰ 'চিট'তে স্থান দিলে। মৃগেন অবাক। ক্ষন্তেক নামি গৈ ডাক্তৰ শইকীয়াক বা সহায় কৰোঁ তাকো ভাবিব নোৱাৰিলে। মটৰতেই বহি থাকিল। ডাক্তৰে তৎক্ষণাত গাড়ী "ষ্টাৰ্ট" দি চলাই নিলে। গাড়ীৰ চকা ঘূৰাৰ লগে লগে মৃগেনে সচকিত ভাবে পিচফালে ঘূৰি চাই দেখে, গাড়ীৰ ভিতৰত তেজেৰে ডোঙা ডোঙ। দুৰ্ঘটনা ঘটা ঠাইলৈ দৃষ্টি নিক্ষেপ কৰাত দেখিবলৈ পালে 'টিফিন কেৰিয়াৰ'ৰ বাটি কেইটা নিলগত পৰি আছে। তাত





কঢ়িয়াই অনা খোৱা বস্তু বিলাকত কাউৰী কেইজনীমান উৰি আহি পৰিছেহি। ভগা চাইকেলখনৰ ওচৰতে কেঁচা তেজৰ এটি ডোঙা। সূৰৰ মগজুবোৰ পিচ ঢলা তপত পকা আলিৰ ওপৰত ছিটিকি পৰি লাহে লাহে গলি যাবলৈ ধৰিছে। ফাপৰে ধৰা কুকুৰ এটাই নেজডাল জোকাৰি জোকাৰি আলিটো শুঙি শুঙি সেই তেজ আৰু মগজুৰ ছিটিকনিৰ ফালে আগ বঢ়া দেখি মৃগেনৰ গাত আহিল এটা শিহৰণ। মৃতদেহৰ ফালে আৰু চাবকে নোৱাৰিলে।

মৃতকৰ নাক মুখ এনে ধৰণে জখম হৈছিল যে সেইটো মানুহ বুলি চিনাই কঠিন হৈ পৰিছিল,—চিনাক্ত কৰাতো দূৰৈৰ কথা। থানাত যৎনামান্য লিখালিখি কৰি মৃতকৰ চোলাৰ জেপ পৰীক্ষা কৰি চালে ইন্সপেক্টৰ দাসে। তাত কেৱলমাত্র পালে. গুৱাহাটীৰপৰা তেজ-পুৰলৈ কটা জাহাজৰ টিকেট এখন, নগদ দুটকা বাৰ অনা পইচা, আৰু নস্যৰ টেমা এটা। কোনো চিঠিপত্র এখনো পোৱা নগ'ল বাবে চিনাক্ত কৰাও কঠিন হৈ পৰিল। নস্যৰ টেমাটোকে হাতেৰে লিৰিকি বিদাৰি ইন্সপেক্টৰ দাসে মন্তব্য কৰিলে, "....মানুহটো বঙালী বঙালী গোন্ধাইছে,—ঠিক যেন ভগনীয়া। সিহঁতৰ দেশত

মৰিবৰ বাবে ইমান সুবিধা পায়ো তাত নমৰি ৰেল ভাড়া খৰচ কৰি আহিলে ইয়াত মৰিবলৈ আৰু আমাকো বিপদত পেলালেহি।"

ডাক্তৰলৈ চাই ইন্সপেক্টৰ দাসে পুনৰ ক'লে, "দুৰ্ঘটনা সদায়েই দুৰ্ঘটনা। মানুহে কৰোঁ বুলি দুৰ্ঘটনা নকৰে। যাহওক 'পষ্টমৰ্ত্তেম' কৰাবৰ কাৰণে আপুনি নিজৰ গাড়ীতে লৈ গ'লে ভাল হয়।" শইকীয়ায়ো ইঙ্গিততে বুজাই দিলে যে তেওঁৰ আপত্তি নাই।

ডাক্তৰ শইকীয়াৰ কোনো জাৱানবন্দি লোৱা নহ'ল,— পিচে পৰেও হ'ব। গাড়ীখন পৰীক্ষা কৰোৱাৰ আৱশ্যকতাও বোধ নকৰিলে। চিভিল চাৰ্জন তেখেত। তেখেতৰ ওপৰত পুলিচৰ তৎপৰতা আৰু টান কথা শোভা নাপাব বুলিলেই কিজানি তেখেতক এৰি দি ক'লে, "ভাল বাৰু চাব, 'পষ্টমৰ্ত্তেম'ৰ পিচত আপুনি বঙলালৈকে যাবগৈ.—প্ৰয়োজন হ'লে আমি তাতেই 'ষ্টেট্‌মেণ্ট' ল'মগৈ।"

মৃগেনক থানাতে এৰি দুটা চিপাহীৰ লগত ডাঃ শইকীয়াই মৃতদেহ লৈ থানা এৰিলে। লগে লগে চেলেউৰ ধোঁৱাৰে থানা ঘৰ ধুঁৱলি কুঁৱলি হৈ পৰিল তৎক্ষণাতে। ইতিমধ্যে ভাৰতী হোটেলৰ মেনেজাৰজন আহি গোচৰ





দি কলেহি যে সেইদিনা পুৱাতে তেওঁৰ হোটেলত বাস কৰা মানুহ এজনে এ-ঘণ্টামানলৈ বুলি তেওঁৰ চাইকেল-খন খুজি লৈ গৈ বোলে তেতিয়ালৈকে ঘূৰি নহাত মেনেজাৰৰ বৰ সন্দেহ হৈছে মানুহটোৱে চাইকেলখন লৈ পলালে বুলি। সচৰাচৰতে পুলিচ সম্প্ৰদায়ে সাধাৰণ মানুহৰ ওজৰ আপত্তিৰ ফালে যি ধৰণে দৃষ্টিগোচৰ কৰে তাৰ অলপো লৰচৰ নকৰি ইন্সপেক্টৰ দাসে ঠেহেৰাই মাত দিলে, "যা, যা, কেলৈ বাপেৰক চাইকেল দিছিলি হতচিৰিহোৱা? নিজেই বিচাৰি লগৈ। তোৰ বাপেৰৰ ঘৰৰ আমি চাকৰ নহয়—যা" বুলি লিখিত দৰ্খাস্তখন দলিয়াই দি চুৰত হুপিবলৈ ধৰিলে। বিফল মনোৰথ হৈ হোটেলৰ মেনেজাৰ থানাৰপৰা ওলাই যাওঁতেই থানাৰ চৌহদ্দৰ ভিতৰতে মৃগেনক লগ পালে। সেইটো হোটেলতে মৃগেন আহি পোন প্ৰথমতে সোমাইছিলহি আৰু সেই সূত্ৰে মেনেজাৰে তেওঁক ভালকৈ চিনি পাইছিল। চিভিল চাৰ্জন ডাক্তৰ শইকীয়া নিজেই হোটেললৈ গৈ মৃগেনক মাল বস্তু সহ বঙালালৈ তুলি লৈ যোৱা যেতিয়া মেনেজাৰে দেখিলে, তেতিয়াৰেপৰা মৃগেনকো ডাঙৰ মানুহ বুলি ভাবিবলৈ মেনেজাৰ আৰু হোটেলওৱালা বাধ্য হ'ল। সেই কাৰণেই থানাত লগ পাওঁতে মৃগেনে সেইদিনা

মেনেজাৰৰপৰা এধানমান খাটিবো পাইছিল। পুলিচে মেনেজাৰৰ গোচৰ নলৈ থানাৰপৰা খেদি দিয়াৰ কথা ব্যক্ত কৰি চাইকেল লৈ পলোৱা মানুহজনক 'চোৰ' 'জুৱাচোৰ' আদি বিশেষণেৰে বিভূষিত কৰি কলে,—"আজ আমাগো সুভাষবাবু যদি থাকত, তা-অ'লে দেখাইতাম্ ফুলিচ আলাৰে", বুলি সগৌৰবে ঘোষণা কৰিলে নেতাজীৰ বীৰত্ব আৰু প্ৰতিপত্তি।

কথা প্ৰসঙ্গত যেতিয়া সেই মানুহজন জনৈক মৈত্ৰ বাবু বুলি মেনেজাৰে ক'লে, অকস্মাতে মৃগেনৰ মনত পৰিল সুবিমললৈ। আৰু দুই আষাৰ কথা পাতিলত মৃগেনৰ কৌতূহল বাঢ়ি গ'ল কোননো সেই মৈত্ৰ তাক জানিবৰ কাৰণে। ভাবিলে, "সুবিমলেই বা?" তেওঁ মেনেজাৰৰ লগত হোটেলৰ ফালে ভৰি চলালে। বাটত যাওঁতে মেনেজাৰে কেৱল তাৰ হেৰোৱা চাইকেলখনৰ কথাকে বলকি গ'ল। গৈ গৈ হোটেল পালেগৈ। মৈত্ৰ নামৰ মানুহজন তেতিয়াও ঘূৰি গৈ হোটেল নোপোৱাত মেনেজাৰে ক'লে, "দেখুন আজ্ঞা, বেটা চোৰ এখনো আসেনি। আমাৰ হোটেলেৰ দেনাও ৰয়েছে অনেক।"

কেৱলমাত্ৰ তিনিটা দিন তেনে ধৰণৰ হোটেলত বাস





কৰা মানুহৰ কি যে অনেক টকা দিবলৈ বাকী থাকিব পাৰে তাক মৃগেনে নবুজা নহয়। মৈত্ৰৰ কোঠাটোৰ ওচৰতে মৃগেনে ঠিয় হৈ দুৱাৰখন হেঁচুকি দিয়াত মেল খাই গ'ল। দুৱাৰত তলা লগোৱা নাই। তলা লগোৱাৰ সকামেই বা কি? কেন্‌ভাছ কাপোৰৰ চাৰি ফুট ওখ বেৰখন আৰু কেন্‌ভাছ কাপোৰেৰে তৈয়াৰী দুৱাৰখনত যদি "মাষ্টাৰ লক" ব্যৱহাৰ কৰা হয়, 'মাষ্টাৰ লক'ৰ প্ৰতি অবিচাৰ কৰা হ'ব নিশ্চয়।

মেনেজাৰৰ লগত কোঠাটোত প্ৰৱেশ কৰিয়েই মৃগেনৰ চকু গ'ল চুকতে পৰি থকা সেই চিৰপৰিচিত বেগটোলৈ। মৃগেনৰ আৰু বুজিবলৈ বাকী নৰ'ল যে মৈত্ৰ উপাধিধাৰী সেই হোটেলনিবাসীজননো কোন। চকীখন টান মাৰি লৈ তাতে বহি মৃগেনে নিমিষতে মেনেজাৰৰ উদ্দেশ্যে মাত দি ক'লে,—"মেনেজাৰবাবু, ভয় নকৰিব। আপোনাৰ চাইকেল নেহেৰায়। মিঃ মৈত্ৰ যে মোৰ বন্ধু সুবিমল, তাক মই বুজিব পাৰিছোঁ সৌ বেগটোৰপৰাই। আপোনাৰ চাইকেলৰ জামিন মই হ'লোঁ। মই ইয়াতে অলপ বিশ্ৰাম কৰোঁ, তেওঁ আহিলে দেখা কৰিহে যাম।"

হোটেলৰ মেনেজাৰেও মুখত মৰা হাঁহি এটা ফুটাই তুলি ক'লে, "তাইত বললাম্ আজ্ঞা, চাইকেল যাইব

কোথা ? বন্দৰলোগ্ কোন জাইগাই ব্যস্ত ঐয়া বৈছে লাইগা আসতে ফাৰেনি। আমি কি লোগ্ চিনিনা?” বুলি ওলাই গৈ লৰালৰিকৈ নাল ভগা কাপ এটাতে গাখীৰৰ সৰ ওপঙি থকা চাহ একাপ আনি দি পুনৰাই ক’লেহি, “আফ্নি বিশ্রাম কৰুণ আজ্ঞা, কোন কিছু ফ্রয়োজন ঐলে আমায় ডাকুন।”

হোটেলৰ মেনেজাৰৰ খাটিৰত মৃগেনে বৰ অস্বস্তি বোধ কৰিলে। খাটিৰ, তোষামোদ, আৰু মিছা কথাৰে সন্তুষ্ট কৰা, এই তিনিওটি একে পৰ্য্যায়তে পৰে। বহুত মানুহে প্রশংসা কৰাতকৈ খাটিৰ অথবা তোষামোদ কৰাটো ভাল বুলি ভাবে। প্রশংসা আৰু খাটিৰ, এই দুটাৰ মাজত এনে এডাল ক্ষীণ ৰেখাই ব্যৱধান আনি দিছে যে অলপ পিচল খালেই প্রশংসা গৈ পৰে খাটিৰত—যি খাটিৰ বা তোষামোদ অতি কম সংখ্যক লোকেহে ভাল পায়। তোষামোদ কৰা কাৰ্য্যই তোষামোদকাৰী আৰু তোষামোদ গ্রহণকাৰীক সমানেই কলুষিত কৰে। তোষামোদৰ কেৱল মাত্র এটা গুণ আছে,—সেইটো হৈছে ‘আমি যিটো নহয়’ সেই বিষয়ে তোষামোদকাৰীৰপৰা শুনিবলৈ পাই আমি সেই নোহোৱাটো হ’বৰ বাবে ইচ্ছা বা চেষ্টা কৰিব পাৰোঁ।





মৃগেনে বেচ বুজিলে উক্ত তোষামোদ তেওঁৰ ফালে মেনেজাৰে দলিয়াই দিয়াৰ উদ্দেশ্য কি? তেওঁৰ বুজিবলৈ বাকী নৰ’ল যে তাৰ হেৰোৱা চাইকেলখনৰ বাবে জামিন হোৱাতেই মেনেজাৰে দেখুৱাইছে সেই তোষামোদ। তেওঁৰ বুজিবলৈ ইয়াকো বাকী নৰ’ল যে ডাক্তৰ শইকীয়াৰ বন্ধু বুলি গম নোপোৱা হ’লে উক্ত তোষামোদ আহি ইমান সোনকালে তেওঁৰ কাষ নাচাপিলেহেঁতেন। মৃগেনে তোষামোদ ভাল নাপায়। তেওঁ শান্তিৰ সন্ধানত ঘূৰি ফুৰা মানুহ। তোষামোদে কিন্তু শান্তি দান কৰিব নোৱাৰে।

হোটেলৰ মেনেজাৰে নমস্কাৰ দি কুঠৰিটো পৰিত্যাগ কৰাতেই মৃগেন অকলশৰীয়া হৈ পৰিল। হোটেলৰ অন্যান্য বাসিন্দা নিজ নিজ কামে কাজে ওলাই গ’ল। হোটেলত হাই-উৰুমি নাই,—নীৰৱ নিস্তব্ধ। চকীখনতে বহি বহি মৃগেনে সুবিমলৰ বয় বস্তু বিলাকৰ ফালে এবাৰ চকু ফুৰাই চালে। আলনা ডালতে দেখা পালে সুবিমলৰ সেই লুঙিখন। তেনে এখন লুঙিকে তাহানিতে সুবিমলে ‘হিন্দু লুঙি’ বুলি কৈ কি যে গৌৰৱ নকৰিছিল। তেওঁ বিলাকৰ দেশত বোলে আৰ্‌বাক্ থকা লুঙি হিন্দুৱে নিপিন্ধে। শেল থকা এটা ৰঙৰ লুঙিহে বোলে হিন্দুৰ

ব্যৱহাৰ্য্য। সুবিমলৰ সেই কথাষাৰি মৃগেনে যাৰে তাৰে আগত কৈ মস্কৰা কৰাৰ কথা তেতিয়াও মনত আছে।... আৰু চুকতে পৰি থকা সেই চিৰপৰিচিত বেগটো। সেইটো মৃগেনেই সুবিমলক উপহাৰ দিছিল। যেতিয়া সুবিমলে মৃগেনৰ নামত ইন্‌ছিওৰৰ এজেন্সী এটা দি কেইটামান বীমা ব্যৱসায় তেওঁৰ এজেন্সীৰ যোগেদি চালান দিলে, আৰু যেতিয়া সৰ্ব্বপ্ৰথম কমিছন হিচাপে এশ তিনিটকা বাৰ অনা আহি মৃগেনৰ হাতত পৰিলহি, সেই ধনৰে কিছু ভাঙি মৃগেনে সুবিমলক দিলে কাকত পত্ৰ কঢ়িয়াই লৈ ফুৰিবলৈ সেই চামৰাৰ বেগটো আৰু পৰিবাৰ ইৰাৰ যোগেদি মীৰাক দিয়ালে এটুকুৰা ধুনীয়া ব্লাউজৰ কাপোৰ। সেই কাপোৰৰ ব্লাউজটো পিন্ধি মীৰাই কিমানক যে দেখুৱাই দেখুৱাই গৌৰৱ কৰিছিল বান্ধৱী ইৰাই 'প্ৰেজেণ্ট' দিয়া বুলি।

নিৰলে কোঠা এটাত বহি থাকিলে ভাৱনা আৰু দুৰ্ভাৱনা এই দুয়োটা আহি লগৰীয়া হৈ পৰাটো অতি স্বাভাৱিক। হোটেলৰ নিৰ্জন কোঠাত মৃগেনৰো অৱস্থা সেয়ে। মনটোনো কেতিয়া উৰা মাৰি গৈ কোনোবা ধুবুৰী পালেগৈ তৰ্কিবকে নোৱাৰিলে। এখন্তেক মনটো টানি ধৰি আকৌ কোঠাটোৰ কেউফালে





চাবলৈ ধৰিলে। এবাৰ লাহেকে উঠি গৈ সুবিমলৰ বেগটো খুলিলে। তাত পালে চিঠিপত্ৰৰ এটা ফাইল। ওপৰে ওপৰে ফাইলটো চাই আঁতৰাই থৈ পুনৰাই বেগটো পৰীক্ষা কৰাত তাত পালে এখন ডাঙৰ ডায়েৰী। ১৯৪৮ আৰু ১৯৪৯ এই দুয়োটা বছৰৰ ডায়েৰী একেখনতে লিখা।

পৰৰ ডায়েৰী পঢ়া বা পঢ়িবলৈ ইচ্ছা কৰা বহুতৰেই এটা ৰাগী,—কিন্তু নিজৰ ডায়েৰী পৰক দেখুৱাবলৈ কোনেও ইচ্ছা নকৰে। ডায়েৰী হৈছে ডায়েৰীলিখকৰ অতীত আৰু বৰ্ত্তমানৰ বুৰঞ্জী। বোপা-ককাৰ ডায়েৰী এখন হাতত পৰিলে আমি বৰ ভাল পাওঁ। তাতে যদি লিখকসকলৰ দৈনন্দিন জীৱনৰ সকলো ঘটনা পুঙ্খানুপুঙ্খ-ৰূপে লিখি থোৱা দেখা পোৱা যায়, ভাত পানী এৰি দিয়ো ডায়েৰী পাঠ কৰাত ব্যস্ত হৈ পৰে বহুতেই। সুবিমলৰ ডায়েৰীখন পাঠ কৰাৰ লোভ মৃগেনেও সম্বৰণ কৰিব নোৱাৰিলে। ডায়েৰীখন ইংৰাজীতে লিখা,—অসমীয়ালৈ তৰ্জমা কৰিলে প্ৰায় এনে ধৰণৰ হয়—

১।১।৪৮—উনইশ শ সাতচল্লিশ নামৰ আপদীয়া চনটো যোৱা নিশা পাৰ হৈ গ'ল আৰু ঘূৰি নাহে। ভগবানক থাঁটো, আৰু যেন ঘূৰি নাহক। এই আপদীয়া চনটোৱে

কাবোবাক হঁহুৱালে, কাবোবাক কান্দুৱালে, কাবোবাক সৰ্ব্বস্বান্ত কৰি গ'ল। পুণ্যভূমি ভাৰতবৰ্ষ হ'ল বিভাজন। নিজ দেশ, নিজ মাতৃ-ভূমি, নিজ সা-সম্পত্তি এৰি পলাই আহিব লগীয়া হ'ল অসমলৈ; যি সময়ত অসমতো হৈছিল অসমীয়া আৰু বঙালীৰ মাজত সংঘৰ্ষ। পৰিবাৰৰ বান্ধবীৰ ঘৰতেই আশ্ৰয় ললোঁহি। মোৰ চিৰচেনেহৰ মাতৃভূমি পূৰ্ব্ববঙ্গ হৈ পৰিল, পূৰ্ব্ব পাকীস্তান ;—তাত হিন্দুৰ কাৰণে স্থান নাই আৰু নহ'ব। সাতচল্লিশ চনৰ শেষ ভাগতে আহি অসম সোমালোঁহি। পৰিবাৰৰ বান্ধবী ইৰা বৌদি আৰু বন্ধু মৃগেনে বুকুত সাৱতি ধৰিলে চিৰ পৰিচিত বন্ধু হিচাপে। সঙ্কুচিত ভাব এটা লৈ অসমলৈ আহি দেখোঁ যে ই সঁচাকৈয়ে শান্তিৰ আলয়। ইয়াত কোনো ধৰণৰ দন্দ খৰিয়াল নাই, সাম্প্ৰদায়িক সংঘৰ্ষ নাই, —সকলোবে মাজত মিলা-প্ৰীতিৰ ভাবহে মই দেখা পালোঁহি। দুদিনতে মৃগেন বাবুৱে মোক বৰ আপোন কৰি ল'লে। তেওঁৰ উপদেশ মতেই মই বীমা কোম্পানীৰ এজেন্সী এটা ল'লোঁ। তেওঁৰ সহায়তে প্ৰথম তিনিটা মাহতে তিনি লাখ টকাবো ওপৰ ব্যৱসায় কোম্পানীলৈ পঠাব পাৰি যথেষ্ট খ্যাতি অৰ্জন কৰিলোঁ। তাৰ ভিতৰত দুই লাখ সোতৰ হেজাৰেই হৈছিল অসমীয়া





মানুহৰ। বঙালী এজেণ্ট বুলি মোক কোনেও নিঘিণালে, বৰঞ্চ বাস্তুহাৰা বুলি অশেষ পুতৌহে দেখুৱালে। কাকতত কৰা অপপ্ৰচাৰবিলাকে মোৰ মনত যি সন্দেহ জন্মাইছিল, সেই সন্দেহ আতৰি গ'ল প্ৰথম তিনিটা মাহতে। এনে সৰল, সহৃদয়তাপূৰ্ণ, নিৰীহ জাতিয়ে যদি বঙালীক খেদিব খোজে তেনে হ'লে কোনো মানুহেই সিহঁতক ৰাখিব নোৱাৰে। তেওঁবিলাকৰ হাতত বা দাৰ ঘাপত মৃত্যু ঘটিলেও সেই মৃত্যুত থাকিব আহ্লাদ আৰু আনন্দ। মোৰ যদি অপঘাট মৃত্যুৱেই কপালত আছে তেনেহলে অসমীয়াৰ হাততেই যেন মোৰ মৃত্যু ঘটে।

আজি বছৰৰ প্ৰথম দিবসত বতৰা পালোঁ যে মোৰ কামত তুষ্ট হৈ কোম্পানীয়ে মোক অসমৰ অৰ্গেনাইজাৰ নিযুক্ত কৰিছে। দৰ্মহা মাহে তিনিশ টকা, ঘৰভাড়া তিনি কুৰি আৰু অন্যান্য বহুতো সা-সুবিধা। মই চাকৰি পোৱা বাৰ্ত্তাত বন্ধু মৃগেন আৰু ইৰা বৌদি ইমানেই আহ্লাদিত যে তেওঁবিলাকে অজস্ৰ খৰচ কৰি বন্ধু বান্ধবক ডাঙৰ পাৰ্টি এটা দিলে। ভাবি নাপাওঁ তেওঁবিলাক মোৰ কোন জনমৰ আত্মীয় আছিল।

আজি বছৰৰ প্ৰথম দিনত এটাও ব্যৱসায় নহ'ল বুলি আক্ষেপ কৰাত বৌদিয়ে তেওঁলোকৰ ঘৰুৱা চাকৰ ৰাম-

বিলাসৰে দুহেজাৰ টকাৰ বীমা এটা কৰাই শান্তিৰ সূচনা কৰিলে। মযো সেই ব্যৱসায় মৃগেনৰ নামতে এজেন্সী এটা দি সেই এজেন্সীৰ যোগেদিয়েই চালান দিলোঁ। মই চাকৰি লোৱাত নিজে যেতিয়া এজেন্সী চলাব নোৱাৰোঁ তেওঁৰেই যি হয় অলপ পাওক।"

জানুৱাৰী মাহৰপৰা আৰম্ভ কৰি প্ৰত্যেক দিনৰে দৈনন্দিন কাৰ্য্য ডায়েৰীখনত একো বাদ নিদিয়াকৈ লিখি গৈছে। আনকি কোন দিনাখন কি পিন্ধিছিল, কি খাইছিল, কলৈ কলৈ ফুৰিবলৈ গৈছিল তাকো লিখিবলৈ এৰা নাই। মাৰ্চৰ শেষৰ দিনা লিখা আছে—

"ইবাবৌদিয়ে বোধকৰোঁ মীৰাৰ লগত বন্ধু মৃগেনৰ মিলা প্ৰীতি ভাব পচন্দ নকৰে। ছিঃ কি জঘন্য মনোভাৱ। মই বেলেগ ঘৰ এটা লোৱাই উচিত হ'ব যেন পাওঁ।

৭।৪।৪৮—মই বেলেগে ঘৰ লোৱাৰ প্ৰস্তাবত বন্ধুৱে বৰ বেজাৰ পালে। সেই ভাব সাময়িক ভাবে হ'লেও পৰিত্যাগ কৰিব লগীয়া হ'ল। কিন্তু কোম্পানীৰ-পৰা "অফিছ এলাৱেঞ্চ" বাবত পোৱা ধনৰ অন্ততঃ আধাখিনি ঘৰ ভাড়া হিচাপে দিম।

১৪।৫।৪৮—কালি নিশা ঘৰলৈ ঘূৰি অহাত বৰ পলম





হ'ল। বৌদিয়ে বন্ধুক সেই নিশাখন মোক বিচাৰি পঠোৱাতেই বুজিব পাৰিলোঁ বৌদিৰ আমাৰ প্ৰতি আগ্ৰহ কিমান। ঘৰ আহি পাওঁতে বৌদিয়ে মোক বকাবকি কৰাত বেচ্ বুজিব পাৰিলোঁ যে মীৰাৰ ধাৰণা ভুল,—বৌদিৰ আন্তৰিকতা আজিও বৰ্ত্তমান।

২০।৬।৪৮—আজি বৌদিৰ লগত চুক্তি হৈ গ'ল। আমাৰ পৰা খোৱা খৰচৰ বাবত মাহে ত্ৰিশ টকা লবলৈ সম্মতি প্ৰকাশ কৰিলে যেতিয়া বেলেগ হৈ যোৱাৰ কোনো অৰ্থ নাই। বেলেগ হ'বৰ মোৰ ইচ্ছাও নাই। কাৰণ বেলেগ হ'লেই মৃগেনৰ সহযোগৰ অভাবত মোৰ ব্যৱসায়ৰ ক্ষতি হোৱাৰ সম্ভাৱনা।

২২।৬।৪৮—বৌদিৰ চালচলন আকৌ অন্য ধৰণৰ হৈছে বুলি মীৰাই আজি মোক কৈছিল। আমাৰ ওপ-ৰত অসন্তুষ্ট বুলি মীৰাই সন্দেহ কৰে। মীৰাৰ কথা অৱশ্যে ধৰিব লগীয়া নহয়। সিদিনা ৰাতি ঘূৰি আহোঁতে মোৰ পলম হোৱাতেই বৌদিৰ স্নেহৰ নিদৰ্শন মই ভালদৰে পালোঁ।

২৭।১০।৪৮—বৌদিয়ে আজি তাঁত এখন লগাইছে। ঘৰত কাপোৰ বৈ লোৱা অসমীয়া মহিলাৰ দস্তুৰ বুলি তাহানিতেই মীৰাই মোক কৈছিল। মীৰায়ো বোলে

জীয়ৰী কালত অসমীয়া তাঁত শিকিছিল। আজি তেওঁ গৈ বৌদিৰ লগত আগ পিচ ধৰা চাই চাই বৰ ভাল লাগিলে। তাঁত লগোৱা মই বহুত পৰ নিলগৰপৰা চালোঁ। কেনেকৈ লহপহীয়া হাতেৰে সূতাবোৰ টানি লৈ যায়? আমাৰ বঙালী সমাজতো যদি এই প্ৰথাটো প্ৰচলিত হ'লহেঁতেন? আজি কিন্তু বঢ়িয়াকৈ বুজিব পাৰিলোঁ যে মীৰাৰ ধাৰণা একেবাৰেই ভুল। বৌদিয়ে কৰ্ম্মব্যস্ততাৰ মাজত দুই আধাৰ টান মাত কিজানি দিছিল। তাকেই কিজানি মীৰাই তিলকে তাল কৰি মোৰ আগত কৈছেহি।

১০।৩।৪৯—মোৰ কামত কোম্পানী তুষ্ট বুলি কোম্পানীৰ ১১৭।৪৮ নং চিঠিৰপৰা বুজিব পাৰি মই যিমান আনন্দ পালোঁ, বৌদিয়ে ততোধিক আনন্দ আৰু গৌৰব পোৱা যেন অনুমান হ'ল। মোৰ সকলো কৃতকাৰ্য্যতা বৌদিৰ স্বামী মৃগেনৰ কাৰণেই। তেওঁ সহায় নকৰাহ'লে মোৰ যে কি গতি হ'লহেঁতেন? আজিৰ দিনটোৰ ব্যৱসায় বৰ ভাল। বন্ধুৰ যোগেদিয়েই ২৭০০০৲ টকাৰ ব্যৱসায় হ'ল।

১৮।৩।৪৯—বৌদিক আজি আকৌ গহীন গহীন দেখিছোঁ।





বন্ধু মৃগেনো আলেঙে আলেঙে ফুৰিছে। দুয়ো কিবা থকা খুন্দা লাগিছে হ'বলা। স্বামী-স্ত্ৰীৰ মাজত হোৱা খৰিয়াল অৱশ্যে প্ৰেমৰপৰাই উদ্ভৱ হয়।

২২।৩।৪৯—আজি মীৰাৰ লগত ফুৰিবলৈ যাওঁতে নৈৰ কাষত বহি বহি তাই বহুত কথাকে ক'লে। বৌদিৰ মীৰাৰ প্ৰতি ব্যৱহাৰ ক্ৰমাত বেয়া হৈ অহা বুলি ক'ব খোজে মীৰাই। ময়ো অৱশ্যে মন নকৰা নহয়। মই কিন্তু ভাবোঁ যে তেওঁবিলাক দুয়োৰে মাজত কিবা খকা খুন্দা লাগিছে বাবেহে ব্যৱহাৰ অন্য প্ৰকাৰ যেন লাগিছে। আমাৰ ওপৰত একো বেয়া ভাব লোৱা নাই হ'বলা। মীৰাই কিন্তু মোৰ কথা মানি ল'ব নোখোজে,—তেওঁ বেলেগে থাকিবৰহে ইচ্ছা প্ৰকাশ কৰে।

২৯।৩।৪৯—অসমীয়া মানুহৰ বোলে চ'তৰ সংক্ৰান্তি-টোৱেই প্ৰধান উৎসব, যাক তেওঁবিলাকে বিহু বোলে। অহা ১৩ এপ্ৰেলত বিহু। বিহুত কি কৰিব নকৰিব, কাক কাক নিমন্ত্ৰণ কৰিব, এই বিষয়ে আলোচনা কৰোঁতেই বন্ধু আৰু বন্ধু পত্নীৰ মাজত যি কাজিয়া হ'ল সেই কাজিয়া কিন্তু স্বামী স্ত্ৰীৰ মাজত হোৱা সাধাৰণ কাজিয়াৰ পৰ্য্যায়ত নপৰে।

আজি বৌদিৰ মুখৰপৰা স্পষ্ট শুনিবলৈ পালোঁ যে তেওঁৰ অন্তৰখন সন্দেহৰ জুয়ে দেই পুৰি মাৰিছে। ভুল, ভ্ৰান্তি আৰু সন্দেহ, এই তিনিটাই মনত স্থান ল'লে আবেগ, অনুৰাগ আৰু অনুভূতি অদৃশ্য হৈ পৰে ততালিকে। সেয়েহে আজি ইমান দিনে তেওঁক ইমান গহীন দেখি আহিছোঁ। ছিঃ! কি কদৰ্য্য মনোভাব।

১।৪।৪৯—ঘৰ এটা বেলেগে ভাড়া কৰি লৈ আজি ন ঘৰ ললোঁহি। এইবাৰ কিন্তু বন্ধু আৰু বন্ধু পত্নীয়ে আপত্তি নুতুলিলে। যাহওক, তেওঁবিলাকে আমাৰ কাৰণে যিমান কৰিলে, মই আৰু জীৱনত পাহৰিব নোৱাৰোঁ। বন্ধুৰ কাৰণেই মই আজি সমাজত মানুহ হিচাপে দেখা দিব পাৰিছোঁ।

১৩।৪।৪৯—আজি চ'তৰ সংক্ৰান্তি আৰু ব'হাগৰ বিহুৰ বাবে বন্ধুৱে পুৱাতেই দেখা দি ওলগ জনালেহি। বন্ধুৰ মনৰ একো পৰিবৰ্ত্তন নাই। নিতৌ এবাৰ নহয় এবাৰ খবৰ লৈ যায়হি, আমিহে এদিনো যাব পৰা নাই।

এই খিনি পঢ়িয়েই মৃগেনে পাত লুটিয়াই দেখে যে মে, জুন আৰু জুলাই মাহৰ পাত কেইখিলা কিবা কাৰণত বেজীৰে চিলাই কৰি থোৱা আছে। ৩০ জুলাইৰ সেই সৰ্ব্বনাশী দিনটোৰ বিষয়ে কিনো লিখিছে তাক চাবৰ বৰ হেপাহ হ'ল মৃগেনৰ। লাহেকে চিলাইটো কাটি, সকলোবোৰ বাদ দি জুলাইৰ শেষৰ ফালে চকু ফুৰাই চালে।





২৯।৭।৪৯ আজি 'নৌকা ডুবি' চাবলৈ গৈছিলোঁ মীৰাৰ লগত। বৌদিহঁতকো তাতে লগ পাই বৰ ভাল লাগিল। বৌদিৰ মনৰ মলিনতা দূৰ হোৱা নাই যেন লাগিলে। আমাৰে ভালদৰে কথাকে নাপাতিলে। বন্ধু কিন্তু আগৰ দৰেই। তেওঁৰ যোগেদিয়েই নতুনকৈ অহা হাকিমজনৰ লগত পৰিচয় ঘটাত তাতেই 'কেনভাছ' আৰম্ভ কৰি দিলোঁ। আশাও আছে। পহিলা তাৰিখ মানে মাতিছে।

৩০।৭।৪৯ আজিৰ দিনটোৰ ঘটনা ডায়েৰীখনত স্থান দি ডায়েৰীখন কলুষিত কৰিবৰ ইচ্ছা নাই। বন্ধু পত্নী ইৰাবৌদি আৰু ইহসংসাৰত নাই। আত্মহত্যা কৰি মনৰ ভুল ভ্ৰান্তি সকলোবিলাকৰেই অৱসান ঘটালে। মনত কেৱল দুখ ৰৈ গ'ল যে আমাৰ বাবেই এখনি সোণৰ সংসাৰ ছাৰখাৰ হৈ পৰিল। মীৰায়ো মনত বৰ কষ্ট পাইছে। নিজকে নিজেই নিমিত্তৰ ভাগী কৰি লৈ বৰ কান্দি কাটি আছে।

৮।৮।৪৯ এই কেইদিন বন্ধুৰ লগত লাগি থকাত কাম কাজ প্ৰায় বন্ধ। বন্ধুৰ অৱস্থাটো দেখি বৰ বেজাৰ লগা হৈছে। আমাৰনো কৰিব পৰা কিবা শক্তি আছেনে? শান্তি বাহিৰৰপৰা কেৱে দান কৰিব নোৱাৰে, তথাপি সহানুভূতিয়ে দুখ বহুত পাতলাব পাৰে। আজি আকৌ পৰিবাৰ মীৰাৰ অৱস্থাটো কেনেবা কেনেবা দেখিছোঁ। অকলে অকলে কিবা কিবি বোৰ বকি থাকে আৰু মাজে মাজে উচাপ খায়।

১২।৮।৪৯ বন্ধুৰ তালৈ যোৱাৰ প্ৰবল ইচ্ছা থকাতো যাব পৰা নাই। পৰিবাৰৰ অৱস্থা দৈনিক বেয়াৰ ফালে ঢাল খাইছে। বৰ্ত্তমান পাগলী বুলিবই পাৰি। ছুটীৰ বাবে আবেদন কৰিছোঁ। ছুটী পালে অলপ ফুৰাই লৈ আহিমগৈ।

১৫।৮।৪৯ ডাক্তৰ ঘোষৰ মতে মৃগেনৰ লগত মীৰাৰ প্ৰচাৰিত কলঙ্ক কাহিনীৰ বাবেই বেচেৰী মীৰা আজি উন্মাদিনী। আৰু বোলে মোৰ দ্বাৰা তাই অলপ অৱহেলিত বুলি ভাবিছে বাবে তাইৰ উন্মাদনা বেচি হৈছে। কেইদিনমান বন্ধুৰ লগত লাগি থকাত অৱশ্যে ঘৰত থাকিবলৈ বৰ কম সময় পাইছিলোঁ। তাকেই





তাইক মই অৱহেলা কৰা বুলি ধৰি লৈ বেচেৰী আজি পাগলী। মীৰাৰ চৰিত্ৰৰ ওপৰত মোৰ অগাধ বিশ্বাস আছে আৰু থাকিব। মুকলি মূৰীয়াকৈ কথা বাৰ্ত্তা হৈয়ো নিজৰ চৰিত্ৰ কিৰূপে ৰাখিব লাগে সেই মনোবল তাইৰ যথেষ্ট আছে। মানুহে কলঙ্ক ৰটি ভাল পায় বাবেই ৰটিছে। মৃগেনৰ নিচিনা দেৱতুল্য পুৰুষকো এই সমাজে কলঙ্কিত কৰি আমোদ লভিছে।

ডাক্তৰৰ কথাত মোৰ বিশ্বাস হৈছে। ময়ো মন কৰিছোঁ, তাই সেই বোৰকে বকি থাকে। বৌদি! তুমি ভুলৰ বশৱৰ্ত্তী হৈ যি কাম কৰি চিৰশান্তি লাভ কৰিলা, তোমাৰ সেই অপকাৰ্য্যই তোমাৰ বান্ধবীক কি কৰি গ'ল, এবাৰ চাই যোৱাঁহি। এবাৰ অশৰীৰী ৰূপে আহি তাইৰপৰা বুজি লোৱাহি যে তাই একেবাৰেই নিৰ্দ্দোষী।

২৯।৮।৪৯ আজি কোনোমতেহে মীৰাক এক্ষন্তেক এৰি থৈ লৰমাৰি বন্ধুৰ ঘৰত শ্ৰাদ্ধৰ নিমন্ত্ৰণ ৰক্ষা কৰি আহিলোঁ। বন্ধুৰ ভগ্ন হৃদয়ত আৰু বেচি কষ্ট জাপি দিবৰ ইচ্ছা নাছিল বাবেই কেৱল মীৰাৰ গা বেয়া, সোনকালে যাব লাগে বুলি কৈ গুচি আহিলোঁ।

বন্ধুৱে কিজানি মীৰাৰ আসন্নপ্ৰসৱা অৱস্থাটোকেই গা বেয়া বুলি কৈছোঁ বুলি ভাবিলে,—সেয়ে ভাল।

৩০।৮।৪৯ যোৱা নিশা আৰু শুবকে নোৱাৰিলোঁ। মীৰাৰ অৱস্থা বেচি বেয়া হোৱাৰ বাবে ঘৰত বৰ অশান্তি। ৰাতি ডাঃ ঘোষকো খবৰ কৰি আনিছিলোঁ। ইফালে মাজ নিশা মৃগেনে উন্মাদৰ নিচিনাকৈ আহি চিঞৰ এটা মাৰি মোৰ বাৰান্দাতে মূৰ্চ্চা গ'ল। ডাক্তৰ মোৰ ঘৰতে আছিল বাবে ৰক্ষা। মৃগেনে বোলে তেওঁৰ পত্নী ইৰা বৌদিৰ পদশব্দ অনুসৰণ কৰি কৰি সেই মাজ নিশা মোৰ ঘৰ পাইছিলহি। মনতে সন্দেহ হৈছে ই উন্মাদনাৰ প্ৰথম লক্ষণ নেকি? মৃগেনে কষ্ট পাব বুলিয়েই মীৰাৰ কথা কোৱা নাছিলোঁ হয়, কিন্তু তাই নিজেই উন্মাদিনী ৰূপে দেখা দি সকলো গোপনতা প্ৰকাশ কৰি দিলে মৃগেনৰ আগত। বন্ধুৱেও বোধকৰোঁ মনত কষ্ট পাই মাত এষাৰো নিদিয়াকৈয়ে পলাই যোৱাদি গুচি গ'ল। তেওঁ স্থিৰ ভাবেৰে গৈছেনে উন্মাদ অৱস্থাত মোৰ ইয়ালৈ অহাদি ওলাই গ'ল আৰু ক'লৈ বা গ'ল, কি কৰিছে তাৰো খবৰ লবলৈ





সকাহ পোৱা নাই। চিভিল চাৰ্জনেও আজি মীৰাক এবাৰ চাই গ'লহি। তেওঁৰ মতে মীৰাৰ উন্মাদ ভাব সন্তান এটি জন্ম দিলেই বোলে বহুত উপশম হ'ব। ডাক্তৰ ঘোষেও অৱশ্যে তাকেই কৈছে। হিচাপ মতে এতিয়াও দেড়টা মাহ বাকী। এই দেড়মাহৰ পিচতহে বোলে অন্য চিকিৎসাৰ ব্যৱস্থা হাতত ল'ব।

এই খিনি পঢ়ি উঠিয়েই মৃগেনৰ ইচ্ছা হ'ল দেড়মাহৰ পাচৰ পাতবিলাক পঢ়ি চাবলৈ। পাতবিলাক লুটিয়াই চাই চাই এঠাইত পালেগৈ মীৰাই পুত্ৰ সন্তান এটি জন্ম দিয়াৰ কথা লিখা আছে। তাৰ দুদিনমানৰ পাচৰ তাৰিখত লিখা পালে যে মীৰাৰ উন্মাদনা ক্ৰমাত কমি আহিছে। আৰু কিছুদূৰ পঢ়ি গৈ মৃগেনে ইয়াকো বুজিলে যে মীৰা ভাল হ'ল,—ঘৰুৱা কাম কাজ চলাই গৈছে। কেঁচুৱাৰ প্ৰতিপাল কৰাৰ উপৰিও ৰন্ধা বঢ়া হাতৰ কাম আদিত মনোনিবেশ কৰিছে। আনন্দচিত্তে আগবাঢ়ি গল মৃগেন। যিমানেই পাত লুটিয়াই লুটিয়াই চাই গ'ল সিমানেই মৃগেনে মীৰা ভাল হোৱাৰ প্ৰমাণ পালে। কিন্তু হঠাতে যেতিয়া ২।১২।৪৮ তাৰিখত লিখি থোৱা কথা খিনি পঢ়িলে তেওঁ অতি মাত্ৰাই বিচলিত হ'ল; তাত লিখা আছে,—

"মীৰাৰ অৱস্থাৰ কাৰণেই আজি বহুত দিন কাম কাজলৈ মন কাণ দিব পৰা নাই। কোম্পানীয়েও মোৰ ওপৰত অসন্তুষ্টি প্ৰকাশ কৰি দুই তিনিখন চিঠি দিছে! বন্ধু মৃগেনেও বীমা ব্যৱসায় এৰি ক'লৈ গ'ল কোনেও ক'ব নোৱাৰে। তেওঁ কাম কৰিবলৈ এৰাৰেপৰা মোৰ সোঁ হাতখন ছিগা যেন পাইছোঁ। এই কেইদিন মীৰাক সুস্থা যেন দেখিহে মনত শান্তি পাইছেঁা। আজি আবেলি আঠগাঁৱৰ ফালে মোৰ এজেন্ট চৌধুৰীক লগ ধৰিবলৈ বুলি যাবলৈ ওলোৱাত মীৰাই আনন্দচিত্তে পঠাই দিছিল। তাই তেতিয়া সম্পূৰ্ণ সুস্থা। কেঁচুৱাটোলৈ কাজল দানি এটাও আনিবৰ বাবে কৈ পঠাইছিল। সন্ধিয়া ঘূৰি আহি ঘৰৰ বাহিৰৰপৰা কেইটামান বিকট চিঞৰ শুনিবলৈ পাই মোৰ গা-টো শিঁয়ৰি উঠিল। বুজিলো, ই মীৰাৰ মাত। পাগলী অৱস্থাত দিয়া চিঞৰৰেই পুনৰাবৃত্তি। কোনোমতে দুৱাৰখন ভাঙি ভিতৰলৈ সোমাই গৈ দেখিলোঁ মোৰ সদ্যজাত শিশু সন্তানটিৰ ডিঙিত ডোল এগছ লগাই ওপৰৰপৰা ওলমাই থৈছে আৰু মীৰাই অৰ্দ্ধনগ্ন অৱস্থাৰে ঘূৰি ঘূৰি বিকট হৃদয়বিদাৰক চিঞৰ মাৰিছে। ঘৰত কোনো নাই।





কাণ্ড দেখি মোৰ মূৰটো ঘূৰাবলৈ ধৰিলে। মোক দেখি তাই ভয় লগা হাঁহি এটা মাৰি ক'লে, "ইৰাদি এনে ধৰণেই ওলমি আছিল নহয়নে?" কথাষাৰ শেষ কৰিয়েই তাই যিটো অদ্ভুদ ধৰণৰ আত্মহাস্য কৰিলে, মোৰ গোটেই শৰীৰ ৰোমাঞ্চিত হৈ পৰিল, তৎক্ষণাতে! লৰালৰিকৈ মই কেঁচুৱাটো নমাই আনি চাই দেখোঁ কেতিয়াবাই শেষ। পাগলী মীৰাক কোঠা এটাত বন্ধ কৰি ৰখাৰ ব্যৱস্থা কৰি, পুলিচৰ বিচাৰ হৈ যোৱাৰ পাচত মোৰ মৰমৰ শিশুটি নিজ হাতেৰে গাঁতত পুতি থ'লোঁ। সোৱা, সৌখিনিতে মোৰ প্ৰথম শিশু সন্তানে সমাধি লাভ কৰিলে—এই শিশু হন্তাৰ কাৰণে ইৰাবৌদিয়েই দায়ী। উন্মাদনাই কি কৰিব নোৱাৰে? মাকেও ৰাক্ষসী ৰূপ ধৰি নিজৰ সন্তানকো বধ কৰিব পাৰে এই একমাত্ৰ উন্মাদনাৰ কাৰণেই।"

পঢ়ি থাকোতে থাকোতেই মৃগেনৰ গাটো জিকাৰ খাই উঠিল। কিন্তু তেতিয়াও ডায়েৰীখন পঢ়াৰ লোভ সম্বৰণ কৰিব নোৱাৰিলে। পাত লুটিয়াই পঢ়ি গ'ল। কোনো এঠাইত সুবিমলে বৰ বেজাৰ কৰি মৃগেনৰ কথা লিখিছে যে তেওঁৰ সেই বিপদৰ কালত মৃগেনেও তেওঁক এৰি থৈ

গ'ল। যাবৰ পৰত মাত এষাৰো নলগোৱাৰ বাবে বৰ আক্ষেপ কৰি ডায়েৰী খনত লিখি থোৱা চকুত পৰিল। আৰু এঠাইত মৃগেনে পঢ়িবলৈ পালে যে ছুটীৰ ওপৰত ছুটী বিচৰাৰ অভিযোগত কোম্পানীয়ে বোলে তেওঁক আজীৱন কালৰ বাবে ছুটী দি থ'লে। চাকৰিৰ আৰু প্ৰয়োজন নাই বুলি যি দিনা তেওঁ বতৰা পালে ঠিক সেই দিনাই মীৰাৰ অৱস্থা বৰ বেয়া আছিল বুলিও ডায়েৰীখনৰপৰা মৃগেনে বুজিব পাৰিলে। সুবিমলে নিজৰ মনোভাবৰ বিষয়ে একো লিখি থোৱা নাই যদিও মৃগেনে তেওঁৰ মানসিক অৱস্থাৰ বিষয়ে বঢ়িয়াকৈ বুজিব পাৰিলে।

চাকৰি যোৱাৰ দিন ধৰি কি ৰূপেনো সুবিমলৰ অৱস্থা ক্ৰমাত বেয়াৰ ফালে ঢাল খালে, অৱস্থা পতনৰ লগে লগে বন্ধু-বান্ধৱ সকলো বিলাকেই যে আঁতৰি ফাট্ মাৰিলে সেই সকলোবোৰেই ডায়েৰীখনৰ পাতে পাতে বিস্তৃতভাবে লিখা আছে। কোনোবা এদিনাখন সুবিমলে মন্তব্য কৰি লিখিছে, "ডাক্তৰ ঘোষেও আজি কালি দেখা নিদিয়া হ'ল। দিবই বা কিয় ? মইতো তেওঁক 'ফিজ' দিব পৰা নাই। আগতে অৱশ্যে আহিছিল, 'ইনছুৰেন্সৰ কেছৰ' আশাত,—আজি আৰু সেই আশা নাই যেতিয়া কিহৰ আশাত আহিব ? অন্য এঠাইত লিখা আছে,—





মীৰাৰ গহনা বিলাককে বন্ধকত দি ডাক্তৰ ঘোষৰ লেঠাটো মাৰিলোঁ। ডাক্তৰ চাহাবকো পুনৰ এবাৰ আনি মীৰাক দেখুৱাত পগলা ফাটেকত থ'বলৈকে বিধান দিলে। মযো তাকেই কৰিম বুলি স্থিৰ কৰিলে।।"

পঢ়া শেষ হোৱাত নতুন বছৰৰ ডায়েৰীখন সুবিমলৰ গাৰুৰ তলতে পাই হাতত তুলি ল'লে মৃগেনে। মেলি লৈ চকু ফুৰাই যাওঁতে হঠাতে এঠাইত লিখি থোৱা দেখা পালে,—

"ডাক্তৰ চাহাবৰ মটৰত দেখা জনেই মৃগেন হ'ব পায়। মোৰ ভুল হোৱা নাই। কাইলৈ এবাৰ লগ ধৰিবলৈ চেষ্টা কৰিম। মোৰ বিপদৰ বতৰা পায়েই কিজানি মোক বিচাৰি ওলাইছেহি। তেৱেঁই তাহানিতে কৈছিল ব্ৰাহ্মীশাক পগলাৰ কাৰণে ভাল বুলি। আগৰৱালাৰ ঘৰতে ব্ৰাহ্মীশাক আছে বুলি শুনিছোঁ। মৃগেনক লগ পালে কেনেকৈনো ৰান্ধিব লাগে শিকি ল'ম। তাকেই কিছুদিন মীৰাক খুৱাই চাওঁচোন—উপকাৰ পায়েই কিজানি।"

তাৰ পিচৰ তাৰিখত লিখা আছে,—

"আগৰৱালা মানুহজনক বৰ ভাল পালোঁ। মোৰে সৈতে বহুতপৰ কথা পাতি চাহ-জলপানো খুৱালে। তেওঁ নিজৰ ঘৰতে বোলে দিনৌ ব্ৰাহ্মীশাকৰ জোল

বন্ধাই দিব। তেওঁ কৈছে বোলে মোকনো হোটেলত ৰোগীৰ পথ্য কোনে ৰান্ধি দিব? আজিয়েই মই 'টিফিন কেৰিয়াৰটো' দি আহিছোঁ, কাইলৈ পুৱা তাৰপৰাই পগলা ফাটকলৈ লৈ যাম।"

এই খিনি পঢ়িয়েই মৃগেনৰ বুকুখন কঁপিবলৈ ধৰিলে। "তেন্হলে টিফিন-কেৰিয়াৰ' লৈ যোৱাজন স্নুবিমলেই নেকি? কাৰ জীৱনৰ আজি অৱসান ঘটিল?" বুলি চিন্তা কৰি চকীৰপৰা একে চিপেই ঠিয় হৈ চিন্তান্বিত ভাবে কোঠাটোৰ ভিতৰতে ঘূৰা ঘূৰি কৰিবলৈ ধৰিলে। তেওঁৰ গোটেইটো শৰীৰ ভৰিৰপৰা মূৰলৈকে কঁপিবলৈ ধৰিলে। মূৰটো আচন্দ্ৰাই কৰাত পুনৰ বহি পৰিল। ক্ষন্তেক পাচতে কিবা ভাবি দুৱাৰখন মেলি প্ৰায় উন্মাদৰ নিচিনাকৈ লৰ ধৰিলে থানালৈ। হাতৰপৰা কিন্তু ডায়েৰী কেইখন এৰা নাই। থানাত মৃতদেহ নাই। ভগা চাইকেলখনৰ ওচৰতে 'টিফিন কেৰিয়াৰটো' পৰি আছে। বাটি দুটা খুলি চাই দেখে যে অ'ত ত'ত ধূলিয়ে মাকটিয়ে সান্‌মিহলি হৈ লাগি আছে এধানমান ব্ৰাহ্মীশাকৰ কণিকা আৰু তলিতে তাৰে দুফোঁটামান জোল। বাটি দুটা নাকৰ ওচৰলৈ নি শুঙি চাই মৃগেনে বেগাবেগিকৈ খোজ চলালে হাস্পতাললৈ।





'পষ্টমৰ্ত্তেম' হৈ খোৱা মৃতদেহ বলিৰ কটা পাঠাৰ নিচিনাকৈ পৰি আছে হাস্পতালৰ প্ৰাঙ্গণত। কেওঁ কোনো নোহোৱা মৃতকৰ প্ৰতি কাৰোৱেই চকুৰ পানী এটোপাল সৰা নাই। ডাক্তৰ কম্পাউণ্ডাৰ আদি সকলোটিয়েই নিজৰ নিজৰ কামত ব্যস্ত। ওৱাৰিশ নোহোৱা মৃতদেহৰ সমাধি কৰিব লাগিব জামাদাৰবিলাকে। মিউনিচিপালিটীৰ জামাদাৰবিলাক আহি নোপোৱা পৰ্য্যন্ত সেই মৰা শ-ৰ ৰখীয়া হিচাপে বহি আছে হাস্পতালৰ জামাদাৰ 'ভিখু'।

সেইদিনাহে মৃগেনে ভালদৰে বুজিলে সংসাৰখননো কি? দুখ, বেজাৰ আৰু মনকষ্টৰ মাজেদি জীৱন যাপন কৰিব লগীয়া জনে সংসাৰখন চিনিবৰ বাবে বেচি কষ্ট কৰিব নালাগে। বগা কাপোৰ ডুখৰি দাঙি শেষ বাৰৰ কাৰণে বন্ধু স্নুবিমলৰ মুখখন চালে মৃগেনে। নাক মুখ, চকু, মূৰ আদি দুৰ্ঘটনাত সকলো একাকাৰ। তথাপি তেওঁ স্নুবিমলক চিনিব পাৰিলে। আপোন আৰু অতি আপোনজনৰ চিন কেতিয়াও নেহেৰায়। স্নুবিমলৰ নাক-মুখৰ চিন-ছাপ নহলেও, তেওঁৰ দেহাৰ গঠনত মৃগেনে চিনিলে, হাতৰ আঙুলিত চিনিলে আৰু আনকি মূৰৰ সেওঁটা ফলাৰ চানেকিৰ পৰাও ভালদৰে চিনিব পাৰিলে

মৃগেনৰ অন্তৰঙ্গ বন্ধু সহধৰ্ম্মিণী ইবাৰ বান্ধৱীৰ স্বামী সুবিমল মৈত্ৰক।

দুখ, বেজাৰ আৰু আৱেগত মৃগেনে চকুলো টুকিবলৈ ধৰিলে। চকুপানী বা চকুলো। চকুলোত পৱিত্ৰতা আছে। চকুলো দুৰ্ব্বলতাৰ নিছান নহয়—ই হৈছে শক্তিৰ প্ৰতীক। চকুলোৰে নিজ মনোভাব যি ৰূপে ব্যক্ত কৰিব পাৰে, দহ হেজাৰ মানুহৰ ভাষণেও তেনে ভাবে ব্যক্ত কৰিবৰ বাবে সক্ষম নহয়। চকুলো হৈছে বিহ্বলকাৰী মনোভাব আৰু অব্যক্ত প্ৰেমৰ নিদৰ্শন, দূত অথবা কটকী। চকুলোৰে সান্‌মিহলি হৈ উঠা প্ৰেমেইহে উচ্চ স্তৰ লাভ কৰিব পাৰে।

মৃগেনৰ চকুলো প্ৰকাশ পালে বন্ধু-প্ৰেম আৰু বন্ধু বিচ্ছেদ,—এই দুটাৰপৰা। তেওঁৰ চকুলো হৈছিল প্ৰেম আৰু বিষাদৰ সংমিশ্ৰণ। চকুলো বিহীন বেজাৰে অন্তৰত তেজৰ সুঁতি বোৱাই মানুহক ভিতৰি ভিতৰি দাহ কৰে। মৃগেনৰ চকুলোৱে নিজৰ অন্তৰ দাহৰ উপশম কৰিলে। ডাক্তৰ শইকীয়াৰ প্ৰবোধ বাণী আৰু বুজনিয়ে তেওঁক ভালদৰে কন্দুৱালে। সেই ক্ৰন্দনেই তেওঁক সুস্থ অৱস্থাত ৰাখি সুবিমলৰ শ্মশান-যাত্ৰী কৰি নি নিজ বন্ধুৰ মুখাগ্নি কাৰ্য্য সমাধান কৰিবৰ বাবে শক্তি দান কৰিলে।





ডাক্তৰ শইকীয়াই জোতা যোৰ খুলি নিজেই শ্মশান ঘাটলৈ মৃতদেহ চাঙীত তুলি কান্ধত ল'বলৈ ধৰোঁতেই, ক্ষন্তেক আগতে কেৱলমাত্ৰ 'ভিখু' জামাদাৰৰ তত্ত্বাৱধানত থকা কেও কোনো নোহোৱা মৃতকৰ শ্মশানযাত্ৰী হৈ ওলাল বহুতো।

পিতৃ, মাতৃ আৰু পত্নী ইৱাদেবীৰ মুখাগ্নি কাৰ্য্য সমাধা কৰা সেইখনি হাতেৰেই বন্ধু সুবিমলৰ মুখাগ্নি কাৰ্য্য সমাপন কৰিলে মৃগেনে। পছিম দিগন্ত ৰঙচুৱা কৰি সূৰ্য্য দেৱতাই মেলানি মগাৰ লগে লগে সদলবলে সদৌ শ্মশান যাত্ৰীৰ দলটিয়ে প্ৰত্যাৱৰ্ত্তন কৰিলে। বিশাল ব্ৰহ্মপুত্ৰত পাৰি দিয়া টুলুঙা নাওখনিৰপৰা বন-গীতৰ কৰুণ সুৰ এটি বতাহত ভাঁহি আহি সকলোৰে কাণৰ ভিতৰেদি সোমাই মৰম পৰশ কৰিলেহি। চলচলীয়া চকুযোৰ লৈ মৃগেনে সুবিমলৰ সমাধি স্থললৈ দৃষ্টি নিক্ষেপ কৰিলে। দেখা পালে কেইজনীমান কলীয়া কাউৰী আহি তাৰ ওচৰত ৰমলিয়াইছেহি।

———

# ভুলৰ সমাধি

ঘূৰণীয়া পৃথিবীখনে বাগৰটো সলালেই নিশাৰ আগমন হয়! বিশ্ব-জগতৰ ই চিৰন্তন নীতি। সেই আপদীয়া দিনটোৰো অৱসান ঘটিল। পৃথিবীয়েও বাগৰ সলাই সূৰ্য্যদেৱতালৈ পিঠি দিলে। নিশাই ক'লা পাখী দুখন মেলি পৃথিবীক আকোঁৱালি ল'লে। প্ৰতি ঘৰে ঘৰে সন্ধিয়াৰ আৰতিৰ শঙ্খ-ঘণ্টা বাজি উঠিল। প্ৰতিটো ঘৰতে সান্ধ্য আগমনৰ লগে লগে নৈশ ভোজনৰ ব্যৱস্থাত জীয়াৰী বোৱাৰী আৰু আইসকল ব্যস্ত। নিশাৰ নিস্তব্ধতা কিমান মনোমোহা, কিমান সুন্দৰ! দিনৰ ভাগৰৰ অন্তত নিশাৰ আগমনে সকলোকে আনন্দ দান কৰে। সেই সুৱদি নিশাকে কিন্তু আৱোৰাণ লৈ সংসাৰৰ নৰঘাতক কুলাঙ্গাৰ বিলাকে মানুহৰ সৰ্ব্বনাশ সাধন কৰিবলৈ সমৰ্থ হয়। সাধু-সন্তক শান্তিদান কৰা নিশাই ঠগ প্ৰৱঞ্চকক পথ প্ৰদৰ্শায়। চিন্তাহীন জনৰ চকুত

শান্তিৰ টোপনি দান কৰা নিশাই নিৰ্য্যাতিত, নিষ্পেষিত জনৰ চকুৰ টোপনি হৰণ কৰি অশান্তিৰ ছাঁয়াবাজী দেখুৱায়। দিনৰ হাই উৰুমি সাম কটোৱা নিশাই ভগ্ন অন্তৰৰ হা-হুতাসৰ পাতনি মেলায়। নিশা, তুমি দেবী নে ৰাক্ষসী ?

বৰ হুলস্থুল বাতাবৰণৰ মাজেদিয়েই দিনটো পাৰ কৰি দি সন্ধিয়াৰ লগে লগে ডাঃ শইকীয়া আহি ঘৰ সোমাইছেহি। সেই নিশা ডাক্তৰৰ বৈঠকখানাত আৰু পূৰ্ব্বৰ আনন্দ উল্লাস নাই। চিৰানন্দময় ঘৰ খনত সেই নিশা এক বিষাদৰ কালিমা। বৈঠকখানাৰ উজ্জ্বল চাকিৰ পোহৰৰ ঠাইত কেৱল মাত্ৰ এটি সৰু প্ৰদীপৰ ক্ষীণ আভা। কাষৰৰ কুঠৰিতে বহি আছে ডাক্তৰ শইকীয়া, ওচৰৰ বিচনাতে হেলনীয়া অৱস্থাত স্থান লৈছে মৃগেনে। দুয়োৰে মাজত হোৱা কথোপকথন বহু নিশালৈকে চলিলে।

উপন্যাসৰ কাহিনীৰ নিচিনাকৈ মৃগেনে তেওঁৰ জীৱনৰ গুপুত অধ্যায়টি নিখুতভাবে বৰ্ণাই গ'ল ডাক্তৰৰ আগত। মীৰা আৰু ইৰাৰ স্কুলীয়া কাল ছোৱাৰ কথা ক'লে, দুয়োৰো বিবাহ, দুয়ো আঁতৰা আঁতৰি হোৱা, ভাৰত বিভক্তৰ পাচত পুনৰ মীৰা আহি অসম পায়েই ৰান্ধবীক বিচাৰি উলিওৱাৰ পৰা সেই দিনা সুবিমলৰ মৃত্যু পৰ্য্যন্ত





সকলো বিবৰি ডাক্তৰক শ্ৰৱণ কৰোৱাত ডাক্তৰে প্ৰশ্ন কৰিলে, "বাৰু তুমি তোমাৰ জীৱনৰ একাংশ বিবৰণ কিয় মোৰ ওচৰত লুকুৱাই থৈছিলা ? সেইয়া, চোঁৱা—তুমি সিদিনা মই কওঁতে খং কৰিছিলা যে তুমি কোনোৱা যুৱতীৰ সান্নিধ্যৰ আকাঙ্ক্ষাতহে বলিয়া হৈছা। মোৰ ধাৰণাটো তুমি উলাই কৰিব নোৱাৰা।" মৃগেনে কিন্তু তেতিয়াও বৰ দৃঢ়তাৰে ক'লে যে তেওঁৰ মীৰাৰ প্ৰতি ভগ্নী স্নেহৰ বাহিৰে আন একোৱেই নাই।

অন্য এসময়ত হোৱা হ'লে ডাক্তৰে প্ৰশ্ন কৰি কৰি মৃগেনৰ মুখৰপৰাই বহুত তথ্য বাহিৰ কৰিলেহেঁতেন। ডাক্তৰ কিন্তু সেইদিনা পূৰ্ব্বৰ সেই ৰজিয়াল ডাক্তৰ হৈ থকা নাছিল। দুৰ্ঘটনাত মানুহ এটা মৰিল বুলি ক'লে মানুহৰ মনত বিশেষ প্ৰতিক্ৰিয়াই দেখা দিব নোৱাৰিব পাৰে, কিন্তু নিজ হাতেৰে দুৰ্ঘটনাত এজনৰ মৃত্যু ঘটাই অহা জনে বহুত দিনলৈকে অশান্তিত থাকিব লগীয়া হয়। পুৱাৰ দুৰ্ঘটনাৰ বিষয়ে কথা প্ৰসঙ্গত ডাক্তৰেই কথা আৰম্ভ কৰি ক'লে, "বুজিছা মৃগেন, মানুহে যাক দুৰ্ঘটনা বুলি কয়, সেই সকলোবিলাকেই ভগবানে কৰোৱা কাম। চোৱাচোন আজি কতকাল গাড়ী চলালোঁ, ক'তো দুৰ্ঘটনা হোৱা নাই। আজি হঠাতে হ'ল। কাৰ মৃত্যু ঘটিল তাক

নজনাহ'লে একোৱেই নাছিল। আমাৰ হাতত বহুতো মৰিছে, বহুতে আকৌ প্ৰাণ দান পাইছে। কিন্তু তোমাৰ যে এজন অন্তৰঙ্গ বন্ধু আজি মৃত্যুৰ মুখত পৰি তোমাৰ ভগ্ন হৃদয় পুনৰাই চুৰমাৰ কৰিলে সেই কথাতহে বৰ দুখ পাইছোঁ। তাতে আকৌ মানুহজনৰ জীৱনৰ অন্তৰালত ঠিক যেন এখনি উপন্যাস। উপন্যাসখন শেষ নৌ হওঁতেই প্ৰধান চৰিত্ৰৰ সমাধি ঘটিলে পাঠকৰ মনত বৰকৈ ছাপ বহুৱাৰ দৰে আজিৰ দুৰ্ঘটনাত মৃত্যু হোৱা সুবিমলেও মোৰ প্ৰাণত বৰ আঘাত দিছে। অথচ মই তাক দেখাও নাই, চিনিও নাপাওঁ। তথাপি ঠিক যেন মোৱেই আপোন এজনক ময়েই হত্যা কৰিলোঁ, এনে লাগিছে।

মৃগেনে ক'লে, "শুনা ডাক্তৰ, সুবিমল যথাৰ্থতে মোৰ একোৱেই নহয়, কিন্তু তেওঁ মোৰ সকলো। তেওঁৰ পত্নী মীৰা হৈছে মোৰ ইবাৰ বান্ধবী। বহুত দিন একেলগে থকাত আৰু মীৰাৰ স্নেহসনা ব্যৱহাৰ, মনোমোহা চাল-চলনত তাই মোৰ বৰমৰমৰ হৈ পৰিছিল। ঠিক যেন মোৰ ভনী এজনীহে ঘৰত ওলোৱা সোমোৱা কৰি আছে। সেই সূত্ৰেইহে মই সুবিমলক বন্ধু হিচাপে গ্ৰহণ কৰিছিলোঁ। কিন্তু তাৰ এই ডায়েৰীকেইখনৰপৰা বুজিব পাৰিছোঁ, যে সি মোক সঁচাকৈয়ে সহোদৰ হিচাপেই জ্ঞান কৰিছিল" বুলি





ডায়েৰীদুখনৰ পাত লুটিয়াই পুনৰ পঢ়ি গ'ল মৃগেনে আৰু ডাক্তৰেও আগ্ৰহেৰে শুনি গ'ল। মৃগেনে পঢ়ি যোৱাৰ লগে লগে নিজৰ জীৱনৰ সেই গুপুত অধ্যায়টি আৰু ভাল দৰে ডাক্তৰৰ আগত প্ৰকাশ পালে। ডাক্তৰেও মাজে মাজে ইটো সিটো প্ৰশ্নৰ দ্বাৰা বুজিব নোৱাৰাখিনি মৃগেনৰপৰা বুজি লবলৈ ধৰিলে।

হঠাতে এবাৰ ডাক্তৰে কথাৰ মাজতে মৃগেনক প্ৰশ্ন কৰিলে, "ৰ'বাচোন তোমাক এটা কথা সোধোঁ। তুমি সেই ছোৱালীজনীক তোমাৰ পত্নীৰ বান্ধবী বুলিয়েই ইমান মৰম কৰিছিলা নে?" প্ৰশ্নৰ যথাযথ উত্তৰ দি মৃগেনে পুনৰবাৰ ডাক্তৰক বুজাবলৈ চেষ্টা কৰিলে যে তেওঁ হেনো কোনো দিনাই মীৰাৰ ওপৰত কুৎসা ভাব ৰখা নাছিল। তেওঁক 'দাদা' বুলি মতাৰ বাবেই নেকি তেওঁ হেনো মীৰাক বৰ মৰম কৰিছিল আৰু বোলে মীৰাৰ কোনো কথাকে তেওঁ পেলাব নোৱাৰিছিল।

'বাৰু' ডাক্তৰে মাত দিলে, 'এই ডায়েৰীখনৰপৰা বুজিব পাৰিছোঁ যে সিহঁতে বেলেগে ঘৰ লোৱাৰ পাচত তুমি নিতৌ সিহঁতৰ ঘৰলৈ অহা-যোৱা কৰিছিলা। তুমি যে তালৈ যোৱা, সেই কথা তোমাৰ ইবাই গম পাইছিলনে? তুমি তেওঁক জানিবলৈ দিছিলানে?"

এই প্ৰশ্নৰ উত্তৰ দিবলৈ যাওঁতে মৃগেন অলপ আছ-কালত পৰিল। যথাৰ্থতে ইৰাৰ অজ্ঞাততেই যে তেওঁ সেই ঘনিষ্ঠ সম্বন্ধ ৰাখিছিল সেই কথা অতি মাত্ৰাই সঁচা। তথাপি উত্তৰ দিলে, "বোধকৰোঁ জানিছিল। মই তালৈ নগৈনো আৰু কলৈ যাম ?" ডাক্তৰে মাত দিলে, "অ' তুমি বোধকৰা ! বাৰু যাবলৈ দিয়া," বুলি ডাক্তৰে ওঁঠত হাঁহি বিৰিঙাই দিয়াত মৃগেনে অলপ ভয় খোৱাদি খালে, কিজানিবা ডাক্তৰে ভুলকে বুজিছে। কিন্তু সচৰাচৰতে ডাক্তৰৰ মুখত হাঁহিৰ অভাব নোহোৱাৰ কথালৈ মনত পৰি মনৰ সঙ্কোচ ভাব দূৰ হ'ল। ডাক্তৰৰ আগত মৃগেনে আদ্যোপান্ত সকলো ঘটনাৰ এটা নিখুঁত বিৱৰণ দি গ'ল। ডাক্তৰে মৃগেনৰ দীঘলীয়া বক্তব্যৰ অন্তত ক'লে, "তুমি তোমাৰ ৰহস্যময় জীৱনীটো মোৰ আগত মুকলি কৰি অন্য একো কৰিব নোৱাৰিলেও মোৰ ডাক্তৰী বিদ্যাৰ এটা ডাঙৰ অধ্যায় অধ্যয়ন কৰালা। সুবিমলে মোৰ হাতত মৃত্যু বৰণ কৰাত মই যিমান কষ্ট ভোগ কৰিছিলোঁ, তোমাৰ জীৱনীটো শুনি সেই কষ্ট বহুত লাঘৱ হ'ল। সেই মীৰা নামৰ ছোৱালীজনীৰ উন্মাদনা সাম কটাবৰ বাবে মই এতিয়াহে সক্ষম হ'ম। কথা শুনি মৃগেনে উৎকণ্ঠিতাৰ ভাব এটা লৈ সচকিত ভাবে ডাক্তৰলৈ





চোৱাত ডাক্তৰে মৃগেনৰ সেই দৃষ্টিত লুকাই থকা ভাষা তৎক্ষণাতে ধৰি পেলালে। তেওঁ আৰু দৃঢ়তাৰে সৈতে ক'লে, "সঁচাকৈয়ে কৈছোঁ, তোমাৰ মীৰা ভাল হ'ব আৰু পুনৰাই তোমাৰ চকুত চমক লগাই তোমাৰ মনোব্যাধিৰ উপশম ঘটাব।"

'তোমাৰ মীৰা' মানে ?

"কথাৰ মানে, অৰ্থ, ব্যাখ্যা সকলো পাচত নিজেই উদ্‌ঘাটন কৰি ল'বা। বহুত ৰাতি হ'ল, মই যাওঁ, এই ডায়েৰীডুখন মোক দিয়া। মই ভালদৰে পঢ়িব লাগিব। তুমি এতিয়া শুবলৈ চেষ্টা কৰা। মীৰাই পৰিচৰ্য্যা কৰি কাষৰতে বহি আছে বুলি যদি মনতে সুন্দৰ ভাব এটা আনি ল'ব পাৰা নিদ্ৰা দেৱী কাষ চাপিবলৈ কেতিয়াও অমান্তি নহ'ব, বুজিছানে ?" বুলি প্ৰশ্নবোধক চিন ডালেৰে বক্তব্য শেষ কৰি উত্তৰলৈ বাট নাচাই ডায়েৰীকিখন হাতত লৈ যাবলৈ উঠিল। যাবৰ পৰত বিজুলী চাকিটো নুমাই দি জ্বলি থকা হাত লেম্পটো কমাই আঁতৰ কৰি থৈ ডাক্তৰ ওলাই গ'ল। ৰামবিলাস আহি বিচনাৰ ওচৰতে পানী এগিলাচ থৈ আঠুৱাখন খুঁচি দি গ'লহি। মৃগেন কোঠাত অকল শৰীয়া হৈ পৰিল।

সেই নিশা মৃগেনৰ টোপনি নহাটো স্বাভাৱিক। পুৱা

ডাক্তৰৰ লগত পগলা ফাটেকলৈ যোৱা, তাত অকস্মাতে উন্মাদিনী অৱস্থাত মীৰাক দেখা পাই নিজেও বিচলিত হোৱা, বাটত হোৱা সেই মটৰ দুৰ্ঘটনা, সুবিমলৰ মৃত্যু, সুবিমলৰ শ-ৱ দাহ, সুবিমলৰ ডায়েৰীকিখন, এই সকলো বিলাক ভাৱ চিন্তাই জুমুৰি দি ধৰিলেহি। এইবোৰৰ উপৰিও ডাক্তৰৰ সেই নিশাৰ শেষ শ্লেষ বাক্যই মৃগেনৰ মনত আনি দিলে এটা খু-হুৱনি, বুকুখন কঁপি উঠিল। ভাবিলে "এই ডাক্তৰে মোৰ চৰিত্ৰ বৰ বেয়াকৈ আঁকিছে। আজি মীৰাক অকস্মাতে দেখি মই সকলোৰে আগতে বিচলিত ভাব দেখুৱাই কি যে ভয়ানক ভুল কৰিলোঁ। কিয় হঠাতে মই উন্মাদ হৈ পৰিছিলোঁ? মোৰ উন্মাদনাতেই ডাক্তৰৰ খং উঠিল......সেই খঙৰ প্ৰকোপতে তেওঁ ইমান বেগেৰে গাড়ীখন চলোৱাতহে সুবিমল আহি আগত পৰাতো গাড়ীখন ৰখাব নোৱাৰিলে। মোৰ মুৰ্খামীৰ বাবেই হ'ল সুবিমলৰ মৃত্যু।......বাৰু বাৰু ডাক্তৰে যিহকে নাভাবক, তেওঁ মীৰাক ভাল কৰিব পাৰিবনে? তেওঁ কিন্তু বৰ দৃঢ়তাৰে সৈতে তাইক ভাল কৰিম বুলি ঘোষণা কৰি গৈছে। ভাল হ'লে তাই যানো মনত শান্তি পাব। ডাক্তৰে নিজেই কৈছে যে ভাল কৰিব পাৰিলেও পগলাক ভাল কৰাটো অনুচিত? ভাল





হ'লে তাই নিশ্চয় ওৰ্ঘোৰ টোপনিৰপৰা সাৰ পোৱাদি পাব;—তেতিয়াই তাই তাইৰ আগৰ ঘৰ-সংসাৰ কি হ'ল, তাই ক'ত, তাইৰ কেঁচুৱাটো ক'ত—সুবিমল কলৈ গ'ল (?) এই বিলাক চিন্তা কৰি তাই আকৌ পাগলী নহবনে?.........হওকচোন, পুনৰ পাগলীয়েই হওক। কিন্তু দুই এদিন অথবা এক্ষন্তেকৰ বাবেতো তাই সুস্থ হ'ব। এবাৰ অন্ততঃ তাই মোক পূৰ্ব্ববৎ 'মৃগেন দা' বুলি মাতিব। দিনদিয়েকৰ বাবেও যদি তাই ভাল হয়, মই তাইৰ দেহত লুকায়িত, অৱহেলিত অৱস্থাত থকা সেই ৰূপ লাৱণ্য যে দেখিবলৈ পাম—তাইৰ সেই মনোমোহা হাঁহিটো দেখিম........।"

"ছিঃ কি ভাবিছোঁ মই, মই জানো তাইৰ প্ৰেমত পৰিছোঁ এনে ভাব চিন্তাই যে মোক আহুকাল কৰিছে? তাই মোৰ ভনী"।

"ভনী নহয়, তাই আপোনাৰ শনি", হঠাতে ইৰাৰ বিতৃষ্ণাযুক্ত বাক্যষাৰি মৃগেনৰ কাণত পৰিল,—উঠি বহিল। ঘপৰাই বেৰৰ চুইস্‌টো টিপি দিলে। কোঠাটো বিজুলী বাতিৰ পোহৰে ঢৌৱাই নিলে। চাই দেখে কোনো নাই। গিলাচৰপৰা পানী এসোহা পান কৰি মৃগেন উঠি গ'ল। নিলগৰ চকী খনত বহি কিতাপ এখন মেলি ল'লে।

এনেতে টং টং কৰি ওচৰৰ ঘড়ীটোত দুটা কোব পৰাত মৃগেনে সচকিত অৱস্থাত পুনৰাই ভাবিলে,—"ইস্ বহুত ৰাতি হ'ল, শোৱা যাওক" বুলি বিজুলী চাকিটো নুমাই দি পুনৰাই বিচনাত পৰিলেগৈ।

এইবাৰ মৃগেনৰ মনটো হঠাতে ঘূৰি গ'ল নিজ পৰিবাৰ ইৱাৰ প্ৰতি। ভাবিলে,—"এই কুলক্ষণী মীৰাই মোৰ সৰ্ব্বনাশ সাধন কৰিলে। মোৰ সুখৰ সপোন এই কুহকিনীয়ে নষ্ট কৰিলে। মোৰ ইৰাই আত্মহত্যা কৰিলে এই ঢেঙৰণীজনীৰ কাৰণেই। তাই মোৰ ঘৰত যদি নোসোমালেহেঁতেন, আজিও মই ইৰাৰে সৈতে সুখেৰে জীৱন যাপন কৰি থাকিলোঁহেঁতন। তাইৰ সন্তান এটা হৈছিল—ময়ো সন্তানৰ মুখ কিজানি দেখিলোঁহেঁতেন। ইৰাৰ বাহুযুগল মোৰ সন্তানেও কিজানি শোভা কৰিলে হেঁতেন। কিন্তু এইজনীয়েই সৰ্ব্বনাশৰ মূল।"

"মৃগেনদা" বুলি ওচৰতে যেন মীৰাই আহি মাতষাৰ দিলেহি। উচাপখাই শোৱা পাটিতে উঠি বহিল। ঘড়ীটোত বাজি উঠিল টং টং কৰে তিনিটা শব্দ। মৃগেনৰ মুখত প্ৰকাশ পালে 'ছেঃ' কৰি এটা শব্দ। পুনৰ কাতি হৈ পৰিল মৃগেন।

এইবাৰ মৃগেনৰ মনলৈ আহিল আকৌ সেই





মীৰাজনীৰ কথা। ভাবিলে, 'কেনে ৰাংঢালী আছিল এই মীৰাজনী। আজি তাই উন্মাদিনী। মোক আজি তাই চিনি নাপালে। তাহানিৰ সেই সুস্থ অৱস্থাত মোক ইমান দিনৰ মূৰত পোৱা হ'লে এৰিকে নিদিলেহেঁতেন।" মীৰাৰ কথা ভাবি থাকোঁতে থাকোঁতেই মৃগেনৰ চকুৰ আগত ভাহি উঠিল সেই ভাৰতী হোটেলৰ সুবিমলৰ কোঠাটো, তাৰ চুকত পৰি থকা সুবিমলৰ বেগটো, দাৰত থকা লুঙিখন আৰু অন্যান্য বয়বস্তুবোৰ। মৃগেনে সেই ডায়েৰীকিখনত লিখি থোৱা কথাবোৰ সুৰ্বৰিবলৈ ধৰিলে। "সি বেচেৰা অন্য বঙালীৰ নিচিনা নহয়। আমালৈ তাৰ সঁচাকৈয়ে বৰ হেপাঁহ আছিল; অপঘাট মৃত্যুত মৰিলে অসমীয়া মানুহৰ হাতত মৰিবৰ বাবে আকাঙ্ক্ষা কৰি সি ডায়েৰীত লিখি থৈ গৈছে আৰু সঁচাকৈয়ে সি অসমীয়াৰ হাততেই মৰিল। তাহানিতে মই তাক অসমীয়া শাক পাচলিৰ গুণা গুণৰ কথা কওঁতে ব্ৰাহ্মী শাকৰ জোল পগলাৰ কাৰণে ভাল বুলি কোৱা কথাষাৰ তাৰ আজিও মনত আছে। কিমান হেপাহত আৰু বিশ্বাসত সি লৈ গৈছিল সেই ব্ৰাহ্মী শাকৰ জোলকণ, মীৰাক খুৱাবলৈ। তাৰ সেই মনৰ আশা মনতে ৰ'ল..।"

......ডাঙৰ ডাঙৰকৈ সুবিমলে যেন মৃগেনৰ কাণৰ

ওচৰতে ক'লেহি, "মিঃ বৰুৱা, মই যাওঁ। মীৰাক চাব,— ব্ৰাহ্মী শাকৰ জোল খুৱাই.....।"

জাপমাৰি মৃগেন উঠি বহিল। কোনো নাই। পুনৰ বাগৰ দি ভাবিলে, "ই সুবিমলৰ মাত,—মই স্পষ্ট শুনিছোঁ। সি মৰিও আজি ব্ৰাহ্মী শাকৰ কথাকে ভাবি আছে। তাৰ আত্মাটো ইয়াতেই আৱদ্ধ হৈ ৰ'ল। নাই তাৰ আত্মাৰ উদ্ধাৰ কৰিব লাগিব। ময়েই তাইক ব্ৰাহ্মী শাকৰ জোল খুৱাই চাম। ময়েই প্ৰতিপাল কৰিম। ..ইস্। ডাক্তৰে বা আকৌ কি ভাবে, কি কয়।"

".....নাই নহয়, ডাক্তৰেও মোক সন্দেহ কৰা যেন লাগিছে। মই আৰু তাইৰ কাৰণে বেচি উৎকণ্ঠিত হৈ দেখুৱা উচিত নহব। মানুহে কি বুলিব ?" আকৌ ভাবে, "মানুহে যি ভাবিব লগীয়া ভাবিলেই, যি প্ৰচাৰিব লগীয়া প্ৰচাৰিলেই। কলিকতাত বিশ্ব হাজৰিকাৰ মুখতে সকলো প্ৰকাশ পালে।"

বহুত চেষ্টা কৰিও মৃগেনে চকু জাপ নিয়াব নোৱাৰিলে। বিচনাত পৰি ইকাতি সিকাতি কৰি আছে। দুই এবাৰ উঠি বহিছে। লাইটটো জ্বলাই কিতাপ এখনকে মেলি লৈছে। নুমাই পুনৰ বাগৰ দিছে। গাৰুটোকে এবাৰমান লুটিয়াই লৈ চাইছে, কিন্তু টোপনি নাই। ভাব চিন্তা দূৰ নহ'ল।





হঠাতে তেওঁৰ মনত পৰিল ডাক্তৰে দিয়া সেই উপদেশ ফাকিলৈ। তেওঁ মীৰাৰ কথা ভাবিবলৈ ধৰিলে। ভাবিলে, মীৰা যেন ভাল হ'ল। পুনৰ পূৰ্ব্বৰ সেই ৰাংঢালী মীৰাই খোপাই-মূৰে ইন্দ্ৰমালতী ফুলৰ জেউতি চৰাই লয়লাস গতিৰে আহি যেন "মৃগেন দা, টোপনি অহা নাই (?)" বুলি প্ৰশ্ন কৰি ঠিক যেন মৃগেনৰ মূৰ শিতানতেই বহিছেহি। "আপুনি শুবলৈ চেষ্টা কৰক মৃগেনদা, মই বাৰু মূৰটো মোহাৰি দিওঁ' বুলি কৈয়েই যেন মীৰাই মৃগেনৰ মূৰত হাত-দি কোমল আঙুলি বিলাক চুলিৰ মাজেদি পাৰ কৰি কৰি মৃগেনক শুৱাবলৈ চেষ্টা কৰিছে। শীতল হাতৰ পৰশত চকুদুটা জাপ যাওঁ নাযাওঁতেই যেন মীৰাই প্ৰশ্ন কৰিছে, "মৃগেনদা, টোপনি অহা নাই ?" কি উত্তৰ দিব ? নাই অহা বুলিলে মীৰাই কিজানি বেয়াকে পায় বুলি মৃগেনে উত্তৰ নিদিলে। তায়ো যেন হাতত সাৰে ভৰিত সাৰে উঠি ভালদৰে গাত কাপোৰখন দি পুনৰাই মাত দিলে, 'মৃগেনদা' ! এইবাৰ সঁচাকৈয়ে টোপনি আহিল। মীৰাৰ কাল্পনিক পৰিচৰ্য্যাত চকু জাপ গ'ল। কল্পনা। কল্পনা মধুৰ, কল্পনা সুখময়, কল্পনাত সৌন্দৰ্য্য আছে। কল্পনাই হৈছে অন্তৰৰ চকু। পগলা, প্ৰেমিক আৰু কবিসকলতেই কল্পনা থুপ খাই আছে। কাল্পনিক মীৰা সান্নিধ্য আৰু

গীৰা স্পৰ্শতাই মৃগেনৰ চকুত শান্তিৰ টোপনি দান কৰি গ'ল। তেওঁ পাগল, কবি নে প্ৰেমীক?

পুৱা টোপনি ভগাত অলপ পলমেই হ'ল। ওৰে নিশা চাটি ফুটি কৰাই চিন্তাদেবীয়ে নিদ্ৰাদেবীৰ সৈতে কৰিছিল কাঁজিয়া। ৰাতি পুৱাবৰ সময়ত জাপ যোৱা চকু হালিয়ে পুৱাৰ ফেহুজালিৰ লগে লগে মেল খাবলৈ অমান্তি হ'ল। উঠোতে যথেষ্ট পলমেই বুলিব পাৰি। ৰ'দৰ চেৰেঙনিটোৱে আমনি নকৰা হ'লে, মৃগেনে সেই পুৱাতে কিজানি ডাক্তৰ শইকীয়াৰ তৎপৰতা দেখা নাপালেহেঁতেন। ডাক্তৰৰ বাহিৰা ঘৰটো আজি বহুত দিন অযত্ন অৱস্থাত। দুৱাৰ খিড়িকীবোৰো বহু কাল মেল খোৱা নাই। সেই পুৱাতে মৃগেনে দেখিলে যে ডাক্তৰে দুই তিনিটা লগুৱা লগত লৈ ঘৰটো পৰিষ্কাৰ কৰাত ব্যস্ত। উদ্দেশ্য বুজিব নোৱাৰি ডাক্তৰৰ কাষ চাপি গৈ প্ৰশ্ন কৰাত উত্তৰ পালে, "তোমাৰ মনোব্যাধি উপশমাৰ্থে।" কথাষাৰ কৈয়েই ডাক্তৰে মুখত দুষ্টামীৰ হাঁহি এটা ফুটাই তুলি মটৰত বহি 'ষ্টাৰ্ট' দিলে। চলি যোৱা মটৰখনৰ ফালে কিছুপৰ ৰ লাগি চাই থাকি মৃগেনে বঙলা ঘৰটোৰ ফালে খোজ চলালে। প্ৰাতঃ ভোজ-নাদি সমাপন কৰি মৃগেনো ঘৰৰপৰা ওলাই গ'ল। বহিলেগৈ সেই ভৈৰবীঘাটৰ ওচৰত থকা জৰী গছ জোপাৰ তলত।





ভৈৰবীঘাট। নীৰৱ নিস্তব্ধ ভৈৰবীঘাট—ভাবুক সকলৰ স্বৰ্গ। কবিসকলৰ কবিতাৰ সমল যোগাব পৰা ভৈৰবী-ঘাটে ব্যথিত হৃদয়ত শান্তি দান কৰে; মনলৈ আনি দিয়ে এই ভৈৰবীঘাটে অতীতৰ সেই সোণাময় দিনবোৰৰ এটি কৰুণ স্মৃতি। সমাজৰ অবাঞ্ছনীয় কোলাহলে স্পৰ্শ কৰিব নোৱাৰা ভৈৰবীঘাটে শান্তিহীন্ জনৰ প্ৰাণত শান্তিৰ নিজৰা বোৱায়। ঠিক যেন সমাজৰ সৈতে বিৰোধিতা কৰিবৰ বাবেইহে এই ভৈৰবীঘাটৰ সৃষ্টি। তাত সমাজৰ কোলাহল নাই,—নীৰৱ নিস্তব্ধ। সমাজে শিক্ষা দিয়ে জীয়াই থাকি-বলৈ,—নীৰৱ নিস্তব্ধতাই শিক্ষা দিয়ে মৰিবলৈ। নীৰৱ, নীৰৱ, কেউফালে নীৰৱ নিস্তব্ধ। তেনে পৰিস্থিতিৰ মাজত থাকিলে পূৰ্ব্বৰ সেই অশান্ত সন্ধিয়াবিলাকৰ কথা মনলৈ আহে;—নিজৰ জীৱনত কৰি যোৱা ভুল ভ্ৰান্তি বিলাকৰ কথাও সোঁৱৰণ হয়। মনলৈ আহে কেনেকৈ, কিৰূপে আৰু কি কাৰণে নিজৰ জীৱনটো হ'ল ব্যৰ্থ। তেতিয়াই সেই নীৰৱতাই মনলৈ আনি দিয়ে আত্মহত্যাৰ ভাব। কবিতা, কাব্য আদি সুকোমল ভাবো উদয় হয় একমাত্ৰ নীৰৱতা নিস্তব্ধতাত। ভৈৰবীঘাট। বিশাল ব্ৰহ্মপুত্ৰৰ পাৰৰ ভৈৰবীঘাট। সেই ভৈৰবীঘাটৰ মৃদু মলয়াই কাষৰতে বহি থকা মৃগেনৰ আগত তেওঁৰ বিগত জীৱন-বুৰঞ্জীৰ পাত

গোটাচেৰেক লুটিয়াই দি গ'ল। মৃগেনৰ মনলৈ সকলো পুৰণি কথা আহিবলৈ ধৰিলে। মনত পৰিল, নিজ পৰিবাৰ ইৰাৰ কথা। কলেজৰপৰা ঘৰলৈ ঘূৰি আহোঁতে সৰ্ব্ব প্ৰথম বাৰৰ কাৰণে ৰেলত ইৰাৰে সৈতে সাক্ষাত হোৱা দিনটোলৈ মনত পৰিল। ইৰাৰ সৈতে পৰিচয় হবলৈ মৃগেনৰ কি যে এটা প্ৰৱল হেপাহ হৈছিল সেইদিনা। সহযাত্ৰীৰূপে পৰিচয় হোৱাৰ পাচৰ কেইবাটাও দিন মৃগেনে চকুৰ আগত ইৰাকেই যেন দেখি আছিল। যৌৱনৰ সেই আদি অৱস্থাত প্ৰতি যুৱকে যুৱতীসকলৰ প্ৰতিটো অঙ্গতে সৌন্দৰ্য্য দেখা পায় আৰু কোনো এক যুৱতীৰ হাতৰপৰা সৰিপৰা ৰুমালখনো যদি হাতত তুলি দিবলৈ সুবিধা পায়, তেতিয়াহ'লে নিজকেই ধন্য মানে। ৰেলত অহা যোৱা কৰা কলেজীয়া ছোৱালীহঁতৰ মাল পত্ৰ যথা স্থানত থান থিত লগাই থ'বৰ বাবে ল'ৰাহঁতৰ মাজত যি হেতা-ওপৰা লাগে তাক দেখিলে সঁচাকৈয়ে পুতৌ জন্মে। বুদ্ধিমতী আইদেউসকলেও বিনা মূল্যে কাম কৰাই লৈ ল'ৰাহঁতৰ উদ্বিগ্নতাত অন্তৰত বিদ্ৰূপৰ হাঁহি ফুটাই তুলি আমোদ কৰে। ছোৱালীহঁতৰপৰা বিদায় ল'বৰ পৰত ল'ৰাহঁতৰ যে কত ধৰণৰ ক্ষমা প্ৰাৰ্থনা! এৰা এৰি হোৱাৰ পাচত ছোৱালীহঁতে ল'ৰাবিলাকৰ কথা নিজ নিজ বান্ধবীহঁতৰ





আগত প্ৰকাশি কৈ পুতৌ কৰে। ল'ৰাহঁতে ইফালে ভালে কেইটা দিন পঢ়াশুনা বাদ দি প্ৰেমৰ কবিতা লিখিবলৈ আৰম্ভ কৰি ফটা কাগজৰ টুকুৰাবোৰৰে কোঠাটো নিতৌ পুৰা একাঠ্ঠ কৰে। ল'ৰাহঁতৰ পঢ়া মেজৰ তলত কাগজৰ সৰু সৰু টুকুৰাবোৰ আবিষ্কৃত হ'লেই নিৰ্ভুলকৈ বুজিব পাৰি যে তেওঁবিলাক সদ্যহতে যুৱতী দৰ্শন বা যুৱতী সান্নিধ্যৰপৰা বঞ্চিত। কলেজীয়া ছাত্ৰ নহলেও সেই সময়ত মৃগেনৰ অন্তৰৰ হাব ভাব আৰু চিন্তাৰ ধাৰা কলেজৰ ল'ৰাৰে পৃথক নাছিল বাবেই ইৰাৰপৰা বিদায় লৈ আহি তেওঁ নিজেও যে দুই চাৰিটামান কবিতা লিখি সযত্নে বাকচত ভৰাই থৈছিল সেই কথাও মৃগেনৰ মনত পৰিল। ইৰাৰ সৈতে প্ৰথম মিলনতে মৃগেনে সেই 'প্ৰথম দৰ্শনতে প্ৰেম'ৰ কথা কৈ তাৰ প্ৰমাণ স্বৰূপে তেওঁ লিখা কবিতা কেইটা আবৃত্তি কৰি ইৰাক শ্ৰবণ কৰাওঁতে লাজতে ইৰাৰ মুখ ৰঙালী হৈ উঠিছিল আৰু তাৰ লগে লগে ইৰাৰ ওঁঠত বিয়পি পৰা লাজুকীয়া হাঁহিৰ আভাসটো পলকতে মৃগেনৰ চকুৰ আগত ভাঁহি উঠিল আৰু মৃগেনৰ চকুৰ আগত জিলিকি উঠিল ইৰাৰ জীৱনৰ সেই শেষ দিৱসৰ দেহাভৰণ, দেহৰ অবয়ৱ আৰু কান্তি। মৃগেনে ভাব চিন্তাত ডুব মাৰি নিজৰ স্থিতি পৰ্য্যন্ত পাহৰি যাব

খোজা অৱস্থাতে হঠাতে শুনিবলৈ পালে মীৰাৰ অতীতৰ সেই চিৰপৰিচিত মাতষাৰি, "মৃগেনদা ভাত খাই যাব, মই ইবাদিলৈ চিঠি পঠাই দিওঁ।" উচাপ খাই মৃগেনে ডাঙৰকৈ উচ্চাৰণ কৰি মাত দিলে,—"মী....ৰা"। ঘূৰি চাই দেখে যে তেওঁৰ পাচফালে কেতিয়াবাৰপৰা ডাক্তৰ শইকীয়া আহি নীৰৱে ঠিয় হৈ আছে আৰু নিলগৰ মটৰ খনৰ ওচৰতে ঠিয় দি আছে ৰামবিলাস। "উঠা মৃগেন, তোমাৰ বেমাৰটো কি, মই ধৰিব পাৰিছোঁ। এতিয়া ঘৰলৈ ব'লা। তোমাৰ ব্যাধিৰ উপশম ঘটোৱাৰ দিহা মই কৰিছোঁ।" বুলি ডাক্তৰে মৃগেনৰ হাতত ধৰি লৈ গৈ মটৰত উঠিলেগৈ। মৃগেন সঁচাকৈয়ে লজ্জিত।



চৰকাৰী বঙলাটোৰ বাহিৰৰ ঘৰটো সেইদিনা পৰিষ্কাৰ কৰাৰ পাচতেই ডাক্তৰে মীৰা আৰু নিবাৰণ মাষ্টৰক আনি তাতেই স্থান দিলেহি। ৰামবিলাসেও পূৰ্ব্বৰ পৰিচিতা মীৰাক পাই বৰ বং পালে। মীৰা পাগলী। পাগলী হলেও তাইৰ উন্মাদনা নাই। ডাক্তৰৰ বাহিৰা





ঘৰটোত প্ৰবেশ কৰিয়েই তাই পগলা ফাটেকত কৰা কাৰ্য্যৰে পুনৰাবৃত্তিত লিপ্ত হ'ল। নিলগৰ হেলনীয়া চকী এখনতে বহি নিবাৰণ মাষ্টৰে কি আকাশ পাতাল চিন্তা কৰিছে কোনে ক'ব? পগলা ফাটেকৰেই ক্ষুদ্ৰ তাণ্ডৱ এটি সৃষ্টি হ'ল, ডাক্তৰৰ বাহিৰা ঘৰটোত। ডাক্তৰে প্ৰথম কেইটা দিন তাইৰ গতি বিধি লক্ষ্য কৰি উন্মাদনাত বকা প্ৰলাপবাণীবোৰ বুজিবৰ বাবে চেষ্টা কৰিলে। পগলা ফাটেকত তেওঁ নিয়োগ কৰা সেই মানুহ দুজনে লিখি ৰখা প্ৰলাপবাণীবোৰ ভালদৰে পৰীক্ষা কৰি চালে। সুবিমলৰ ডায়েৰীকেইখন সূক্ষ্মৰূপে অধ্যয়ন কৰিলে। এদিন ডাক্তৰে অকস্মাতে সকলো চিকিৎসা বন্ধ কৰি দিলে। তেতিয়াৰেপৰা মৃগেনক লগত লৈ পুৱা গধূলি তাইক চাবলৈ যায়। ডাক্তৰৰ একান্ত চেষ্টা চলিল যাতে মৃগেনে নিজে তাইৰ প্ৰতিপালৰ ভাৰ গ্ৰহণ কৰে। আৰম্ভনিতে ডাক্তৰৰ প্ৰস্তাৱত মৃগেনে কৃত্ৰিম আপত্তি দেখুৱালেও মীৰাৰ প্ৰতি থকা স্বাভাৱিক টানে মৃগেনক টানি লৈ গ'ল, মীৰাৰ ফালে।

সৰু সৰু লৰা ছোৱালীৰ দৰে চুক এটাতে মীৰাই বহি বহি ৰন্ধা বঢ়াৰ ভাও ধৰি থাকে। মাজে মাজে হঠাতে চিঞৰি দিয়ে, "মৃগেনদা, ভাত খাই যাব", "ভুল

ভুল ইবাদি, তুমি মোক ভুল বুজিলা।” পাগলীৰ মুখত হঠাতে বিকট চিঞৰ শুনি মৃগেন উচাপ খাই উঠে। অতীতৰ সোঁৱৰণে আনি দিয়ে গাত এটা অদ্ভুত ধৰণৰ শিহৰণ। অজান আতঙ্কই স্থান লয়হি মৃগেনৰ অন্তৰত। বুকুখন দুৰু দুৰু কৈ কঁপি উঠে। পুনৰ পূৰ্ব্বৰ সকলো কাহিনীৰ খেলি-মেলি ভাব আহি মৃগেনৰ অন্তৰত ভুমুকি মাৰেহি। একে চাপেই উঠি চিন্তান্বিত ভাবে কোঠাটোৰ ভিতৰতে ইফাল সিফাল কৰি ঘূৰিবলৈ ধৰে।

এদিন হঠাতে মৃগেনৰ কাণত পৰিল মীৰাৰ মুখত উচ্চাৰিত হোৱা এযাৰি নতুন বাক্য—“শুয়ে পৰ খোকন, শুয়ে পৰ।” “কি হ’ল মীৰা, কাক শুবলৈ কৈছা (?)” বুলি প্ৰশ্ন কৰি কৰিয়েই মীৰাৰ ওচৰ পালেগৈ। ওচৰ পাই দেখে যে তাই গাৰু এটা কোলাত লৈ নচুৱাই নচুৱাই, গুণগুণ কৰি গাইছে—

“ছেলে ঘুমাল পাড়া জুড়াল
বৰ্গী এল দেশে,
বুলবুলিতে ধান খেয়েছে
খাজনা দেব কিসে।”

মৃগেনৰ মনত পৰিল তাইৰ সেই কেঁচুৱাটোলৈ। সেই অকণমান কেঁচুৱাটোক যে তাই নিজেই ডিঙিত ডোল





এডালেৰে বান্ধি ওলোমাই হত্যা কৰিলে, সেই কথা মৃগেনে সুবিমলৰ ডায়েৰীখনত পাইছিল। সদ্যজাত শিশু সন্তানে সচৰাচৰতে মাতৃ বক্ষৰ অমৃত পান কৰে কিন্তু চিৰদিনৰ কাৰণে মাকে বুকুতেই স্থান দিয়ে। পিতাই সন্তানৰ ফালে পিঠি দিব পাৰে, ককাই ভাই, বাই-ভণী, এই সকলো-বিলাক আঁতৰ হ’ব পাৰে, স্বামী-স্ত্ৰীৰ মাজতো বিচ্ছেদ হোৱাৰ উদাহৰণ ভুৰি ভুৰি, কিন্তু মাকৰ সন্তানৰ প্ৰতি প্ৰেম চিৰকাল অটুট,—সন্তানৰ উন্নতিৰ কালত, অৱনতিৰ কালত আৰু আনকি সমগ্ৰ পৃথিবীয়ে গৰিহনা আৰু নেওচা দিয়া কালতো যি গৰাকীৰ স্নেহৰ মাত্ৰা এক ৰতিও হ্ৰাস নাপায়, সেই গৰাকীয়েই হৈছে মা, আই, আম্মাজান। সেই মা আজি উন্মাদিনী। উন্মাদনাৰ মাত্ৰা বৃদ্ধি পাই নিজৰ সন্তানকো কৰিলে হত্যা। সেই হত্যাকাৰিণী, উন্মাদিনী মাতৃদেবীয়ে উন্মাদ অৱস্থাতে নিজৰ শিশুক কৰিছে লালন পালন। সুমধুৰ স্বৰে নিচুকনি গীত গাই কাল্পনিক শিশু সন্তানৰ চকুত শান্তিৰ টোপনি আনয়নৰ কৰিছে চেষ্টা। মা, মাতৃ, আই, আম্মাজান,—তুমি যথাৰ্থতে দেবী।

মীৰাৰ কাৰ্য্যকলাপে মৃগেনক ভীত কৰি তুলিলে। ভাবিলে, ‘এইক ভাল কৰি কিবা লাভ হ’বনে? এই

আজি গাৰুটোকে তাইৰ কেঁচুৱাটো বুলি নচুৱাই, গীত গাই আনন্দ লভিছে,--কিন্তু ভাল হ'লে ?'—লাহে লাহে মৃগেনে ডাক্তৰৰ বঙলাঘৰৰ ফালে খোজ চলালে। ডাক্তৰৰ আগত মৃগেনে মীৰাৰ গতিবিধিৰ বিষয়ে আদ্যোপান্ত সকলো বিবৰি দিলেগৈ। সকলো কথা ডাক্তৰে মনোযোগ দি শুনি কিছু সময় তলকা মাৰি বৈ ক'লে, "নহয় মৃগেন, তাই ভাল হ'ব। ময়ো তাইক ভাল কৰিব পাৰিম। কিন্তু তোমাৰ সহযোগৰ প্ৰয়োজন। তোমাৰ ধৈৰ্য্যৰ প্ৰয়োজন। মোৰ ইয়াত থকাৰ পাচৰ পৰাহে মই তাইক ভালদৰে পৰীক্ষা কৰি চাবলৈ সুবিধা পাইছোঁ। ইয়াৰ পূৰ্ব্বতে আৰু এশটা পগলা-পাগলীৰ লগতে তাইক স্থান দি থৈছিলোঁ। এতিয়া সূক্ষ্মৰূপে চাই মই ভালদৰে বুজিব পাৰিছোঁ যে তাইৰ পগলামী হৈছে এয়ে যে তাই তাইৰ পূৰ্ব্বৰ সকলো কাহিনী পাহৰি গ'ল। কেৱলমাত্ৰ তোমাৰ লগত প্ৰচাৰিত কলঙ্ক কাহিনী আৰু সেই সময়ৰ দুই এষাৰ বাক্য মাথোন মনত মাজে মাজে আহি পৰেহি, তাকো খেলিমেলি ভাবে। তাকেই তাই চিঞৰি থাকে। তাই যি পঢ়াশুনা কৰিছিল সেই সকলো বিলাকেই ব্যৰ্থ হ'ল। তাইৰ একো মনত নাই। তোমাৰ জীৱন কাহিনীৰপৰা মই এই কথাকে বুজিব পাৰিছোঁ যে





সিহঁত ভগনীয়া হিচাপে দেশত্যাগী হোৱাৰ পাচত নানান বিলাই বিপত্তিৰ মাজেদি আহি তোমাৰ ঘৰতেই শান্তিৰ ৰেঙণি দেখা পাইছিল। দীৰ্ঘকাল তোমাৰ লগত থাকি তোমালোকৰে আত্মীয় ভাব গঢ়ি তোলা কালছোৱাই তাইৰ জীৱনৰ সৰ্ব্বোচ্চ কাল বুলিব পাৰি। সেই কালছোৱাৰে সৰ্ব্বোচ্চ মুহূৰ্ত্ত এটাৰ কথা যদি তাইৰ মনলৈ আনিব পাৰা মোৰ দৃঢ়বিশ্বাস যে তাই ভাল হ'ব। কিন্তু তুমি আৰু ৰামবিলাসৰ বাহিৰে তাইৰ পূৰ্ব্বৰ স্মৃতি জগাই তোলা কাৰো সাধ্য নাই। আৰু এটা কথা, তাইৰ প্ৰলাপবাণীৰেই সহায় ল'ব লাগিব। প্ৰলাপত যেতিয়া অতীতৰ কথা দুই আষাৰ বকে তেতিয়াই কিজানি মুহূৰ্ত্তৰ বাবে তাইৰ সুস্থাৱস্থা আহি নিমিষতে নোহোৱা হয়। তাই বকা কথাৰ আঁত উলিয়াই সেই অতীত মুহূৰ্ত্তৰ দৃশ্যটো যদি তাইৰ আগত প্ৰদৰ্শন কৰিব পৰা হয়, তেতিয়াও হঠাতে তাইৰ মনটো সেই মুহূৰ্ত্তৰ সমসাময়িক ঘটনালৈ আকৰ্ষিত হ'ব পাৰে। কিন্তু সেইটো বৰ কঠিন কাম। তথাপি চেষ্টা কৰাত আপত্তি কি ?"

ডাক্তৰৰ দীঘলীয়া বক্তব্য মৃগেনে সুস্থিৰে শুনি গ'ল। মীৰাক আৰোগ্য কৰিবৰ কাৰণে ডাক্তৰৰ আন্তৰিকতাও মৃগেনে ভালদৰে বুজিব পাৰিলে। ডাক্তৰৰ বিধানত

আপত্তিসূচক কোনো বাক্যই মৃগেনৰ মুখত প্ৰকাশ নাপালে। বিনা বাক্যই তেওঁ ভাব ভঙ্গিৰে সম্মতি প্ৰকাশ কৰাত ডাক্তৰে পুনৰাই কলে, "বুজিছা মৃগেন, স্কুল-কলেজত টান অঙ্ক এটাৰ উত্তৰ উলিয়াই যিটো আহ্লাদ পোৱা যায়, এজন ৰোগীক আৰোগ্য কৰিব পাৰিলে আমি ডাক্তৰ সকলে তাৰ শতাধিক আনন্দ লাভ কৰোঁ। তুমি কৈছা ভাল হ'লে কিজানি তাই পূৰ্ব্বৰ কথা স্মৰণ কৰি মনত কষ্ট পাব। কিন্তু তাইতকৈয়ো দুৰ্ভগীয়া নাৰী পৃথিবীত নাই জানো? তাইক ভাল কৰিব পাৰিলে মোৰ কৃত-কাৰ্য্যতাৰ বাবে মই যি আনন্দ পাম সেই আনন্দৰপৰা তুমি মোক বঞ্চিত নকৰিবা ভাই। যোৱাঁ, তুমি তাইৰ লগ নেৰিবা। যিদিনাই তাই তোমাক চিনি পাব সেই দিনাৰেপৰা তাই ভাললৈ আহিব।"

ডাক্তৰৰ কথাত যে কুটিলতা নাই তাক মৃগেনে ভালদৰে বুজিব পাৰিলে। মীৰাৰ ওচৰত থাকি তাইক পৰিচৰ্য্যা কৰিবৰ কাৰণে মৃগেনৰ মনতো সঁচাকৈয়ে এটা প্ৰবল ইচ্ছা আছিল। কিন্তু ডাক্তৰৰ ভয়তেই সেই ইচ্ছা তেওঁ প্ৰকাশ কৰিব পৰা নাছিল। অপ্ৰত্যাশিত ভাবে ডাক্তৰৰ পৰামৰ্শ পাই মৃগেনে ধন্য মানিলে। কোনো ওজৰ আপত্তিয়েই নুতুলিলে।





মীৰাৰ পৰিচৰ্য্যাত মৃগেনক নিয়োগ কৰি দিনচেৰেকৰ বাবে ডাক্তৰে অলপ আলেঙে আলেঙে থাকিবলৈ ধৰিলে। পুৱা আৰু আবেলি ক্ষন্তেকৰ কাৰণে মাত্ৰ ৰোগিণীক দেখা দি নাড়ীৰ গতিবিধি লক্ষ্য কৰাৰ ভাও ধৰি মৃগেনৰ গতিবিধি নিৰীক্ষণ কৰি চায় যে তেওঁৰ বিধানে কিমান দূৰ কাম কৰিছে। ডাক্তৰে দেখিলে যে দিনচেৰেক পৰিচৰ্য্যা কৰাৰ পাচতেই মৃগেন আৰু পূৰ্ব্বৰ মৃগেন হৈ থকা নাই। তেওঁৰ বহুত পৰিৱৰ্ত্তন ঘটিল এই দুদিন মানতে। মৃগেন বৰ্ত্তমান কামত ব্যস্ত। এতিয়া আৰু মৃগেনে নীৰৱতা নিবিচাৰে। ভৈৰবীঘাটৰ কথা তেওঁ পাহৰিলে। তেওঁ কামত ব্যস্ত। পুৱাৰেপৰা সন্ধিয়া পৰ্য্যন্ত মীৰাৰ ওচৰতে বহি বহি তাইৰ মনতনো পূৰ্ব্বৰ স্মৃতি কেনেকৈ জগাই তুলিব পাৰে তাৰেই চিন্তাত ব্যাকুল। তাইৰ পিন্ধা-উৰা, খোৱা-বোৱা এই সকলো বিষয়তে চকু দিব লগীয়া হোৱাত মৃগেনৰ সঁচাকৈয়ে আজিকালি সময়ৰ অভাব। তেওঁৰ অন্তৰঙ্গ বন্ধু ডাঃ শইকীয়াৰ লগত দেখা সাক্ষাত কৰি পূৰ্ব্বৱত আ-আলোচনা কৰিবলৈও খুব কম সময়হে পায়। বাধ্য হৈ সন্ধিয়াৰ লগে লগে ডাক্তৰ ওলাই গৈ বহেগৈ ক্লাবত।

নিবাৰণ মাষ্টৰৰ সান্নিধ্যই যে মৃগেনৰ পৰিচৰ্য্যা

কাৰ্য্যত কিছু পৰিমাণে ব্যাঘাত জন্মাইছিল, তাক বুজিবলৈ বিচক্ষণ ডাক্তৰৰ সৰহ সময় নালাগিল। মৃগেনৰ কথা বাৰ্ত্তা, চাল-চলনে ডাক্তৰক বঢ়িয়াকৈ বুজাই দিছিল যে তেওঁ যেন মীৰাক অকলে অকলে পালেহে সেই পূৰ্ব্বৰ স্মৃতি জগাই তুলিবলৈ সক্ষম হ'ব। কেইদিনমান লক্ষ্য কৰিয়েই মৃগেনক মীৰাৰ কালে টানি ৰখা মনিব নোৱৰা সৰু সূতা ডালিলৈ ডাক্তৰৰ চকুত পৰিল। মৃগেনে সেই সূতা মনিব নোৱাৰিলেও বিচক্ষণ ডাক্তৰৰ চকুৰ চোকা দৃষ্টিয়ে মৃগেনৰ বক্ষস্থল ভেদ কৰি সত্য কথা উদ্ঘাটন কৰিবৰ বাবে সক্ষম হৈছিল।

অতি সূক্ষ্মৰূপে পৰীক্ষা কৰি ডাক্তৰে বুজিব পাৰিলে যে মীৰাক পৰিচৰ্য্যা কৰি মৃগেনে মনতে পায় আহ্লাদ। পাগলী মীৰাৰ অৱহেলিত দেহ-ৰূপ, যৌৱন বিৰিঙা সুঠাম দেহৰ অবয়ব আৰু কান্তি দেখি মৃগেন হৈ থাকে আপোন ভোলা। তাকে চাই চাই ৰঙিয়াল ডাক্তৰে মনতে ৰং কৰে; কিন্তু মৃগেনক বুজিবলৈ নিদিয়ে। মৃগেনৰ বিগত জীৱনৰ কাল ছোৱাৰ কথা স্মৰণ কৰি ডাক্তৰে ভাবিলে,— "এই কাপোৰ-কানি দেহাভৰণাদিৰ লাগ বান্ধ নোহোৱা পাগলীজনীৰ কালে যি মৃগেন ইমান আকৃষ্ট, তাই যেতিয়া সুস্থ অৱস্থাত ওঁঠত হাঁহি বিৰিঙাই মৃগেনৰ ঘৰত স্থিতি





লৈ নিঃসঙ্কোচচিত্তে হলি গলি কৰি ফুৰিছিল, তেতিয়া সেই অৱস্থাটো তাৰ নিজৰ ঘৈনীয়েকে সহ্য কৰিব কেনেকৈ? অবুজন মৃগেনে নাৰী হৃদয় বুজিব নোৱাৰি নিজৰ ঘৰ-সংসাৰ ছাৰখাৰ কৰিলে। মূৰ্খ মৃগেনে বুজিব নোৱাৰিলে যে আমাৰ আইনতকৈও তিৰোতাৰ দৃষ্টিৰ শক্তি প্ৰৱল আৰু শক্তিশালী। সি নুবুজিলে ভালেই হওক অথবা মন্দই হওক, সকলো কাৰ্য্যৰ গুৰিতে হৈছে যেই কোনো এগৰাকী তিৰোতা। সি আজিও বুজা নাই যে মানুহৰ চকু দুটা কিন্তু জিভা এখনহে আৰু সেইবাবে জিভাৰে কোৱাৰ দুগুণ চকুৰে দেখে। সি অনুভৱ কৰিব নোৱাৰিলে যে তিৰোতাৰ চকুযোৰেই হৈছে পুৰুষৰ অন্তঃকৰণৰ নাড়ী। ডাক্তৰে নাড়ী পৰীক্ষা কৰি হৃদপিণ্ডৰ গতিবিধিৰ লক্ষণ বুজিব পৰাদি তিৰোতা সকলে যে চকুৰ দৃষ্টিৰেই পুৰুষৰ অন্তৰখন বুজিব পাৰে তাক সি বুজিব নোৱাৰিলে। সি যে অজানিত ভাবে মীৰাৰ প্ৰেমত পৰি কৰুবকাই মৰিছে সি তাক বুজা নাই,—বুজালেও সি নুবুজে,—তাৰ উঠে খং। কিন্তু সি তাৰ কাৰ্য্য-কলাপৰ দ্বাৰাই সুন্দৰ ভাবে প্ৰমাণ কৰি দিছে যে সি সেই পাগলী জনীত আসক্ত। সেই কথা বুজিবলৈ তাৰ শক্তি নাই। সি অন্ধ। প্ৰেমৰ ক্ষীণ এডালি সূতাৰে যিমান দৃঢ়ভাবে

আৰু কট্ কটীয়াকৈ মানুহক বান্ধিব পাৰে, হাতী বন্ধা পঘা এড়ালেৰেও সিমান দৃঢ়তাৰে বান্ধিব নোৱাৰে।”

ডাক্তৰে পুনৰ ভাবিলে, “সেইকালৰ মীৰাৰ সাজ-পাৰ অথবা ভৰ যৌবনৰ ৰূপ লাৱণ্যৰ বাবেই যদি মৃগেনে তাইক ভাল পাইছিল বুলি ভাবোঁ সিয়োতো সত্য নহয়। তেতিয়া হ'লে তাইৰ এই অবহেলিত সাজ-পাৰ আৰু এই উদাস-ভাবৰ চকুৰ দৃষ্টিয়ে তাক কেনেকৈ আকৰ্ষণ কৰিছে? সেই উন্মাদিনীৰ পৰিচৰ্য্যাৰ ভাৰ তাক দিয়াত সি কিয় বিনা আপত্তিৰে গ্ৰহণ কৰিলে? সূতা পকোৱাদি মৃগেনৰ মন-প্ৰাণ বহুত দিনৰেপৰা মীৰাই পকাই নোথোৱা হ'লে আজি সেই উন্মাদিনী মীৰাক পৰিচৰ্য্যা কৰিবলৈ সি কেতিয়াও আগ নাবাঢ়িলেহেঁতেন। গাভৰুৰ ৰূপ-লাৱণ্যত প্ৰত্যেক ডেকাই ভোল যাব পাৰে, কিন্তু প্ৰকৃত প্ৰেমত নপৰে। বসন্ত ৰোগে যদি জীৱন পাত নকৰি গাভৰুৰ মুখৰ সৌন্দৰ্য্য হৰণ কৰি নিয়ে, তেতিয়াহলে সেই ডেকাৰ লোলুপ দৃষ্টি তেতিয়াও সেই গাভৰুৰ ওপৰত পৰিবনে? কিন্তু মৃগেনৰ পৰিছে। সেই কালৰ মীৰা আৰু আজিৰ মীৰাৰ মাজত আকাশ পাতাল পাৰ্থক্য।—কিন্তু মৃগেন আজিও আকৃষ্ট। সি মীৰাক ভাল পায়, কিন্তু সি সেই কথা প্ৰকাশ নকৰে। মীৰাৰ প্ৰতি তাৰ অন্তৰত যি টান





আছে সেই টানৰ প্ৰকোপত পৰি সি আজি দিক্ ভ্ৰান্ত। তাৰ ঘৰ সংসাৰলৈ মন নাই;—শান্তিৰ সন্ধানত সি আজি বলিয়া।”

সকলো ভাবি চিন্তি ডাক্তৰে ঠিৰাং কৰিলে যে তেওঁৰ বন্ধুৰ মনোব্যাধি ভাল কৰিবলৈ হ'লে মীৰাৰ উন্মাদনাৰ উপশমৰ প্ৰয়োজন। দুৰ্ভগীয়া নিবাৰণ মাষ্টৰৰ হেৰোৱা মস্তিষ্ক ঘূৰাই আনিব পাৰিব মীৰাই। মীৰা ভাল হ'লে তাইৰ দুৰ্ভগীয়া জীৱনটোৰ বাবে মনত কষ্ট পাব হয়, কিন্তু এজনীক কষ্ট দি দুটিকৈ জীৱ যদি উদ্ধাৰ কৰিব পৰা হয় তাত পাপ নাই। এয়ে হ'ল ডাক্তৰৰ মনোভাৱ। তেওঁ দৃঢ় ভাবে মীৰাক ভাল কৰাত উঠি পৰি লাগিল।

বাহ্যিক ভাবে মৃগেনে যিহকে নকওক লাগিলে, মৃগেন মীৰাৰ ফালে তিল তিলকৈ হলি পৰাৰ প্ৰমাণ ডাক্তৰে বহুতো পালে। এদিন হঠাতে গৈ ডাক্তৰে মীৰা আৰু নিবাৰণ মাষ্টৰক পৰীক্ষা কৰাত মনোনিবেশ কৰিলে। মৃগেন ওচৰতে ঠিয় হৈ চাই আছে। মীৰাক পৰীক্ষা কৰোঁতেই ওচৰতে পৰি থকা বহী এখনত ডাক্তৰৰ চকু পৰিল। হাতত লৈ পাত লুটিয়াই দেখে যে তাত ডাঙৰ আখৰেৰে “মৃগেনদা, মৃগেনদা” বুলি লিখা আছে। ডাক্তৰৰ বুজিবলৈ বাকী নৰ'ল যে সেই ধৰণেই মৃগেনে মীৰাৰ স্মৃতি জাগৰণৰ

চেষ্টা কৰিছে। ডাক্তৰে মনতে ভাবিলে, 'মই তাক কৈছিলোঁ যে মীৰা তাৰ ঘৰত থকা কালৰ শুভ-মুহূৰ্ত্ত এটাৰ কথা তাইৰ মনত পেলাবৰ বাবে চেষ্টা কৰিব লাগে। তাক 'মৃগেনদা' বুলি মতা মুহূৰ্ত্তটোকেই সি বাছি উলিয়াইছে শুভ মুহূৰ্ত্ত বুলি। তেতিয়া হ'লে তাৰ আৰু মীৰাৰ অন্তৰৰ টান কোন খিনিত, সেইটো আৰু বুজিবলৈ কি বাকী ৰ'ল? যাহওক, এইটো সুন্দৰ পন্থা সি হাতত লৈছে তাইৰ স্মৃতি জাগৰণৰ বাবে। ইমান ধৈৰ্য্যেৰে সৈতে যিজনে অনাত্মীয়া গাভৰু এগৰাকীক তালাপি কৰিব পাৰে, সেই জনৰ অন্তৰত প্ৰেমৰ ছাঁ পৰা নাই বুলি ক'লে কোন মূৰ্খই বিশ্বাস কৰিব?"

"কেনে দেখিলা ডাক্তৰ?"

মৃগেনৰ প্ৰশ্নত ডাক্তৰে উত্তৰ দিলে,—"বিশেষ ভাল হোৱা নাই, কিন্তু হ'ব।"

এই বুলিয়েই অলপ চিন্তা কৰি ডাক্তৰে পুনৰাই মাত দিলে, "শুনা মৃগেন, তুমি এই বুঢ়াৰ ওচৰত তাইৰ অতীতৰ স্মৃতি জগাই তুলিব নোৱাৰিবা। তাই আজি পাগলী হ'ব পাৰে, কিন্তু তাই যে ভগবানৰ শ্ৰেষ্ঠ জীব মনুষ্য সন্তান তাক তুমি পাহৰি নাযাবা। মনত খেলি-মেলি ভাৱ উদয় হৈ অথবা পূৰ্ব্বৰ সকলো কথা পাহৰি





তাই আজি পাগলী; কিন্তু স্ত্ৰী জাতিৰ স্বাভাবিক শালীনতা আৰু লজ্জাশীলতাৰ আভৰণ পাগলী হলেও গাৰপৰা এৰাই যাব নোৱাৰে। তাতে আকৌ তাইৰ বলিয়ালি অন্য প্ৰকাৰৰ। পূৰ্ব্বৰ সকলো কথা তাই পাহৰা নাই। সেইবাবে মই কওঁ বা ক'ব খোজোঁ যে তাইৰ বাপেকৰ ওচৰত তোমাৰ সান্নিধ্যই তাইৰ মনত কোনো প্ৰতি-ক্ৰিয়াই তুলিব নোৱাৰে। তুমি যিহকে কোৱা লাগিলে, এডালি ক্ষীণ সূতাৰে তোমালোক দুয়োকো টনাটনি কৰি থকাৰ বাবেই যে তোমাৰ তাইৰ প্ৰতি ইমান আগ্ৰহ তাক মই বঢ়িয়াকৈ বুজিব পাৰিছোঁ। তাইৰ মনটোও সে তোমাৰ ফালে হলি পৰা নাছিল, এনে নহয়। কিন্তু তোমাৰ পৰিবাৰৰ অন্তৰায়ৰ বাবেই দুয়ো দুইৰো মনোভাব বুজিব নোৱাৰিলা। সি যি কি নহওক, এটা কথা তুমি মানি ল'ব লাগিব যে কোনো ছোৱালীয়েই পিতাকৰ সম্মুখত প্ৰেমাভিনয় যে কৰিব নোৱাৰেই, তেনে কথা ভাবিবও নোৱাৰে। সেই বাবেই মই বুঢ়াক আঁতৰ কৰি নি পুনৰ পগলা ফাটেকত স্থান দিব খোজোঁ। তুমি এইক অকলে পালেহে এইৰ অতীতৰ স্মৃতি মনত জাগ্ৰত কৰিব পাৰিবা। তায়ো বুঢ়া আতৰ হলেই তোমাক চিনিবৰ বাবে তোমাক 'মৃগেনদা' বুলি মাতিবৰ

বাবে চেষ্টা কৰিব। তাই ভাল হ'লেই এই দুৰ্ভগীয়া বুঢ়াটোক তায়েই ভাল কৰিব পাৰিব।"

ডাক্তৰৰ কথাত মৃগেনৰ কাণ মূৰ ৰঙা হৈ পৰিল,—একো উত্তৰ দিব নোৱাৰিলে। অলপ পাচতে ডাক্তৰে মটৰ গাড়ীখন আনি বাহিৰা ঘৰটোৰ কাষতে ৰখাই বিনাবাক্যে বুঢ়া নিবাৰণক হাতত ধৰি লৈ গৈ মটৰত বহুৱালে গৈ। গাড়ী ষ্টাৰ্ট দিয়াৰ লগে লগে মৃগেনৰ কাণত পৰিল গাড়ীৰ ভিতৰৰপৰা উচ্চাৰণ কৰা নিবাৰণ মাষ্টৰৰ সেই ক্ষীণ স্বৰ, "আঠাইস ভৰি সোনা, নগদ পাঁচ হাজাৰ টকা।"

ডাক্তৰৰ প্ৰত্যাবৰ্ত্তনৰ লগে লগে মৃগেনৰ মুখ মণ্ডলত এক আকস্মিক পৰিবৰ্ত্তনে দেখা দিলে। সেই বাহিৰা ঘৰটোত কেৱল মাত্ৰ মৃগেন,—কাষতে পাগলী গাভৰু মীৰা। পাগলী হলেও তাইক যৌৱনে এৰা দিয়া নাই; পাগলী হ'লেও তাইৰ নিতম্ব যুগলৰ বক্ৰ ৰেখাই, তাইৰ যৌৱন বিৰিঙা উঠন বুকুৱে, তাইৰ যৌৱনাৱস্থাৰ কান্তিয়ে আঁতৰি যাব খোজা নাই। সৌ নিলগত দেখা পোৱা গৈছিল কাম কৰি থকা মালি দিপন সিং। তাৰ ওচৰতে বহি বহি ৰামবিলাসে মালিটোৰ সৈতে কিবা আগগুৰি নোহোৱা আলাপ আলোচনাত ব্যস্ত। পুৱাৰ কোমল





ৰ'দ চেৰেঙা মীৰা থকা বাহিৰা ঘৰটোৰ খিড়িকীয়েদি কোঠাটোত প্ৰৱেশ কৰাত কোঠাটো উজ্জ্বল হৈ উঠিছিল। চিক্‌চিকীয়া পকা মজিয়াখনত খুন্দা খাই সেই সূৰ্য্যৰ কিৰণ বিপথগামী হৈ ওচৰতে বহি থকা মীৰাৰ গালত যৌৱনৰ কবিতাৰ আভাস দান কৰি এন্ধাৰ পোহৰৰ প্ৰতিক্ৰিয়াৰ আলোড়ন তুলিছিল। ক'লা আৰু বগা, এন্ধাৰ আৰু পোহৰ। তাকেই চাই ৰ'ল মৃগেনে বহুত পৰ।

কিবা ভাবি হঠাতে মৃগেন ওলাই আহিল বাহিৰলৈ। ঠিয় হ'লহি শেৱালি ফুল জোপাৰ ওচৰত। চাই দেখে যে পুৱাৰ ৰ'দৰ পৰশ পাই পিৰালিৰ শেৱালি জোপাৰ বগা বগা ফুল-বিলাক এটি এটিকৈ সৰি তলৰ সেউজীয়া ঘাঁহনি ডৰাত ঠিক যেন ফুলহে বাচিছে। সৰি থকা ফুলবোৰলৈ চাই চাই মৃগেনে বহুত আগগুৰি নোহোৱা কথা ভাবিবলৈ ধৰিলে। মাজে মাজে খোলা দুৱাৰ খনেদি লক্ষ্য কৰি ঘূৰি চায় মীৰাক। তেতিয়াও নিলগৰপৰা দেখে সূৰ্য্যৰ কিৰণে মীৰাৰ গালত দি যোৱা কবিতাৰ আভা। ভাবিলে, "শেৱালিৰ ক্ষন্তেকীয়া জীৱন শেষ হোৱাত তললৈ সৰি পৰিল। সেই ফুল ৰাংমনেৰে তুলি নি ঘৰ সজাবলৈ অথবা মালা গাঁথিবলৈ কোনো

নাই। ক্ষন্তেক পাচতে, ব'দৰ উত্তাপ বঢ়াৰ লগে লগে সেই ফুলবোৰ শুকাই যাব। তালৈ কাৰো হেপাহ নাথাকিব, শেৱালিৰ সৌন্দৰ্য্য লোপ পাব।” ভবাৰ লগে লগে তেওঁ চকুৰ আগত জিলিকি উঠিল সেই আত্মহত্যা-কাৰিণী ইৰাৰ মৃত দেহ। সৰি থকা শেৱালি ফুলবোৰৰ নিচিনাকৈ ৰান্ধনি ঘৰৰ বুলনিত স্থান লভা ইৰাৰ মৃতদেহৰ মুখত তেতিয়াও বিৰিঙি আছিল হাঁহিৰ ৰেঙণি। আকৌ সেই নীৰৱ অৱস্থাই মৃগেনৰ মন-প্ৰাণ কাঢ়ি লৈ গল সেই অতীতৰ ফালে। সেই হেৰোৱা অতীতৰ সোঁৱৰণ কিমান মধুৰ, কিমান শোকাবহ আৰু কিমান নতুন। বিগত কালৰ সোঁৱৰণ সূক্ষ্মৰূপে কৰিব পাৰিলে মানুহ দুবাৰকৈ জী থকাৰ সদৃশ। অতীতৰ স্মৃতি বিলোপ কৰিব খোজা কোনো বৰ্ত্তমান আৰু ভবিষ্যতকেই মানুহে ভাল নাপায়। অতীতৰ সোঁৱৰণেহে ভবিষ্যত গঢ়ি তোলে। অতীতৰ দিন বিলাক সদায়েই সোণাময়। সেই অতীতক পাহৰি পেলাবৰ আমাৰ ইচ্ছা নাই, আকাঙ্ক্ষা নাই, তেনে ভাবো যেন ভগবানে নিদিয়ে। সেই ভয়াবহ, শোকাবহ আৰু মধুৰ অতীতৰ কথাকেই ভাবি গ'ল মৃগেনে। ভাবি গ'ল, ভাবি গ'ল, ভাবৰ ওৰ পেলাব নোৱাৰিলে।

মৃগেনে ভাল পায় নীৰৱতা। নীৰৱতাই তেওঁক ভাব





চিন্তাৰ কাৰণে সুবিধা দান কৰে। তেনে ভাৱনাতেই তেওঁ পায় শান্তি। তেওঁৰ সেই নিষ্কৰ্ম্মা জীৱনৰ কৰ্ম্ম হৈছে চিন্তা। কিন্তু নীৰৱতাই দান কৰা শান্তিৰ আধা খিনিও যদি তেওঁৰ ওচৰত থকা মীৰাকেই দান কৰি কব পাৰিলেহেঁতেন যে নীৰৱতাৰ সৌন্দৰ্য্য কি, নীৰৱতাত শান্তি কি, সুখ কি, তেতিয়া কিজানি মৃগেনে মনত আৰু শান্তি পালেহেঁতেন। মীৰা পাগলী। মনৰ পূৰ্ব্বৰ স্থিৰতা তাইৰ নাই। মস্তিষ্কৰ শক্তিয়ে এৰা দি তাইৰ বিবেক, বুদ্ধি, প্ৰেম, আবেগ, অনুভূতি, চিন্তা-শক্তি, মনৰ কবিতা, কোমলতা, মধুৰতা আদি সকলোবোৰকেই তল পেলালে। তাই আজি উন্মাদিনী—পাগলী।

মীৰাৰ ফালে লক্ষ্য কৰি মৃগেনে ভাবিলে, “এই জনীয়েই সেই মীৰাজনী নহয়। ৰূপ, লাৱণ্য আৰু যৌৱন আজিও বৰ্ত্তমান, কিন্তু তাইৰ সেই বিলাসিতা আৰু নাই,—সেই মন-প্ৰাণ কাঢ়ি নিয়া বাক্‌শক্তি নাই, যৌৱনৰ উত্তাপ তাইৰ দেহত নাই। কেৱল তাইৰ জৰ্জৰিত তনুৰ মাজত ওলমি আছে প্ৰাণটো।” ভাবি ভাবি মৃগেন লাহে লাহে খোজ চলাই গৈ মীৰাৰ ওচৰত বহিলগৈ। আজি প্ৰথমবাৰৰ কাৰণে মৃগেনে মীৰাৰ থুতৰিত নিজৰ হাত খন দি নিজৰ ফালে মুখখন ঘূৰাই কাণৰ ওচৰত লাহে লাহে

মাত দি ক'লে,—"মীৰা, মই মৃগেনদা। তোমাৰ ইৰাদিৰ স্বামী।" উত্তৰ নাই, তাই ভেবা লাগি উদাস দৃষ্টিৰে মৃগেনৰ মুখলৈ চাই ৰ'ল। মৃগেনে আলফুলকৈ থুতৰিটো লৰাই দি মীৰাৰ চেতনা আনয়নৰ চেষ্টা কৰি পুনৰাই মাত দি ক'লে, "মীৰা, মোক চিনি পাইছানে? মই মৃগেনদা।" এইবাৰো উত্তৰ নাই, নিস্তেজ চকু যোৰ লুটিয়াই দি মীৰা মৃগেনৰ গাতে হাউলি পৰিল। ইফালে সিফালে সংযত ভাবে চাই, মৃগেন উঠি গৈ দুৱাৰৰ পৰ্দাখন ঠিক কৰি দি পুনৰাই আহি মীৰাৰ ওচৰত বহি ওচৰত পৰি থকা বহী খন মীৰাৰ হাতত তুলি দি ক'লে, "পঢ়াঁ, পঢ়াছোন।" তাই পঢ়িবলৈ চেষ্টা কৰা যেন দেখি বিপুল উচ্ছ্বাসেৰে মৃগেনে আৰু কাষ চাপি প্ৰশ্ন কৰিলে "বুজিব পাৰিছানে?" তাই কিবা পৰিছে; অস্ফুট স্বৰে যেন তাই বহীখনত লিখা আখৰ বিলাক পঢ়িছে। মৃগেনে কাণ পাতি শুনিবলৈ চেষ্টা কৰিলে। ক্ষন্তেক চেষ্টা কৰাৰ পাচত মৃগেনে তাই মুখত উচ্চাৰণ কৰা শব্দ বুজিব পাৰিলে। তেওঁ শুনিবলৈ পালে "ভুল ইৰাদি তুমি মোক ভুল বুজিলা।"

সচকিত ভাবে মৃগেন ঠিয় হ'ল। গাত অনুভব কৰিলে এটা শিহৰণ। তাইৰ থুতৰিত ধৰি প্ৰশ্ন কৰাৰ বাবে মনলৈ আহিল ধিক্কাৰ, অনুতাপ আৰু অনুশোচনা। ঠিক যেন





সেই মুহূৰ্ত্ততে মৃগেনৰ কাৰ্য্যকলাপ দেখি ইৰাই মৃগেনৰ কাণৰ ওচৰতে চিঞৰি কৈ গ'ল, "ছিঃ কটা।" মৃগেন আৰু থিৰেৰে ৰ'ব নোৱাৰিলে। প্ৰায় উন্মাদৰ দৰেই বাহিৰলৈ ওলাই আহিল। নিলগত কাম কৰি থকা মালিটোৱে ৰাম-বিলাসৰ সৈতে উচ্চৈঃস্বৰে হাঁতিৰ বোল তুলিছে। মৃগেনৰ বুকু খন ধপ্ ধপ্ কৰিবলৈ ধৰিলে। একে চাতেই গৈ সেই শেৱালিৰ তলতে ৰ'লগৈ। পলকতে এশ এবুৰি ভাব চিন্তাই মৃগেনক আগুৰি ধৰিলে। "ইস্! আজি প্ৰথম বাৰ অকলশৰীয়া হৈয়েই মই তাইৰ ইমান কাষ চাপিলোঁ? সিহঁতে হাঁহিছে কেলৈ? মই পৰ্দ্দাখন ভাল কৰা দেখিয়েই হাঁহিৰ বোল তুলিছেনেকি? সিহঁতে দেখা নাইতো? সিহঁতে নেদেখিলেও মই ইৰাৰ চকুৰ আগত ধৰা পৰিলোঁ। তাই স্পষ্ট ভাবে মোৰ কাণত কৈ গ'ল "ছিঃ কটা" বুলি। তাইৰ অশৰীৰী আতমাই এতিয়াও সন্দেহৰ চকুৰে মোৰ গতি-বিধি লক্ষ্য কৰি ফুৰিছে। নহয়, ডাক্তৰৰ এই চলাহী কথাত মই নিজৰ মনুষ্যত্ব হেৰুৱাম। সি মোৰ ইমান অন্তৰঙ্গ বন্ধু হৈয়ো মোক নুবুজিলে। চেলেপু ডাক্তৰে বা ক'ত কি চেলবেলাই ফুৰিছেগৈ?......কিন্তু তাই যে আজি বহীখন পঢ়িবলৈ চেষ্টা কৰিছিল। ভাল হয়েই কিজানি? ......ভাল হওক নহওক তাত মোৰ লাভো নাই লোক-

চানো নাই। মিছাকৈয়ে কলঙ্কৰ কম্বল এখন গাত চতিয়াই লওঁ কিয় ?”

বুঢ়া মাষ্টৰক এৰি থৈ ডাক্তৰ ঘূৰি আহি গাড়ী-বাৰান্দালৈ নটা বাহিৰা ঘৰটোৰ ওচৰতে গাড়ীখন ৰাখি শেৱালি জোপাৰ তলতে মৃগেনক দেখা পাই মাত দিলে। মৃগেন কাষ চাপি অহাত অতি ব্যস্ততাৰে সৈতে ডাক্তৰে গাড়ীৰপৰা নমা ননমা অৱস্থাতেই ক’লে, “মই ভাবি চাই পাইছোঁ যে তোমাৰ চিকিৎসা প্ৰণালী সুন্দৰ হৈছে। তোমাৰ ধৈৰ্য্যৰ অভাব নহলে এই প্ৰণালীয়েই তাইৰ সংজ্ঞা ঘূৰাই আনিব। কিন্তু তাই যুক্তাক্ষৰ বৰ্ত্তমান চিনিব নোৱাৰিব। এই ‘চাৰ্ট’ দুখন লোৱা। তাকে দেখুৱাই দেখুৱাই পুনৰ অ আ ক খৰপৰা আৰম্ভ কৰাগৈ।” এই বুলি ডাঙৰ ডাঙৰ আখৰেৰে লিখি থোৱা অ আ ক খৰ ‘চাৰ্ট’ দুখন মৃগেনৰ হাতত দিলে।

“নহয় ডাক্তৰ এই কাম তুমি নিজেই হাতত লোৱা। মই আৰু গুৱাহাটীলৈ যোৱাকে স্থিৰ কৰিলোঁ। পাগলীৰ লগত পৰি ময়ো পগলাই হ’ম যেন লাগিছে।”

ডাক্তৰৰ বুজিবলৈ বাকী নৰ’ল যে তেওঁ সেই দিনা মীৰাৰ সৈতে মৃগেনৰ প্ৰণয়ৰ বিষয়ে পাতনি মেলাৰ বাবেই মৃগেনৰ সেই অভিমান সূচক বাক্য। কাৰ লগত,





কোন সময়ত, কেনে ধৰণে ব্যৱহাৰ কৰিব লাগে, সেই জ্ঞান ডাক্তৰৰ ভাল ধৰণেই আছে। মৃগেনৰ অভিমান যুক্ত কথাত তেওঁ অলপো বিচলিত নহৈ প্ৰায় লগে লগেই উত্তৰ দিলে, “এৰা, ময়ো তোমাক পঠাই দিম বুলিহে ভাবিছোঁ। কিন্তু আজিয়েই নহয়। মই আজি মফঃস্বললৈ যাওঁ। মঙ্গলবাৰেহে আহিম। তুমি এই কেইদিন থাকা। মই ঘূৰি আহিহে তাৰ ব্যৱস্থা কৰিম।” এই বুলি কৈয়েই গাড়ীৰ ‘গীয়েৰ’ ডাল সলনি কৰি মন্থৰ-গতিৰে গাড়ীখন চলাই নি বঙলা ঘৰৰ গাড়ী-বাৰান্দাত ৰাখিলেগৈ। নামি গ’ল। বঙলাৰ ভিতৰ সোমাই ডাক্তৰে মৃগেনৰ কথা ভাবিলে,—“হয় তেওঁ মীৰাক অকলে অকলে পৰিচৰ্য্যা কৰিবলৈ পালেহে ভাল কৰিব পাৰিব আৰু তাৰ লগে লগে নিজৰ মনোব্যাধিৰো উপশম হ’ব। মৃগেনে বিচাৰিছে নীৰৱতা। নীৰৱ নিস্তব্ধ অৱস্থা সি ভাল পায়। বুঢ়াক আঁতৰ কৰাই যথেষ্ট নহ’ব, ময়ো আঁতৰিব লাগিব” বুলি ভাবি বেৰত আঁৰি থোৱা ডাঙৰ আয়নাখনৰ ফালে চাওঁতেই তাত দেখা পালে যে মৃগেন তেওঁৰ বঙলাৰ ফালে আহিছে। উদ্দেশ্য বুজাত পলম নালাগিল। তৎক্ষণাত তেওঁ ঠিৰাং কৰিলে যে তেওঁ মৃগেনক কথা ক’বলৈকে অৱকাশ নিদিব। মৃগেনৰ গতি

গোত্র সেই আয়নাখনতে ভালকৈ চাই ল'লে। যেতিয়াই মৃগেন আহি বঙলা ঘৰৰ কাষ চাপিলহি, ডাক্তৰে লৰা-লৰিকৈ বান্ধনি ঠাকুৰটোক মাতি আনি মৃগেনে শুনাকৈ ডাঙৰ ডাঙৰকৈ নিৰ্দ্দেশ দি ক'লে যে সেই পাগলীজনীক যাতে ব্ৰাহ্মী শাকৰ জোল খুউৱা হয়। ডাঙৰকৈ মাত দি আকৌ ক'লে যে তাইৰ ময়লা কাপোৰ বিলাক সলনি কৰি দিবৰ বাবে সৌ বকুৱাক যাতে সি কয়। “মই ঘূৰি নাহোঁ মানে তই বকুৱাৰ কথা মতে চলিবি। সেই পাগলীজনীৰ প্ৰতিপাল কৰিবি। অলপ ইফাল সিফাল হোৱাৰ বতৰা পালেই মই আহি তোক শুদাই নেৰোঁ......।”

ডাক্তৰৰ নিৰ্দ্দেশ বাক্য মৃগেনৰ কাণত প্ৰবেশ কৰাত ক্ষন্তেক থমকি বৈ তেওঁ ভাবিলে, “ডাক্তৰে তাইক ভাল কৰিবৰ বাবে বৰ চেষ্টা কৰিছে। তাইৰ ভালৰ কাৰণে ডাক্তৰে যেতিয়া ইমান ভাবিছেই, এই সময়ত মই যাবলৈ ওলালে ডাক্তৰ বৰ আহুকালত পৰিব।” লাহে লাহে তেওঁ বঙলা ঘৰলৈ উঠি গ'ল। প্ৰসাধন কৰি থকা অৱস্থা-তেই ডাক্তৰক দেখা পালেগৈ মৃগেনে। মৃগেনক দেখা মাত্ৰেই ডাক্তৰে ক'লে,—“মই ইয়াক তোমাৰ কথাকে কৈছোঁ। তুমি ইয়াৰ হতুৱাই ৰন্ধা বঢ়া সকলো কাম





কৰাবা। আগবৱালাৰ ঘৰৰপৰা ব্ৰাহ্মী শাক নিতৌ পঠাব। মই যোগাৰ কৰি আহিছোঁ। ব্ৰাহ্মী শাকৰ জোলকে তাইক এই কেইদিন খুৱাবাচোন। সুবিমলৰো মনৰ আশা মনতে গ'ল বুলি তুমি কৈছিলা নহয়। আৰু তাইক অ. আ. ক. খ পঢ়ুৱাই পূৰ্ব্বৰ স্মৃতি জাগৰণৰ চেষ্টা কৰিবা। এই ঠাকুৰ-চাকৰৰ কথা জানাই নহয়, ৰন্ধা বঢ়াৰ ফালেও অলপ নিজেই চকু দিবা”, বুলি গাত কোটটো সুমুৱাই, আয়না-খনৰ ওচৰত ঠিয় হৈ পোছাকটো এবাৰ চালে। ডিঙিৰ টাই ডালৰ গাঁঠিটো অলপ টিপি টাপি ভাল কৰি লৈ পুনৰাই মাত দিলে, “বিশ্বনাথ ঘাটৰ ফালে কলেৰা হৈছে। সেই কাৰণে মই লৰালৰিকৈ যাব লগীয়া হ'ল। মোৰ বৰ ইচ্ছা আছিল যে বুঢ়াক আঁতৰাই থৈ মীৰাৰ অৱস্থাটো ভালদৰে দিন দিয়েক চাম। বৰ্ত্তমান সেই ভাৰ তোমাৰ ওপৰত দিলোঁ। আজি দিয়া লিষ্ট খন চাই চাই খোৱা বোৱাৰ ব্যৱস্থা যাতে নিয়মিতৰূপে হয় তালৈ লক্ষ্য ৰাখিবা দেই। অ' আৰু এটা কথা, মন কৰিবাচোন তাইৰ কাপোৰ কানিবোৰৰ অৱস্থা। সেইবোৰ যদি সলনি কৰি দিব পাৰা ভাল হয়। প্ৰয়োজন বোধ কৰিলে হাস্পটালৰ নাৰ্চ্ক মাতিলেই আহিব। মই কৈ গৈছোঁ” বুলি আগবাঢ়ি গৈ মটৰত উঠি পুনৰাই

বিডিয়াই মৃগেনক অনুৰোধ কৰা সুৱত ক'লে, 'হেৰা মৃগেন সেই সুবিমলৰ বাকছত পোৰা 'মৰুৰ পথে' নামৰ কিতাপখন দিয়াচোন মই লৈ যাওঁ। তাত সময় কটাব-লৈকে নহলে টান হ'ব।" মৃগেনে কিতাপখন আনি দিয়াৰ লগে লগে ডাক্তৰে হাঁহি এটা মাৰি মূৰটো বেকা কৰি ইঙ্গিতেৰে মৃগেনৰপৰা বিদায় লৈ মটৰখন চলাই লৈ গ'ল। মালিটো লৰ মাৰি গৈ গেইটখন খুলি ধৰিলেগৈ। বাহিৰা ঘৰটোৰ ওচৰতে মটৰখন এক্ষন্তেক ৰাখি মীৰাক চাই গ'ল। মৃগেনেও দৃঢ়ভাবে বুজিলে যে মীৰাক ভাল কৰা কাৰ্য্যত ডাক্তৰৰ আন্তৰিকতা সঁচাকৈয়ে আছে।

নানান ধৰণৰ ভাব চিন্তাৰ মাজেদিয়েই শীতকালৰ চুটি দিনটো পাৰ হৈ গ'ল। ডাক্তৰ ঘৰত নাই। ডাক্তৰৰ অনুপস্থিতি ঘোষণা কৰি ডাক্তৰৰ বঙলা ঘৰৰ বাৰান্দাত সেই সন্ধিয়া এটি মাত্ৰ শক্তিহীন বিজুলী বাতিৰ ক্ষীণ পোহৰহে প্ৰকাশ পাইছিল। নিলগত মীৰা থকা কোঠা-টোৰ বিজুলী বাতিয়ে ওপৰত মেৰিয়াই থোৱা নীল ৰঙৰ কাপোৰখনৰ মাজেদি নিজৰ উজ্জল পোহৰ প্ৰকাশিবলৈ ঠিক যেন অমান্তি। মেৰিয়াই থোৱা নীলা ৰঙৰ কাপোৰডুখৰি ভেদ কৰি সৰকি অহা নীল ৰঙৰ





পোহৰেৰে মীৰা থকা কোঠাটো হৈ আছিল উদ্ভাসিত। নিলগৰ ডাক্তৰৰ বঙলাৰ বাৰান্দাত বহি থকা মৃগেনে সেই ঘৰটোৰ ফালে একে থৰে চাই চাই বহুত কথাকে ভাবিছে। ভাব চিন্তাৰ দোমোজাতে হঠাতে তেওঁ এবাৰ ঠিয় হল। লাহে লাহে নামি গ'ল বঙলাঘৰৰপৰা। ভাৱত বিভোৰ হৈ খোজ চলাই গৈ গৈ পালেগৈ সেই বাহিৰা ঘৰটোৰ বাৰান্দা। মৃগেন ঘৰৰ ভিতৰলৈ প্ৰবেশ নকৰিলে। খোলা খিড়িকীখনেদি মীৰাক চাবলৈ ধৰিলে। নীল ৰঙৰ পোহৰৰ মাজত মীৰাৰ দেহত কিবা এক অপৰূপ সৌন্দৰ্য্য দেখা পালে মৃগেনে। সেই ফালেই চাই ৰ'ল—চাই ৰ'ল বহুত সময়। চাই দেখে যে পাগলী মীৰাই অকস্মাতে দুই হাতে নিজৰ চুলিকোছা আজুৰি আজুৰি কিবা বকিছে। হাতত সাৰে ভৰিত সাৰে মৃগেন গৈ কোঠাটোৰ মাজত প্ৰবেশ কৰিলেগৈ মনত শঙ্কাৰ ভাব এটা লৈ। পাগলী হ'লেও, তাইযে এজনী অনাত্মীয়া গাভৰু তাক মৃগেনে সুবুজা নহয়। ডাক্তৰে তেওঁক মীৰাৰ পৰিচৰ্য্যা কাৰ্য্যত নিয়োগ কৰিলেও "মানুহে ক'ব কি" (?) এই পুৰণা অথচ চিৰ নতুন প্ৰশ্নটোৱে মৃগেনক তেতিয়াও এৰি দিয়া নাই। সেই ভাবটো মনত উদয় হোৱাৰ বাবেই মৃগেনে সচকিত-ভাবে দুই এবাৰ ইফালে সিফালে চাই লাহেকে মীৰাই

নেদেখাকৈয়ে ওচৰলৈ আৰ্চী এখন আগবঢ়াই দিলে। মীৰাই নিজৰ মুখখন ভালদৰে এবাৰ আৰ্চীত চাই মূৰৰ চুলিবিলাক সংযত কৰিবলৈ চেষ্টা কৰা যেন পালে। মীৰাৰ হাতত লাহেকৈ মৃগেনে ফণি এখন তুলি দিলে। তাই কিন্তু ফণিখন ব্যৱহাৰ নকৰি মাটিত থঁহিবলৈ ধৰিলে। মীৰাৰ অৱস্থাটো, তাইৰ ব্যৱহাৰ, বলিয়ালিত কৰা অঙ্গি ভঙ্গি ভালেমান পৰ মৃগেনে চাই ৰ'ল একে থৰে। ওচৰ চাপি গৈ মীৰাক কিবা প্ৰশ্ন কৰিব খোজোতেই ঠাকুৰে মীৰাৰ কাৰণে ভাত লৈ আহি উপস্থিত হ'লহি। সেই মুহূৰ্ত্তত ঠাকুৰৰ উপস্থিতি মৃগেনে ভাল নাপালে। ঠাকুৰক দেখা মাত্ৰেই মৃগেনে লাজ পোৱাদি পালে।

* * *

মীৰাৰ পৰিচৰ্য্যা কাৰ্য্যত মৃগেন আজিকালি লিপ্ত। পুৱাৰেপৰা গধূলিলৈকে তেওঁ কৰিবলৈ এটা কাম ওলালে। মনৰ গধূৰ ভাব চিন্তা লাহে লাহে আঁতৰিল। পুৱা শুই উঠিয়েই মৃগেন গৈ মীৰাৰ কোঠাত প্ৰৱেশ কৰে। কেতিয়াবা দেখেগৈ মীৰাই পূৰ্ব্বতে উঠি নিজৰ বন্ধা-বঢ়া ভাও দিয়াত ব্যস্ত। কেতিয়াবা হয়তো দেখেগৈ তাই চিন্তান্বিতা অৱস্থাত। কোনোবা দিনাখন আকৌ দেখেগৈ তাই ঢেক্ ঢেক্ কৰি আত্মহাস্য কৰিছে। কোনোদিনাখন আকৌ





দেখেগৈ তাইৰ কাপোৰ কানিৰ লাগ-বান্ধ নাই। সেই লাগ-বান্ধ নথকা অৱস্থাটোৱে কিন্তু মৃগেনক বিচলিত নকৰে। তেওঁ নিজ হাতেৰে তাইৰ কাপোৰ কানি সংযত কৰি দিব পাৰিলে মনতে আনন্দ পায়। এ'নে ধৰণে নিজকে ব্যস্ত ৰখাৰ বাবে মৃগেনে বুজিবই নোৱাৰিলে সপ্তাহটো যে পাৰ হৈ গ'ল। ডাক্তৰেও ইতিমধ্যে সাদিনীয়া ভ্ৰমণ শেষ কৰি প্ৰত্যাৱৰ্ত্তন কৰিয়েই সেই বাহিৰা ঘৰটোত প্ৰবেশ কৰিলেহি। তাত গৈ দেখেগৈ যে মৃগেনে তেওঁ দি যোৱা 'চাৰ্ট' ডুখন আগত লৈ মীৰাৰ মাত ফুটাবৰ কাৰণে আপ্ৰাণ চেষ্টা কৰিছে। মীৰাই দুই এটা আখৰ পঢ়িব পৰা হৈছেও। কিন্তু সঘনে তাইৰ মনটো হৈ পৰে উদাস। উদাসীন ভাবে তাই ইফালে সিফালে চাবলৈ ধৰে। মৃগেনে আপ্ৰাণ চেষ্টা কৰি তাইৰ মনটো ঘূৰাই আনে হয়, কিন্তু আয়ত্বত অনা উদাস মনটো পলকতে কেনিবাদি উৰা মাৰি যায়। তাই ভেবা লাগি মৃগেনৰ মুখলৈ চাই ৰয়।

মৃগেনৰ ধৈৰ্য্যৰ পৰিচয় পাই ডাক্তৰে তবধ মানিলে। এইবাৰ কিন্তু ডাক্তৰৰ ওচৰত মৃগেনৰ পূৰ্ব্বৰ সেই সঙ্কুচিত মনোভাব নাই। মীৰাৰ প্ৰথম মাত ফুটাৰ দিনাই মৃগেনে আনন্দচিত্তে ডাক্তৰ কাহানি ঘূৰি আহিব তাৰ সন্ধান কৰিছিল। মৃগেনে নিজৰ অধ্যৱসায়ৰ আংশিক কৃত-

কাৰ্য্যতাৰ কথা ডাক্তৰৰ আগত প্ৰকাশি আনন্দ লাভ কৰিলে আৰু ডাক্তৰৰ সম্মুখতে তাইৰ মুখৰ মাত উলিয়াই দেখুৱাবলৈ পুনৰ চেষ্টা কৰিবলৈ ধৰিলে।

মৃগেনৰ তৎপৰতা চাই চাই ডাক্তৰে ভাবিলে, "আজি আৰু মৃগেনে নীৰৱ-নিস্তব্ধতা ভাল নাপায়। মীৰাৰ সান্নিধ্যই তাৰ মনোব্যাধি বহুত সাম কটালে। ভৈৰবী-ঘাটৰ কথা, অগ্নিকুণ্ডৰ নীৰৱতাৰ কথা, কুণ্ডিল চহৰৰ ব্ৰহ্মকুণ্ড, বশিষ্ঠাশ্ৰম আদিৰ কথা সি আৰু নাভাবে। এক ধ্যানে, এক প্ৰাণে সি লাগি গৈছে মীৰাক ভাল কৰাত।" ফুটাই মাত দিলে, "তোমাৰ কৃতকাৰ্য্যতাৰ শলাগ নলৈ নোৱাৰোঁ। আৰু এমাহমান যদি তুমি কষ্ট কৰিব পাৰা, মই দৃঢ়তাৰে সৈতে ক'ব পাৰোঁ যে তাই ভাল হ'ব। কিন্তু তুমি যেতিয়া যোৱাৰ কথাকে ভাবিছা মই নিৰুপায়ত পৰিছোঁ। তুমিতো জানাই মই বৰ কম সময়হে ঘৰত থাকোঁ। তুমি যোৱাৰ লগে লগে এইক পুনৰ পগলা ফাটেকত স্থান দিব লাগিব।" ডাক্তৰৰ আওপকীয়া কথাৰ আঁত মৃগেনে ধৰিব নোৱাৰি হঠাতে উত্তৰ দিলে, "নহয় ডাক্তৰ, মই এইক ভাল কৰিহে যাম তোমাৰ যদি অসুবিধা নহয়। চোৱাঁচোন তাই আজি নিজেই মূৰ আচুৰিছে,—পিন্ধি থকা কাপোৰ কানিও





নিজেই সলাই লৈছে। মোৰ এতিয়াহে বিশ্বাস হৈছে যে তাই ভাল হ'ব।"

"তুমি থাকিলে অৱশ্যে মই ভালকে পাওঁ। কিন্তু ক'বনো পাগলী এজনীৰ কাৰণে তুমি ইমান হাড়ভঙ্গা খাটনি খাটি থাকিবা? তোমাৰো এটিয়া ঘৰ-সংসাৰ পাতিবলৈ যথেষ্ট সময় আছে। পাগলীৰ লগত লাগি থকাতকৈ তুমি গুৱাহাটীলৈ গৈ যদি পূৰ্ব্বৰ প্ৰতিপত্তি গঢ়ি তুলিবৰ কাৰণে চেষ্টা কৰা, শহুৰৰ অভাব নহ'ব" বুলি মুখত এটি মিচিকনি ফুটাই তোলাত মৃগেনে খং কৰি উত্তৰ দিলে, "ডাক্তৰ, তুমি মোক সেইবোৰ উপদেশ নিদিবা। তুমি নিজৰ তিৰোতাক খেলৰ সামগ্ৰী হিচাপে লৈ দুজনীকৈ মাৰিও পুনৰ এটা খেলনা আনিবলৈ ইচ্ছা কৰা হৃদয়হীন মানুহে স্বামী-স্ত্ৰীৰ প্ৰকৃত মনোভাব কেনেকৈ বুজিবা? জীৱন্ত শৰীৰৰ ওপৰত অস্ত্ৰোপচাৰ কৰি কৰি তুমি হৃদয়হীন হৈ আনৰ অন্তৰত আঘাত দি ভাল পাব পাৰা, কিন্তু তোমাৰ তেনে ধৰণৰ প্ৰস্তাৱে মোৰ ইৱাক অৱমাননা কৰা যেন লাগে। তেনে কথা মোক নক'বা, মই বেয়া পাওঁ।

মৃগেনৰ কটু বাক্যয়ো ডাক্তৰৰ সাধাৰণ আহ্লাদিত অৱস্থাৰ একোৱেই লৰচৰ কৰিব নোৱাৰিলে। সেয়েহে

তেওঁ টপৰাই উত্তৰ দিলে, "ভুল কৈছা, মটা মানুহ হে তিৰোতাৰ খেলৰ সামগ্ৰী ; তিৰোতা বিলাক সামগ্ৰী হৈছে নৰাধম হতঁৰ।" কথাবাৰিৰ ভাবধাৰা ডাক্তৰে মৃগেনলৈকে টোৱাঁই কৈছিল যদিও মৃগেনে সেই কথাৰ অন্তৰালৰ পাক বুজিব নোৱাৰিলে। ডাক্তৰৰ কথাষাৰিৰ উদ্দেশ্য আছিল যে তিৰোতাক খেলৰ সামগ্ৰী হিচাপে লোৱা কথা যদি সত্য, মৃগেনৰ মনত সেই পাগলীৰ সান্নিধ্যই আমোদ নিদিলেহেঁতেন। তাই পাগলী, কিন্তু পাগলী হ'লেও তাইৰ প্ৰতিটো অঙ্গতে যৌৱনৰ মনোমোহা আভা প্ৰস্ফুটিত। সেয়েহে নিজৰ তিৰোতাৰ কথা শতমুখে কৈয়ো যে মৃগেনে মীৰাক কেঁচুৰা ল'ৰা পঢ়োৱাদি কিতাপ পঢ়ুৱাই, ইটো সিটো কথাৰে সন্তুষ্ট কৰাত ব্যস্ত, তাক ডাক্তৰে বঢ়িয়াকৈ বুজিছিল। বাহ্যিক ভাবে নহলেও মৃগেনৰ অন্তৰৰ কোনোবা এটা নেদেখা কোণত যে মীৰাৰ প্ৰতি এটি ক'লা ডাগৰ সৃষ্টি হৈছিল তাক ডাক্তৰে নুবুজা নহয়।

"যাওঁ" বুলি কৈ ডাক্তৰ উঠিল, যাওঁতে যাওঁতেই তেওঁ কৈ গ'ল, "তুমি থাকা ভাই, মই অলপো বেজাৰ নাপাওঁ। তোমাৰ প্ৰতিপালতে যদি এই ছোৱালীজনী ভাল হয়, মনত বং নাপাবানে ? তাইক ভাল কৰিব পাৰিলে মই তাইক নাৰ্সিং শিকাম। ৰোগীক প্ৰতিপাল কৰিয়েই তাই





তাইৰ অৱহেলিত জীৱনটোত সান্ত্বনা লাভ কৰিব। তাৰ উপৰিও আমাৰ শিশুমঙ্গল, মাতৃমঙ্গলৰ মোল নুবুজা দেশত কিমান মাতৃৰ বুকুৰপৰা অকালতে শিশুবিলাক কালে হৰণ কৰি নিয়ে তাৰ কথাও বুজিব পাৰি তাই নিজে হত্যা কৰা কেঁচুৱাটোৰ প্ৰতি শোকৰ অৱসান ঘটাব পাৰিব।"—মীৰাৰ উন্মাদনা নিলগ হ'লেই যে মৃগেনে মনৰ শান্তি ঘূৰাই পাব এই ভাবটোৱে ডাক্তৰৰ মনত বাৰুকৈয়ে শিপালে। মীৰাৰ কাৰণে নহলেও মৃগেনৰ শান্তিৰ কাৰণে ডাক্তৰে মীৰাক ভাল কৰিবই লাগিব বুলি দৃঢ়ভাবে প্ৰতিজ্ঞা কৰিলে, —মনতে।

আবেলি চাহ, জলপান খাই উঠি ডাক্তৰ শইকীয়াই মৃগেনৰ লগতে আহি বাৰান্দাত বহিলহি। এনেতে ৰামবিলাসে ডাক্তৰে মটৰতে এৰি থৈ অহা সেই বঙ্গীয় লিখিকা প্ৰভাৱতী দেবী সৰস্বতীৰ "মৰুৰ পথে" নামৰ কিতাপখন আনি মেজৰ ওপৰতে থ'লেহি। কিতাপখন দেখিয়েই ডাক্তৰে হঠাতে প্ৰশ্ন কৰিলে, "মৃগেন এই কিতাপ-খন তুমি পঢ়িছানে ?"

"মই বঙ্গালী কিতাপ আৰু বঙ্গালী বাতৰি কাকত নপঢ়ো।"

ডাক্তৰে ক'লে, "ওঁ নপঢ়িৱাতো, তুমি কেৱল মাত্ৰ পঢ়িবা

বঙ্গালী গাভৰুৰ অঙ্গ প্ৰত্যঙ্গত ফুটি উঠা সেই যৌৱন কালৰ প্ৰতিক্ৰিয়াবোৰ। এইবোৰ পঢ়িবা কেলৈ,” বুলি কিতাপখন হাতত লৈ ১৫৫ পৃষ্ঠাত মুকলি কৰি পঢ়ি শুনালে মৃগেনক, “—একটা দিন কামপুরে থাকতেই হইল। বুজিছানে কোন কামপুৰৰ কথা কৈছে? সেই তোমাৰ কলেজীয়া ‘ৰুম মেট’ কৃষ্ণ গোস্বামী যি ঠাইৰ মৌজাদাৰ, সেই কামপুৰৰ কথাকে লিখিছে ঢেঙৰণীজনীয়ে এনেদৰে, শুনা।” বুলি ডাক্তৰে উত্তেজিতভাবে পঢ়ি গ’ল, “শিবানী অন্যমনস্ক-ভাবে কোন দিকে চাহিয়াছিল। মুখ ফিৰাইয়া বলিল, ‘যাব বই কী, দিদিমণি, না হলে থাকব কোথাই? আমায় দেখবেই বা কে? যাকে সকলের চোখ হ’তে লুকিয়া রাখার জন্য, এখানে, এই পাহাড় ঘেৰা জাইগাই, অসভ্য আসামীয়াদের মাঝখানে আসা......দেখিলা কি লেখিছে নাটেশৰীজনীয়ে?”

মৃগেনে ক’লে, “হেৰা সেইবোৰ হৈছে কেৱল উপন্যাসৰ কাহিনী। তাত গুৰুত্ব আৰোপ কৰা উচিত নহয়।”

ডাক্তৰে ক’লে, “গল্প উপন্যাস আদিৰ যোগেদি এটা জাতিক অবমাননা কৰিবলৈ স্বাধীনতা সিহঁতে পালে ক’ৰপৰা? এই কিতাপ বোৰ পঢ়িব লাগে আৰু পঢ়ি যথোচিত উত্তৰ দিব লাগে—উপন্যাসৰ উত্তৰ উপন্যাসৰ





যোগেদি আৰু গল্পৰ উত্তৰ গল্পৰ যোগেদি। চোৰাচোন এই অসমতে কিমান যুগ ধৰি আছে, আৰু এই সংঘৰ্ষৰ কালত অসমে কিমান হেজাৰ ভগনীয়াক বুকুত স্থান দিছে অথচ চদকাখোৰা খাই পাতফলা জাতে এনে মন্তব্য দি কিতাপ লিখে। ‘অসভ্য অসমীয়া’ বুলি লিখাৰ যদি কিবা যুক্তি দেখুৱালেহেঁতেন, সিয়ো নাই। ছোৱালীৰ ওচৰত নিজৰ লৰাব মূৰটো বিক্ৰী কৰি ধনৰ আশাত, সম্পত্তিৰ আশাত, শহুৰেকহঁতৰ গোলাম খটা এই চপনীয়াহঁতে নিজকে বৰ সভ্য বুলি ভাবে। সেই টকা লৈ ছোৱালী বিয়া কৰোৱা প্ৰথা তাহাঁতৰ বাহিৰে অন্য জাতিৰ থকা হ’লে দেখিলাহেঁতেন তাকে কত ৰহণ সানি সানি কাকতে পত্ৰে প্ৰচাৰ কৰিলেহেঁতেন, কত নাটক লিখি, অভিনয় কৰি দেখুৱালেহেঁতেন, কত ‘ফিল্ম’ বাহিৰ কৰি আমাৰ চকুৰ আগত সেই পণ-প্ৰথাৰ পৰিণাম দেখুৱালেহেঁতেন। এতিয়া সিহঁতি মুখেৰে “সেই প্ৰথা বৰ বেয়া বন্ধ হ’ব লাগে” বুলি কৈয়ো ভিতৰি ভিতৰি চলাই আছে। বাস্তবিকতে মৃগেন, মই তাচ্ছিল্যৰ সুৰত কোৱা নাই; সেই মীৰাৰ বাপেক নিবাৰণ মাষ্টৰলৈকে নোচোৱা কেলৈ। যি জাতিয়ে সামাজিক ৰীতিৰ দোহাই দি ছোৱালীৰ বাপেকহঁতক এনেদৰে সৰ্ব্বস্বান্ত কৰি নিজৰ ল’ৰাৰ ভাগ্যৰ

পৰিবৰ্ত্তন ঘটায়, সেই জাতি পৃথিবীৰ পৰা নিঃচিহ্ন হৈ যোৱাহে উচিত। এই পণ-প্ৰথাৰ পৰিণাম কি ভয়ানক, তাক সিহঁতে প্ৰকাশ নকৰে। গল্প-উপন্যাস, নাটক, অভিনয়, বোলছবি আদিতো স্থান দিয়া নাই। কিন্তু এটা কথা অতিমাত্ৰাই সঁচা যে এই পণপ্ৰথাৰ বাবেই বহুত পৰিয়াল সৰ্ব্বস্বান্ত হৈছে, বহুত ছোৱালীৰ জীৱন বিষময় হৈ উঠিছে আৰু বহুত ছোৱালীয়ে আত্মহত্যা কৰি শান্তি বিচাৰি লৈছে।”

আৰু চোৱা, নিজকে বৰ সভ্য বুলি প্ৰচাৰ কৰা জাতিৰ সভ্যতাৰ পৰিচয়। সিহঁতৰ বিয়াবিলাকত “ফুলশয্যা ৰাতি” যি বিভৎস কাণ্ড হয়, তাক নজনা মানুহ নাই। অথচ তাকে লৈ আকৌ গৌৰব কৰি আলোচনীত লিখিছে,—“মেয়ে মহলে এটা এত লোভনীয় যে নিজেদের মধ্যে সে বিষয়ে কোনো লজ্জা, শালীনতা বা নীতিগত প্ৰশ্নের পৰ্দ্দা এমনভাবে উঠে গেছে যে সেখানে কুমাৰী, সধবা, বিধবা—এমনকি বয়সের ছোট-বড়ো পাৰ্থক্য বা সম্পৰ্কের কোনো বালাই নেই।” সেয়েহে তাকে সমালোচনা কৰি আমাৰ কাকতত লিখিছিল, “ফুলশয্যা’ নিশা সমাজৰ জীয়াৰী বোৱাৰী, মাক-জীয়েক, কুমাৰী-অকুমাৰী, সধৱা-বিধৱা, নাবালিকা-সাবালিকা সকলে





শালীনতাৰ পৰ্দ্দা উঠাই দি, বিয়া-বাহৰত, ইমান মটা মানুহৰ সমাগম স্থানতো যে উলঙ্গ পৰিচয় দি লাজ আৰু শ্লীলতাৰ মূৰ চোবাই খাব পাৰে, সেইটোৱেই সেইবোৰ লোকৰ সামাজিক-জীৱনৰ দুৰ্ব্বল চৰিত্ৰৰ প্ৰমাণ কৰে। এই প্ৰচলিত প্ৰথা আজি সভ্য জগতত অশ্লীলতাৰ শেষ সীমা, বৰ্ব্বৰতাৰ জ্বলন্ত দৃষ্টান্ত, নাৰীজাতিৰ লজ্জাহীনতাৰ প্ৰত্যক্ষ প্ৰমাণ।”

ডাক্তৰৰ দীঘলীয়া বিবৃত্তি শুনি থাকি মৃগেনে ক’লে, “তুমি এইবোৰ মুখস্থ কৰি থৈছা নেকি?”

“মুখস্থ যে আছেই, এনে ধৰণৰ বহুত বিলাক প্ৰবন্ধ মই যতনে ৰাখি থৈছোঁ। এতিয়া সেই ‘ফুলশয্যা’ৰ বিষয়ে এটা ভাল ধৰণৰ যুক্তি দেখুৱাই মন্তব্য কৰিছে “বৰ্ব্বৰতাৰ জ্বলন্ত দৃষ্টান্ত” বুলি। ইয়াত চোৱা আকৌ নাটেশ্বৰী জনীয়ে আগ নাই গুড়ি নাই কেৱল লিখিব লাগে লিখিছে ‘অসভ্য অসমীয়াদের মাজ খানে আসা’ বুলি। এইবোৰ পঢ়িলে এনেহে লাগে যে তোমাৰ সেই মীৰা নে কীৰাজনীৰ যেন চুলি কোছাত ধৰি লৈ গৈ ক’ৰবাত থৈ আহোঁগৈ। মোৰ নিচিনা মানুহৰে যেতিয়া এনেকুৱা ভাব হয়, সেইবিলাক পঢ়ি আমাৰ লুইত-পৰীয়া ডেকাই মেচী দা নেখেপিয়াব কিয়? সিহঁতেই জোকাই ল’ব, গালি

পাৰিব, ওভটগোৰে নাচিব, খং তুলি ল'ব, ইফালে আকৌ আমাৰ ডেকা সকল উত্তেজিত হৈ পৰিলে লৰমাৰি মাকৰ সাড়ীখনত ধৰি মুখ লুকুৱাব, কলিকতীয়া বাতৰি কাকতে ডাঙৰ ডাঙৰ আখৰেৰে হেজাৰ গুণ বেচিকৈ মিছা কথাবোৰ প্ৰচাৰ কৰিব আৰু নিলৰ্জ ভাবে প্ৰচাৰ কৰিব 'মেয়েদেৰ শালীনতা নষ্ট' বুলি। অলপমান সুবিধা পালেই মাক, জীয়েক, ভনীয়েকহঁতৰ শালীনতা নষ্ট হ'ল বুলি যি বিলাকে প্ৰচাৰ কৰিব পাৰে, সেই বিলাকৰ সভ্যতাৰ চিন ক'ত ?"

'বাৰু বাৰু' মৃগেনে মাত দিলে, 'সেইবোৰ যাবলৈ দিয়া। এতিয়া কোৱাচোন, তাইৰ মাত ওলাইছে, কাপোৰ কানিও পিন্ধিব পৰা হৈছে ... ।'

বাধা দি ডাক্তৰে ক'লে, 'হেৰা তাইক লৈ মোৰ ভয়েই হৈছে। নেদেখিছা কাগজ বিলাকৰ মতি গতি। কোনো সাংবাদিকে আকৌ দিয়েহে লাগে, "পগলা ফাটেকৰ পৰা বঙালী যুৱতী অপহৃতা, চিভিল চাৰ্জন আৰু এটা অসমীয়া গুণ্ডা গ্ৰেপ্তাৰ," এই বুলিয়েই ডাক্তৰে ডাঙৰকৈ হাঁহিবলৈ ধৰিলে। ডাক্তৰৰ মন্তব্যত মৃগেনেও হাঁহি সম্বৰণ কৰিব নোৱাৰিলে। হাঁহি সাম কটাত ডাক্তৰে পুনৰ মাত দিলে, "নহয়, হুহাঁৰ কথা নহয়। ভাবি





চোৱাচোন, কাইলৈকে যদি তেনে ধৰণৰ বাতৰি এটা কলিকতীয়া কাকতে প্ৰচাৰ কৰে, তোমাৰ কৰিব লগীয়া কি আছে। ক'ৰবাত মাৰপিট হলে, তুমি যদি 'ধৰ, মাৰ' বুলি মাত মাতা, উত্তেজিত কৰাৰ অপৰাধত তুমি হ'ব লাগিব গ্ৰেপ্তাৰ। কিন্তু এই কাকতবিলাকে হুলাহুল মিছা বাতৰি প্ৰচাৰ কৰি জনতা উত্তেজিত কৰিলে, ভাৰতীয় দণ্ডবিধি আইন হৈ পৰে শক্তিহীন। মুখ্য মন্ত্ৰীয়ে সেইবাবেই উপদেশ দিছে তেনে বা-বাতৰিৰ তৎক্ষণাত প্ৰতিবাদ কৰিবলৈ। কিন্তু যি অপপ্ৰচাৰ কলিকতীয়া কাকত সমূহে এক মুঠ হৈ সৰ্ব্বভাৰতৰ উপৰিও পৃথিবীৰ অন্যান্য দেশলৈকে প্ৰচাৰ কৰি দিয়ে, সেই বাতৰিৰ যথোচিত প্ৰতিবাদ কৰিবলৈ আমাৰ কাগজ ক'তা ? সিহঁতে নছপালে আমাৰ কৰিব লগীয়া কিবা আছেনে ?"

ঠিক এই সময়তে ৰামবিলাসে 'ভিজিটিং কাৰ্ড' এটা আনি ডাক্তৰৰ হাতত দিলেহি। ডাক্তৰেও আগন্তুক জনক অফিছ কোঠালৈ আনি বহুৱাবৰ বাবে ৰামবিলাসক নিৰ্দ্দেশ দি মৃগেনক ক'লে, "ইয়ালৈ নতুন কৈ বদলি হৈ অহা ডাক্তৰ জনে দেখা কৰিবলৈ আহিছে। মই লগ ধৰি আহোঁ দেই," বুলি তেওঁ উঠি গ'ল অফিছ কোঠালৈ।

মেজতে এৰি থৈ যোৱা 'ভিজিটিং কাৰ্ড'টো মৃগেনৰ চকুত পৰাত পঢ়ি চাই দেখিলে যে তাত লিখা 'ডাঃ এস. কে. ঘোষ, এম, বি,'। "কোন ডাক্তৰ এইজন? তাহানিৰ ডাঃ ঘোষেই বা" এই বুলি মনতে প্ৰশ্ন কৰি কৌতূহল-বশতঃ মৃগেনো নামি গ'ল অফিছ কোঠাৰ ফালে। মৃগেনক দেখিয়েই ডাক্তৰজনে মাত দিলে,—"আবে মৃগেন বাবু!" ডাক্তৰ শইকীয়াই মৃগেনৰ ফালে চাওঁতেই মৃগেনে ডাক্তৰ ঘোষৰ পিঠিত হাতখন থৈ ক'লে, "সেই ডায়েৰীৰ ডাঃ ঘোষ।"

"হয়নেকি?" বুলি শইকীয়াই পুনৰ হাতখন মেলি দি ঘোষৰ সৈতে কৰমৰ্দ্দন কৰি বহিবলৈ দিয়েই আৰম্ভ কৰিলে,—"আপোনাৰে দেখা শুনা হোৱা নাই যদিও মই আপোনাক চিনি পাওঁ। আপুনি বৰ ভাল সময়ত বদলি হৈ আহিছে। মই বৰ্ত্তমান যি ৰোগীৰ চিকিৎসাত আত্মনিয়োগ কৰিছোঁ, সেই কাৰ্য্যত পূৰ্ণ সহায়তা কৰিবলৈ আপুনিয়েই মাত্ৰ উপযুক্ত ব্যক্তি" বুলি আৰম্ভ কৰিয়েই মৃগেনক ক'লে, "তুমি অলপ ফুৰি আহাঁগৈ যোৱা, মই এখেতৰ লগত আলোচনা কৰোঁ। আৰু ঠাকুৰক ক'বা, ডাঃ ঘোষৰ কাৰণে চাহ দিয়ে যেন।" মৃগেনক যাবলৈ কোৱাত মৃগেন অলপ চক্ খোৱাদি খালে।





মনোভাৱ বুজিব পাৰি ডাঃ শইকীয়াই হাঁহি মাৰি ক'লে, "যোৱা, ভয় কৰিব নালাগে।" ডাক্তৰৰ নিৰ্দ্দেশত ওলাই গ'ল যদিও মনৰ উদ্বিগ্নতাই এৰা নিদিলে। মনতে আশঙ্কা, "ডাক্তৰ ঘোষে বা কি কয়? অতিৰঞ্জিত ভাবে কথা কৈ শইকীয়াৰ মনত কিজানি বেয়া ছাপ বহুৱাই দিয়ে। ইস্, ভাল আপদটো আহি ওলালহি। মোৰনো বাৰু কি চুক খৰে খাইছিল যে লৰ মাৰি আহি তাৰ ওচৰত চেহেৰাটো দেখুৱালোহি। মোৰ দেখিছোঁ পদে পদে বিপদ।"

ভালেমান সময় দুৱাৰ বন্ধ কৰি ডাঃ শইকীয়া ঘোষৰ সৈতে কথা বাৰ্ত্তা হৈ এবাৰ তেওঁৰ সৈতে ওলাই গ'ল সেই বাহিৰা ঘৰটোলৈ। তাত মীৰাক চাই সেই ফালেই ঘোষক বিদায় দি আহি চিন্তান্বিত অৱস্থাত বহি থকা মৃগেনক দেখি মাত দিলে, "কিহে, কি ভাবত বিভোৰ? আহাঁ আহাঁ, ভাত খাবৰ হ'ল" বুলি লৈ গৈ দুয়ো ভাতৰ টেবুলত বহিলগৈ। মৃগেনৰ মনৰ খু-দুৱনি সাম কটা নাই। ডাক্তৰ ঘোষেনো ক'লে কি তাৰ বুজ ল'বৰ প্ৰবল ইচ্ছা হোৱাতো ডাক্তৰক সুধিবলৈ সাহৰ অভাৱ। কিন্তু ডাক্তৰে নিজেই ক'লে, "আজি ডাঃ ঘোষৰ সৈতে কথা বাৰ্ত্তা হৈ বুজিব পাৰিলোঁ যে তোমাৰ ইবাই

অযথা তোমাক সন্দেহ কৰি আত্মহত্যা কৰিলে। তোমাৰ অন্তৰখন হে মীৰাই টানি ৰাখিছিল আৰু আজিও ৰাখিছে, তোমাৰ দেহ আৰু কায়টো বোলে ইৰাৰ কাষতেই আছিল। সি যি কি নহওক, ডাক্তৰ ঘোষ অহাত মই কিজানি তাইক আৰোগ্য কৰিবলৈ আৰু বেচি সুবিধা পাম। কেৱল মাত্ৰ তুমি সহায় কৰিব লাগিব।”

মৃগেনে ক'লে, “কেলৈ চুলিত ধৰি মীৰা নে ফীৰা জনীক ক'ৰবাত পেলাই থৈ নাহানে?”

তেনে কৰিলে যে তুমি কৰিবা আত্মহত্যা। তাৰ বাবে দায়ী কোন হ'ব? তাইক ভাল কৰি সজাই পৰাই তোমাক গতাই দিব পাৰিলেই মই মুক্ত। মুক্ত মনেৰে মোৰ ঘৰখন পতাত উঠি পৰি লাগিব পাৰিম তেতিয়াহে।”

কথা-বাৰ্ত্তাৰ মাজেদি খোৱা বোৱা শেষ কৰি দুয়ো শুবলৈ গ'ল।

* * * *
* * *
* *

ধৈৰ্য্যশীল ডাক্তৰ শইকীয়াৰ চেষ্টা বিফল নহ'ল। মীৰাক সোনকালে আৰোগ্য কৰাৰ বিষয়ে মৃগেনে





যিমানেই চিন্তা কৰে, ডাক্তৰে সিমানেই তেওঁক কয় যে সাধাৰণ ঘা এটুকুৰাকো ভাল কৰিবলৈ হ'লে ধৈৰ্য্যৰ প্ৰয়োজন। মস্তিষ্কৰ বিকৃতি ঘটা ৰোগী এটাক ভাল কৰাটো টান নহব পাৰে যদিহে চিকিৎসকৰ ধৈৰ্য্যৰ অভাব নহয়। লাহে লাহে মীৰাৰ স্মৰণ শক্তি ঘূৰি আহিবলৈ ধৰা যেন অনুমান হ'ল। অকস্মাতে দুই এটা ভাল ধৰণেই কথা কয় যদিও কাকো চিনি নাপায়। ক্ষন্তেকৰ ভিতৰতে আকৌ উদাস হৈ পৰে। সকলো পাহৰি বিচনাৰ ওপৰত কিবা বিচাৰে। বিচাৰি নাপাই কান্দে। আকৌ গাৰুটোকে কেঁচুৱা লোৱাদি লয়। এদিন হঠাতে তাই মৃগেনক কাষতে পাই চকুৰে মুখে হাঁহিৰ জিলিঙনি তুলি মাত দিলে, “মৃগেন দা”। যি মাত-ষাৰি শুনিবলৈ মৃগেনৰ ইমান আগ্ৰহ, ইমান হেপাহ আছিল, সেইষাৰি মাতে এক্ষন্তেকৰ বাবে হ'লেও মৃগেনক ঘমুৱাই পেলালে। আনন্দও পালে যথেষ্ট। বহুকাল শুনিবলৈ আশা কৰি থকা মাতষাৰি পুনৰ শুনিবৰ বাবে “মীৰা, মীৰা, কেলৈ মাতিছিলা? মোক চিনি পাইছানে?” বুলি কত কাকুতি-মিনতি কৰিবলৈ ধৰিলে তাইৰ মুখৰ মাতষাৰিৰ বাবে, কিন্তু সেই উচ্চাৰণ আৰু নহ'ল। পুনৰ তাই বলিয়ালি আৰম্ভ কৰি পূৰ্ব্বৰ ভাও

বিলাক দিবলৈ ধৰিলে।” মৃগেনে লৰালৰিকে গৈ ডাক্তৰ শইকীয়াক বৰ আগ্ৰহেৰে কথাষাৰৰ সম্ভেদ দি ক'লে যে মীৰাই তেওঁক এক্ষন্তেক চিনি পাই মাত দিছিল 'মৃগেনদা' বুলি আৰু তাইৰ চকুৰ সেই উদাস দৃষ্টি মুহূৰ্ত্তৰ বাবে নিলগ হৈ মুখত পূৰ্ব্বৰ মিচিকনিয়ে দেখা দিছিল। কথাষাৰি কওঁতে মৃগেনে ডাক্তৰৰ পৰাও আশা কৰিছিল তাইৰ বিষয়ে জাউৰিয়ে জাউৰিয়ে প্ৰশ্ন আৰু ভাবিছিল যে ডাক্তৰে কিজানি লৰালৰিকৈ তাইক চাবলৈ আহিব। ডাক্তৰে কিন্তু পঢ়াৰপৰা মূৰ নদঙাকৈয়ে মৃগেনক ক'লে—“ধৈৰ্য্য ধৰা”। মৃগেনৰ আবেগপূৰ্ণ কথাৰ উত্তৰ ডাক্তৰে কেৱল দুটি শব্দৰে সামৰণি মৰাত মৃগেনে মনতে বৰ কষ্ট পালে।” মনৰ দুখত সেই বিষয়ে আৰু কোনো কথা নুলিয়াই সন্ধিয়াৰ লগে লগে তেওঁ ওলাই গ'ল, সেই তেওঁৰ শান্তিৰ আলয় ভৈৰবীঘাটৰ ফালে।

মৃগেনৰ কাণত তেতিয়াও বাজি আছে মীৰাৰ সেই মাতষাৰি! “ইমান দিনৰ মূৰত তাইৰ মাতষাৰ শুনিলোঁ। মোক চিনি পাই মাতিছিলনে, এনেয়ে ভ্ৰমত? ডাক্তৰৰ কেৱল মাত্ৰ একেষাৰি বাইক, 'ধৈৰ্য্য ধৰা' 'ধৈৰ্য্য ধৰা'। কিন্তু ধৈৰ্য্যৰো যে সীমা আছে! ডাক্তৰে কিবা আমনি





পাইছে নেকি? আজি তাই মোক চিনি পাই 'মৃগেনদা' বুলি মতা কথাটো কওঁতে তেওঁ কেৱল মাত্ৰ দুটা শব্দৰেহে উত্তৰৰ সামৰণি মাৰিলে। কোনো উদ্বিগ্নতাকে প্ৰকাশ নকৰিলে।.. ডাক্তৰৰ আন্তৰিকতা নায়েই কি জানি? মোৰ মনৰ ভাব বুজিয়েই কি জানি এই খিনিকে কৰি দেখুৱাইছে?”

আকৌ ভাবে, “সেইদিনা দেখোন ডাক্তৰে মোক অনুৰোধৰ সুৰতেই কৈছিল থাকিবলৈ বুলি। তাইকো নিজৰ চকুৰ আগত ৰাখি ভাল কৰিব পাৰিলেহে মনত শান্তি পাম বুলিছিল। আজি কিজানি অন্যমনস্ক ভাবতেই আছিল?” ইত্যাদি ধৰণে ভবা গুণা কৰি থাকোতেই ভালেখিনিপৰ হ'ল। হঠাতে মনত পৰিল মীৰালৈ। “তাই কিজানি মোক বিচাৰিছে। আজি এবাৰ মাতিছিল যেতিয়া আকৌ বিচাৰিবও পাৰে। যাওঁ, চাওঁগৈচোন,” বুলি ঠিয় হ'ল। লাহে লাহে বজাৰখনৰ মাজেদি পাৰ হৈ গৈ বঙলাৰ সন্মুখতে ডাক্তৰৰ সৈতে সাক্ষাত হ'ল। মৃগেনক দেখিয়েই ডাক্তৰে অতি ব্যস্ততাৰে সৈতে প্ৰশ্ন কৰিলে, 'অ' মই তোমাকেই বিচাৰিছিলোঁ। তুমি অথনি কি কৈছিলা? তাই তোমাৰ নাম কাঢ়িছিল?” মৃগেনে ভাবিলে যে ডাক্তৰে তেওঁক ঠাট্টাহে কৰিছে। তেতিয়া

ইমান উদ্বিগ্নতাৰে কওঁতে অমনোযোগ ভাবে ডাক্তৰে কথাৰ উত্তৰ দিয়াতেই মনত কষ্ট পাই বাহিৰলৈ ওলাই গৈছিল। তেওঁ আলেঙে আলেঙে মীৰাক চাবৰ কাৰণেই ঘূৰি আহিছিল। কিন্তু হঠাতে ডাক্তৰে লগ পাই অযথা প্ৰশ্ন কৰি তেওঁক আলিৰ মূৰতে আৰম্ভ কৰাত মৃগেনে ভাল নাপালে। ডাক্তৰৰ কথাৰ উত্তৰ ডাক্তৰৰ সুৰতেই তেওঁ দিলে —"ওঁ" বুলি।

"হেৰা, অথনি তুমি কথা কওঁতে মই অমনোযোগ ভাবে উত্তৰ দিয়াতেই তুমি কিজানি বেয়া পাইছা। কিন্তু তুমি বিশ্বাস কৰাই বা নকৰাই, এই কেইমাহ মই এই জনীক কেনেকৈ ভাল কৰোঁ সেই চিন্তাতেই বিভোৰ। অ' শুনাছোন, সুবিমলৰ ডায়েৰীকেইখন কি হ'ল? মোৰ টেবুলত নাই দেখোন?"

"মই থৈছোঁ"।

"সেইকিখন মোক দিবা। তাকে পঢ়ি পঢ়ি মই তাইৰ চিকিৎসা কৰিছোঁ। তাইৰ পূৰ্ব্বৰ বুৰঞ্জীৰ আভাসটো ডায়েৰীখনত পোৱাতহে মই চিকিৎসাৰ বিধান হাতত ল'ব পাৰিছোঁ। বাৰু, কোৱাছোন—তাইৰ ল'ৰা এটা হৈছিল। লৰা জন্ম হোৱাৰ পাচত তাই বহুত কেইটা দিন ভালে আছিল। এদিন হঠাতে পাগলী হৈ তাই নিজ হাতে





কেঁচুৱাটোৰ ডিঙিত ফাঁচ লগাই বধ কৰিলে, নহয়নে?" এইবাৰো মৃগেনে 'ওঁ' বুলি উত্তৰ দিয়াত ডাক্তৰে হাঁহি এটা মাৰি মাত দিলে, —"তোমাৰ অভিমান এৰা। তাইক ভাল কৰিবলৈ হ'লে, মোক তাইৰ বিগত কাল ছোৱাৰ বুৰঞ্জী লাগে। তুমি যদি এনে দৰে মৌন-ব্ৰত ধৰা আৰু একোকে নহ'ব," - বুলি মৃগেনৰ হাতখনত ধৰি নি মটৰত বহুৱাই লাহে লাহে চলাই লৈ গ'ল বাহিৰলৈ। যাওঁতে যাওঁতেই ডাক্তৰে প্ৰশ্ন কৰি কৰি মৃগেনৰ মুখৰপৰা মীৰা আৰু সুবিমলৰ বিষয়ে বহুতখিনি কথাৰে বুজ ল'বলৈ সুবিধা পালে।

আলিৰ কাষতে থকা দোকান এখনৰপৰা বৰ ডাঙৰ, প্ৰায় এবছৰীয়া বয়সৰ পুতলা এটা কিনি ডাক্তৰে মৃগেনৰ লগত ঘৰলৈ বুলি ঘূৰি আহিল। মৃগেনৰ মনত কৌতূহল হ'লেও, সেই পুতলাটোৰ বিষয়ে ডাক্তৰক একোকে নুসুধিলে।

পিচদিনা পুৱা যথাবত প্ৰাতঃভোজনাদিৰ অন্তত ডাক্তৰ কামলৈ বুলি ওলাই যাওঁতেই মৃগেনকো লগতে লৈ গ'ল। বাহিৰা ঘৰটোৰ ওচৰতে মটৰখন ৰখাই দুয়ো মটৰৰপৰা নামি গৈ খোলা খিড়িকীখনেদি মীৰাক লক্ষ্য কৰি চাই দেখে যে তাই সেই পুতলাটো বুকুত সাবটি ধৰি

শুই আছে। অলপ সময় চাই থাকি দুয়ো মটৰত উঠি ওলাই গ'ল। মৃগেনক সম্বোধি ডাক্তৰে ক'লে, "নেদেখিলানে, তাইৰ বিকৃত মস্তিষ্কৰ মাজেদিও মাজে মাজে মাতৃত্বৰ জিলিঙনি আহি পৰেহি। তাইক ক'ৰবাৰ কেঁচুৱা এটা আনি দিব পাৰিলেই আৰু তাই কেঁচুৱাৰ আলপৈচান ধৰিব পাৰিলেই হেৰোৱা মগজুৰ পুনৰুদ্ধাৰৰ আশা আছে।"

মৃগেনে ক'লে, "কেওঁ কোনো নোহোৱা কেঁচুৱা এটা তাইক আনি দিব নোৱাৰিবনে ডাক্তৰ?" "কেলৈ নোৱাৰি? মোৰেই দূৰ-সম্বন্ধীয়া ভনী এজনীয়ে সন্তান জন্ম দিয়েই আজি কেইমাহ মানৰ আগতে মৰিলে। জোঁৱাই লৰাটোও তাৰ এমাহৰ আগতে কলেৰাত পৰি মৰিল। সেই কেঁচুৱাটো লৈ মই বৰ আহুকালত পৰিছোঁ। আজি অ'ত থৈছোঁ, কালি ত'ত থৈছোঁ। সিদিনা বিশ্বনাথঘাটলৈ যাওঁতে তাতেই এঘৰৰ তত্ত্বাৱধানত থৈ আহিছোঁ। কিন্তু আনি দিলে পাগলীয়ে মাৰি পেলায় বুলিহে ভয় লাগে।"

মৃগেনে ক'লে, "অন্ততঃ কিছুদিনৰ বাবে হ'লেও দি চোৱাচোন। মই দিনে নিশাই তাইৰ কাষত থাকিম, যাতে কেঁচুৱাটোৰ অন্যায় নকৰে।" "তুমি যদি গাত





লোৱা আনিব পাৰোঁ...., এঃ....যাওঁ ব'লা, লৈ আহোঁগৈ। ভনীজনীয়েই যেতিয়া গ'ল, সিনো জীয়াই থাকি কি ৰাজপাটখন খাব?" বুলি হাস্পটালৰ ওচৰতে মটৰখন ৰাখি, মৃগেনক তাতে বহুৱাই থৈ নামি গ'ল। কিছু সময়ৰ পাচত হাস্পটালৰ 'নাৰ্স' এজনী লগত লৈ আহি তেওঁ বিশ্বনাথঘাটৰ ফালে তীব্ৰ বেগে মটৰ এৰিলে।

* * * *

* * *

* *

'নাৰ্স'ৰ হতুৱাই মীৰাৰ কোলাত কেঁচুৱাটো দিয়াই ডাক্তৰ আৰু মৃগেনে তাইৰ মনতনো কেনে প্ৰতিক্ৰিয়া হয় নিলগৰপৰা চাবলৈ ধৰিলে। দুই হাত মেলি তাই কেঁচুৱাটো লৈ ওঁঠত এটি মিচিকনি ফুটাই তুলিলে। হেৰোৱা ৰতন হাতত পোৱাদি কেঁচুৱাটো বুকুত সাবতি ধৰি মৰম সনা হাতেৰে গালে মূৰে হাত বুলাই স্নেহ কৰিবলৈ ধৰিলে। মীৰাৰ আকস্মিক পৰিবৰ্ত্তন দেখি ডাক্তৰে মনে মনে মৃগেনক ক'লে, "ঔষধে গুণ দিছে। তাই অলপতে সম্পূৰ্ণ ভাল হ'ব। কিন্তু বৰ্ত্তমান তুমি আৰু তাইক দেখা নিদিবা, এইফালে মূ-কে নকৰিবা।

তোমাক দেখিলেই তাইৰ বহুত কথা মনত পৰিব—তেতিয়া হ'লে পুনৰ পাগলী হোৱাৰ সম্ভাৱনা।”

“মই আকৌ তাইৰ ওচৰত দেখা দিবৰহে ইচ্ছা কৰিছোঁ। কালি মোক এবাৰ চিনিছিল যেতিয়া....।”

“নালাগে নালাগে, আলেঙে আলেঙেই গাভৰুৰ সৌন্দৰ্য্য উপভোগ কৰা। মই নকওঁ মানে তুমি তাইৰ ওচৰত নোলাবাই। ব'লা বঙলালৈ যাওঁ”, বুলি ডাক্তৰে মৃগেনক লৈ বঙলাঘৰ পালেগৈ।

ডাক্তৰৰ বিধানত মৃগেনে বৰ কষ্ট পালে। আগ-দিনা ঘাটৰপৰা বৰ লৰালৰিকৈ আহিছিল তাইক চাবলৈ, তাই আকৌ 'মৃগেনদা' বুলি মাতযাৰ দিয়েনে নিদিয়ে তেওঁক চিনেনে নিচিনে এই বিলাকৰ বুজ ল'বলৈ। কিন্তু গেইটৰ মুখৰপৰাই ডাক্তৰে কথা পাতি পাতি মটৰত তুলি আঁতৰাই নিলে। নিশা ঘূৰি আহি আৰু দেখা দিবলৈ অৱকাশ নাপালে। সেই পুৱাতে ডাক্তৰে লৈ গ'ল বিশ্বনাথঘাটলৈ। তাৰপৰা ঘূৰি আহি দেখা দিবলৈ প্ৰবল ইচ্ছা থকাতো ডাক্তৰৰপৰা বাধা পালে আৰু পালেও এটা দীঘলীয়া বাধা। কাহানি বা ডাক্তৰে যাবলৈ দিয়ে, তাৰো ঠিকনা নাই।

ডাক্তৰে তেওঁক গীৰাৰ ওচৰলৈ আৰু নাযাবৰ বাবে





নিৰ্দ্দেশ দিয়াত মৃগেনৰ মনটোৰ এটা ডাঙৰ পৰিবৰ্ত্তন হ'ল। বেচি উৎকণ্ঠিত হৈ দেখুৱাবলৈয়ো ডাক্তৰৰ ওচৰত সাহ নাপালে। বিশেষ কথাবাৰ্ত্তা নোহোৱাকৈয়ে ডাক্তৰৰ লগতে গৈ বঙলাঘৰ পালেগৈ।

ডাক্তৰে সুবিমলৰ ডায়েৰীখন মেলি লৈ মনযোগ দি পঢ়িবলৈ ধৰিলে। মাজে মাজে ডাঙৰ ডাক্তৰী কিতাপ এখনৰ পাত লুটিয়াই লুটিয়াই অধ্যয়ন কৰাত মনো-নিবেশ কৰিলে। কাষৰতে বহি থকা মৃগেনৰ বুজিবলৈ বাকী নৰ'ল যে ডাক্তৰ কিহৰ গবেষণাত ব্যস্ত। নিজৰ সান্নিধ্যই ডাক্তৰৰ গবেষণাত ব্যাঘাট ঘটাব পাৰে বুলি মৃগেন লাহেকৈ আঁতৰি গ'ল। নিজৰ কোঠাত প্ৰৱেশ কৰি বিচনাত গাটো লুহিয়াই দিলেগৈ।

“ইস্, তাইৰ মুখৰ হাঁহিটো আজি কতদিনৰ মূৰত দেখিলোঁ। তাই কিজানি মোক চিনিলেহেঁতেন। 'মৃগেনদা' বুলি মাত এবাৰিও দিলেহেঁতেন কিজানি। এই আপদীয়া ডাক্তৰটোৱে আকৌ মোক যাবলৈকে নিদিয়া হ'ল। মই এনেদৰে তাইৰ লগত লাগি নথকা হ'লে ডাক্তৰৰ কি সাধ্য আছিল যে তাইক ভাল কৰে। এতিয়া মোক আঁতৰ কৰি থৈ সি নাম কৰিবলৈ ওলাইছে। সিয়েই বাৰু নাম কৰক, মোক কেৱল যাবলৈ দিলেই

হয়। যাওঁচোন, তাক সুধি চাওঁ” বুলি লাহেকৈ উঠি ডাক্তৰৰ ওচৰ পালেগৈ। কিবা গবেষণাত ব্যস্ত থকা ডাক্তৰে অমনযোগভাবে, ‘কিহে, কি খবৰ?’ বুলি কোৱাতো তেওঁ একো সুধিব নোৱাৰিলে। অলপ ইফাল সিফাল কৰি পুনৰাই কোঠা পালেহি। আকৌ ভাবিলে, “কিনো সুধিব লাগিছে ডাক্তৰক। সি নথকাত মনে মনে গৈ চাম তাই মোক চিনেনে নিচিনে। এবাৰ মাতিছিল যেতিয়া নিশ্চয় তাই চিনিব।....নাই, ডাক্তৰে গম পালে বৰ বেয়া হব। তাইৰ ভালৰ কাৰণেই কিজানি কৈছে। মই আঁতৰি থাকিলেই যদি তাই ভাল হয়, সেয়ে ভাল। কেৱল তাই ভাল হ'ব লাগে। তাই পূৰ্ব্বৰ সেই ৰাংঢালীজনী হৈ দেখা দিব লাগে;..ইস্ তাইৰ হাঁহিটো!”

কাষৰৰ কোঠাতে ডাক্তৰে কাৰবাৰ সৈতে কথা পতা শুনি কোননো আহিছে চাবলৈ বুলি মৃগেন উঠি গ'ল। গৈ দেখে, মূৰত ভকৃভকীয়া ভেইল বান্ধি থকা দুজনী নাৰ্সক ডাক্তৰ শইকীয়াই নিৰ্দ্দেশ দি কৈছে যে দিনতেই হওক বা ৰাতিয়েই হওক, সেই কেঁচুৱাটো যাতে কোনো সময়তে মীৰাৰ ওচৰত অকলশৰে ৰখা নহয়। নিশা এজনী নাৰ্সক তাইৰ ওচৰতে শুবৰ বাবেও বুজাই ক'লে আৰু নিশা কেঁচুৱাটো যাতে ‘নাৰ্সে’ নিজৰ লগত ৰাখে





তাকো ভালকৈ দঢ়াই দঢ়াই কলে। নাৰ্স কেইজনীৰ কৰ্ত্তব্যৰ তালিকা বুজাই সিহঁতক বিদায় দি মৃগেনক উদ্দেশি ক'লে, “শুনা মৃগেন, কেঁচুৱাটো পাই তাই বহুত সুস্থ। এই কালছোৱা বৰ সাৱধানে চলিব লাগিব। তাই এখন সংসাৰৰপৰা আন এখন সংসাৰলৈ আহিব খুজিছে,—পগলাৰ সেই চিৰ সুন্দৰ, চিৰ বসন্ত বিৰাজিত ৰাজ্যৰপৰা তাই বাগৰ সলাইছে এই দুখ, শোক, জৰা ব্যাধিৰে পৰিপূৰ্ণ বাস্তৱ জগতলৈ। এই সময়ত অলপ ভুল হ'লেই আমাৰ সকলো চেষ্টা পণ্ড হ'ব। সেইবাবেই তোমাক মই ক'ব খোজোঁ যে তুমি এইফালে নোলাবাই। ‘তোমাক দেখিলেই তাই উত্তেজিতা হৈ পৰিব। তুমি সৌফালৰ বাটেদি ওলোৱা সোমোৱা কৰিবা। তাই বাহিৰলৈ আহিলে তুমি আত্মগোপন কৰিবা। মুঠতে সেই তাহানি কালৰ ভাই বোৱাৰীয়েকৰ আগত বৰজনাকৰ যেনে অৱস্থা, বুজিছা নহয়” (?) বুলি হাঁহি এটাৰেই বক্তব্যৰ সামৰণি মাৰিলে।

ডাক্তৰৰ বিধান অনুযায়ী মৃগেনে ইটো বাটেদি ওলোৱা সোমোৱা কৰিবলৈ ধৰিলে। মীৰাৰে বিচ্ছেদ হৈ মৃগেন পুনৰ নিস্কৰ্ম্মা হ'ল। দিনটো নাযাই নুপুৱাই অৱস্থা। কিতাপ পত্ৰ পঢ়ি সময় কটোৱাটোও দুৰূহ

হৈ পৰিল। তাতে ডাক্তৰে দিনো দুই তিনিবাৰকৈ মীৰাৰ তালৈ গৈ থকা দেখি দেখি অজানিতভাৱে মৃগেনৰ অন্তৰত ডাক্তৰৰ প্ৰতি হিংসাভাব এটিয়েও দেখা দিলে। ভাবিলে, ভাবিবলৈ বাধ্য হ'ল বহুত কথাকে। "তাই ভাল হোৱাৰ লগে লগে এই দীঘল দিন কেইটা মোক সি আঁতৰাই ৰাখিছে অথচ সি গৈছে তাইৰ কাষ চাপি। ইয়াৰ অৰ্থ? উদ্দেশ্য?? তাইৰ পাগলী অৱস্থাত মই যেতিয়া হাড়ভঙা খাটনি খাটিছিলোঁ, তেতিয়া ডাক্তৰৰ খবৰ নাছিল। কিবা এটা ক'লেও অমন-যোগ ভাবে উত্তৰ দিয়ে, 'ধৈৰ্য্য ধৰা' বুলি। ধৈৰ্য্য ধৰাৰ ফল হ'ল, তাই ভাল হোৱাৰ লগে লগে মোক আঁতৰ কৰি সি নিজে গ'ল কাষ চাপি। আজি কালি হ'লে দিনটোত দুই তিনিবাৰ নগলে তাৰ গা নুজুৰায়। এবাৰ কোঠাটোত সোমালে সি ওলাই আহিবই নোৱাৰে।.. ইস্ কেনে ধুনীয়া তাইৰ হাঁহিটো। এতিয়া কিজানি তাইৰ পূৰ্ব্বৰ জেউতিয়ে ৰহন চৰাইছে। সৌ খিনিতে আছে, তথাপি আজি এমাহ তাইক দেখা কৰাৰ পৰা বঞ্চিত। ইমান ওচৰ অথচ ইমান নিলগ।..নাই, আজি ডাক্তৰক সুধিম যে মোৰ যদি প্ৰয়োজন নায়েই, মই গুচি যোৱাই ভাল," এয়ে হ'ল মনৰ চিন্তা আৰু মনৰ ভাৱনা।





সেই সন্ধিয়া ডাক্তৰ শইকীয়াই হাতমুখ ধুই বাৰান্দাত বহিছেহি মাত্ৰ, এনেতে মৃগেনে অতি গাম্ভীৰ ভাবে আগত দেখা দি কলেহি, "হেৰা ডাক্তৰ, মই কথা এটা কওঁ বুলি আহিছোঁ। বৰ্ত্তমান যেতিয়া মোৰ কাম নায়েই মইনো মিচাকৈ ইয়াত থকাৰ প্ৰয়োজনেই কি? মই কাইলৈ গুৱাহাটীলৈ যাওঁ বুলি ভাবিছোঁ"। কথাষাৰ কৈ মৃগেনে দেখিলে যে তেওঁ বৰ বিপদতেই পৰিলে। অকস্মাতে ডাক্তৰে হাঃ হাঃ হাঃ কৈ একে লেঠাৰিয়ে দুই তিনি মিনিট কাল ডাঙৰ ডাঙৰকৈ হাঁহিবলৈ আৰম্ভ কৰাত মৃগেন সঁচাকৈয়ে অবাক হ'ল। ইঁহাৰ অৰ্থ মৃগেনৰ বুজা নুবুজা অৱস্থাত। ইঁহা দেখি তেওঁ বিচলিত হৈ পৰিল। ভাবিলে, "ইস্ কেনৈ জানো এই আপদটোৰ আগত কৈছিলোঁ?"....ইত্যাদি কত কথাই যে মৃগেনৰ মনত স্থান লভিলে। ডাক্তৰৰ হাঁহিৰ সাম কটাত, 'হাঁহিবলৈ পাইছে কিহে' (?) বুলি মৃগেনে কৰা প্ৰশ্নত ডাক্তৰে উত্তৰ নিদি পুনৰ হাঁহিৰ আলোড়ন তুলিলে আৰু এইবাৰ হাঁহিৰ প্ৰকোপত চকীৰপৰা উঠি দুয়ো হাতে তল পেটত ধৰি কুজা কুজাকৈ খোজ চলাই গৈ বাৰান্দাৰ ৰেলিং ডালত পেটৰ ভেজাটো থৈহে ৰক্ষা পোৱা যেন পালে। ক্ষন্তেক পিচতে, ডাক্তৰৰ হাঁহিৰ উপশম ঘটাত

ঘূৰি আহি মৃগেনৰ ওচৰত বহিলহি যদিও কথাৰ লগে লগে হাঁহিৰ উজাৰ একো একোটাই কথোপকথনত ব্যাঘাট নজন্মোৱাকৈ থকা নাছিল।

ডাক্তৰৰ ভেঙুচালিত মৃগেনৰ সঁচাকৈয়ে বৰ খং উঠিছিল। ডাক্তৰেও মৃগেনৰ খং উঠাৰ কথা নজনা নহয়। কিন্তু তেনে ধৰণে ব্যৱহাৰ কৰাত তেওঁ স্বভাবসিদ্ধ। যিমানেই জৰুৰী অথবা উত্তেজনাপূর্ণ বার্ত্তাকেই তেওঁক নিদিয়ক, তেওঁ সেই সকলোবিলাককে সমান ধেমেলীয়া ভাবেৰে লয়। মৃগেনেও তেওঁৰ স্বভাব ভালদৰেই বুজি পায়। ইহাঁৰ অর্থ বাৰে বাৰে সোধাত ডাক্তৰে ক'লে,—"তুমি ভাবিছা যে 'শিয়ালে আনিলে তিৰী, হেঁপা হ'ল গিৰি', নহয়নে?" কথা শুনি মৃগেন উত্তেজিত হৈ বহুত কটু বাক্যেৰে ডাক্তৰক সম্ভাষণ কৰাতো বৰ্ডিয়াল ডাক্তৰৰ ওঁঠৰ হাঁহিৰ ৰেঙণিয়ে লগ নেৰিলে। মৃগেনক বুজাই মেলি স্থিৰ কৰি লৈ তেওঁ পুনৰাই ক'লে—"তুমি তাইৰ ওচৰলৈ যাবলৈ নোপোৱাত যে কষ্ট পাইছা সেই কথা মই বৰ ভালদৰে বুজিছোঁ। কিন্তু তোমাক কিয় যাবলৈ দিয়া নাই তাকো ভাবি চাবা। তাই বর্ত্তমান বহুত ভাল হৈছে। তোমাৰ কথা আৰু তাইৰ গিৰিয়েকৰ কথা মোক কেইবাদিনো তাই





সুধিছিল। সুবিমল আৰু তুমি দুয়ো কলিকতাত থকা বুলি কৈ থৈছোঁ। দুই এদিনতে তোমাৰ দৰ্শন মিলিব। কিন্তু তাৰ পূৰ্ব্বে তুমি এখন অভিনয় নিখুঁত ভাবে কৰি দেখুৱাব লাগিব। কি অভিনয় শুনি লোৱাঁ। তুমি কলিকতাৰপৰা লিখাদি মোলৈ এখন চিঠি লিখা। তাত লিখিবা যে সুবিমল কিবা কাৰণত আৰু দুই এমাহ থাকিব লগীয়া হৈছে আৰু তুমি যেন অহা মঙ্গলবাৰে আহি পাবাহি। সেই দিনাই মই মটৰ পঠাই তোমাক জাহাজ ঘাটৰপৰা অনাদি আনিম। তুমিও মালে বস্তুৰে আহি দেখা দিবাহি। লগতে সুবিমলে দি পঠোৱা বুলি তাইৰ ব্লাউজ, সাড়ী আদি প্ৰয়োজনীয় বস্তু আৰু লগতে ল'ৰাৰ কাপোৰ কানি আদি লৈ আহি তাইক ক'বা যে সুবিমল অহা পলম হ'ব। তাই কেনে ধৰণৰ কাপোৰ ভাল পায়, তুমি জানা যেতিয়া সুবিমলে পঠোৱা বুলিলে তাই অবিশ্বাস নকৰিব। কিন্তু প্ৰকৃততে....।"

"কি প্ৰকৃততে?"

"ক'ম জানো? তুমি বেয়া পোৱা কিজানি।"

"মই ভাল পোৱা কামনো তুমি কিমান কৰিছা?"

"তুমি ভালপোৱা কামকে দেখোন কৰিবলৈ ওলাইছোঁ।

মঙ্গলবাৰলৈ, এই তিনিটা দিন মাত্ৰ বাট চোৱা,—তোমাৰ দৰশন মিলিব।"

"বাৰু বাৰু, কি ক'ব খুজিছিলা, কোৱা", ডাক্তৰে মাত দিলে, "মই ক'ব খুজিছিলোঁ যে তাই ভালপোৱা কাপোৰ কিনি লৈ আহি সেই দিনা নিজ হাতেৰে তাইক ......", বাক্যষাৰ শেষ নকৰাকৈয়ে এনেতে ডাক্তৰে বিয়া নামৰ সুৰ লগাই গালে,—

"ৰাম ৰাম কৈকেয়ী আহিছে,
ৰাম ৰাম সুমিত্ৰা আহিছে,
আহিছে ৰামৰে মাও,
ৰাম ৰাম জনক জীয়াৰী,
ৰাম ৰাম জানকী সুন্দৰী
জোৰোণ পিন্ধাই আজি চাওঁ।"

বুলি শেষ কৰিয়েই ডাক্তৰে হাঁহিৰ থুনুপাক মুকলি কৰি দিলে। মৃগেন টিকিচি বিকিচি উঠিল। ডাক্তৰে কিন্তু ভেঙুচালি কৰি কৰিয়েই তেওঁক শান্ত কৰি পুনৰ গহীন আলোচনালৈ টানি আনিলে।

"তোমাক জোকাই ভাল লাগে দেখিহে জোকাওঁ। বেয়া পোৱা যদি আজিৰপৰা বাৰু নোজোকাওঁ। বহাঁ





বহাঁ, এই কাণত ধৰি কৈছোঁ,"—বুলি দুই হাতেৰে ডাক্তৰে কাণ দুখনত ধৰি তিনিবাৰ উঠা বহা কৰিলে। খং আৰু অভিমানৰ ভাব এটা লৈ মৃগেন পুনৰাই বহাত ডাক্তৰে ক'লে,—

"মই কোৱাৰ নিচিনাকৈ যদি তুমি অভিনয় এখন নিখুঁত ভাবে কৰি দেখুৱাব পাৰা, তাইৰ বৰ উপকাৰ হ'ব, —লগতে তোমাৰো।"

অভিমানৰ ভাও নষ্ট হয় বুলি মৃগেনে একো নামাতিলে কিন্তু সুস্থিৰে সকলো শুনি গ'ল। তেতিয়াই ডাক্তৰে কাগজ কলম আনি দি মৃগেনৰ হতুৱাই নিজলৈকে বুলি এখন চিঠি লিখাই ল'লে। পিচদিনা পুৱা তেওঁ মীৰাৰ তাত বহি থাকোতেই ৰামবিলাসে যথাৰৎ ডাকঘৰৰপৰা অনা চিঠিৰ জাপতে সেই চিঠিও নিৰ্দ্দেশ মতে সুমাই লৈ ডাক্তৰক দিয়াত ডাক্তৰেও মীৰাৰ আগতে ইখন সিখন চৰকাৰী চিঠি খুলি পঢ়ি অৱশেষত সেই চিঠিখন খুলি নিজে পঢ়ি আকৌ এবাৰ মীৰাক পাঠ কৰি শুনাই বুজাই দিলে যে সুবিমলৰ অহা পলম হ'ব। সেই কথাতে তাই পতিয়ন গ'ল। মৃগেনৰ মুখে সকলো বা-বতৰা পাম বুলি আগৰ মঙ্গলবাৰটোৰ বাবে অপেক্ষা কৰি ৰ'ল।

পিচদিনা পুৱা গড়কাপ্টানী বিভাগৰ ঠিকাদাৰ আৰু বনুৱা সকলে ঘৰ মেৰামতিৰ কাৰণে যাবতীয় সামগ্ৰী আনি ডাক্তৰৰ বাহিৰা ঘৰটোৰ ওচৰতে থুপ খুৱাই ঘৰটোৰ চালখন ছাবৰ কাৰণে আয়োজন কৰাত ডাক্তৰৰ অনুৰোধত মীৰাই ঘৰটো সলনি কৰি ডাক্তৰৰ বিৰাটকায় বঙলা ঘৰৰ পূব প্ৰান্তত খালি অৱস্থাত পৰি থকা ডাঙৰ কোঠাটোকে দখল কৰিলেহি। ডাঙৰ আহল-বহল সু-সজ্জিত কোঠাটোৰ ওচৰতে লাগি থকা গা-ধোৱা ঘৰটো পানীৰ কল আৰু অন্যান্য আধুনিক সাজ-সৰঞ্জামেৰে সজ্জিত। সেউজীয়া বোল সনা বেৰ কিখনৰ ওপৰত ওলমি আছে নানা ধৰণৰ চিত্ৰ। উত্তৰ ফালৰ চুকটোত স্থান পাইছে সুবিমলৰ সেই চিৰ পৰিচিত বাকছ, কাগজ-পত্ৰ কঢ়িয়াই লৈ ফুৰা চামৰাৰ বেগ আৰু ওচৰৰ দাৰ ডালতে স্থান পাইছে লুঙিখনকে আদি কৰি দৈনন্দিন ব্যৱহাৰ কৰা সাজ-পোছাক আদি। বিৰাট কোঠাটোৰ সোঁ-মাজতে সুন্দৰকৈ পাৰি থোৱা আছে এখন বিচনা, ওপৰত ওলমি আছে নে'টৰ আঁঠুৱা আৰু বগা গিলিপেৰে আগুৰি থকা গাৰু দুটাৰ কাষতে হাত দিলেই পোৱাকৈ আয়োজন কৰা আছে বিজুলী বাতিৰ অন্যতম 'চুইস্‌টো' —অৰ্থাৎ 'বেড্‌চুইস্", দুহাতমান আঁতৰতে এখনি বগা





ৰং লগোৱা, বেৰা থকা লোহাৰ সৰু পালেং। সুন্দৰ সুকোমলকৈ পাৰি থোৱা সৰু বিচনাখনতে এটা সৰিয়হ ভৰোৱা নাওমান গাৰু। পালেংখন দেখিলে হাস্পটালৰ পালেং যেন অনুমান হয়। আয়না-মেজৰ ওচৰতে তিৰোতা মানুহৰ ভালেমান ব্যবহাৰ্য্য বস্তু,—তেল, ফণি, স্নো, পাওডাৰ ইত্যাদি।

কোঠাটোত প্ৰৱেশ কৰিয়েই কোঁছৰ শুই থকা কেঁচুৱাটো সৰু পালেং খনতে শুৱাই থৈ তাই ইফালে সিফালে চাবলৈ ধৰিলে। সৰু টুল এখনতে কেঁচুৱাটোৰ ওচৰতে 'নাৰ্স' জনী বহি নতুন ঘৰত মীৰাৰ ব্যৱহাৰ কেনে হয় চাবলৈ ধৰিলে। ক্ষন্তেকৰ ভিতৰতে গা-ধোৱা ঘৰ পৰ্য্যন্ত চাই চিতি ল'লে, সুবিমলৰ কাপোৰ কানি বিলাক ধোবাৰ ঘৰলৈ দিবৰ অভিপ্ৰায়েই কিজানি টোপোলা বান্ধি থ'লে। বাকছটো খুলি তাত থকা সুবিমলৰ কাপোৰ কানি ভালকৈ সজাই থ'লে। যথা নিয়মে খোৱা বোৱা কৰি নিশা আঠ মান বজাত মীৰা বিচনাত পৰিল। 'নাৰ্স' জনী আহি কেঁচুৱাটো লৈ গৈ ওচৰৰ সৰু কোঠাটোত প্ৰৱেশ কৰিলেগৈ। ডাক্তৰৰ কাৰা হুকুম, কেঁচুৱাটো ৰাতি যাতে মীৰাৰ ওচৰত থোৱা নহয়।

বিচনাত পৰি থকা মীৰাৰ মনলৈ ৰিণিকি ৰিণিকি পূৰ্ব্বৰ কথাবোৰ আহিবলৈ ধৰিলে। সেই নোৱাখালিত ঘটা ঘটনা, তেওঁবিলাকৰ দেশত্যাগ, অসম আহি সোমোৱাৰ কথা, ইবাহঁতৰ ঘৰত আলহী ৰূপে বহুত দিন থকাৰ কথা, ইবাৰ স্নেহ সনা ব্যবহাৰ, ইবাৰ মনৰ পৰিৱৰ্ত্তন, আৰু অৱশেষত আত্মহত্যা কৰাৰ কথা মনত পৰোতেই অকস্মাতে গাত এটা শিহৰণ অনুভব কৰি হঠাতে বৰ ডাঙৰকৈ চিঞৰ মাৰি দিলে, "ইৰাদি" বুলি। তৎক্ষণাতে 'নাৰ্স' জনী আহি কোঠাত প্ৰৱেশ কৰি দেখে যে মীৰা উঠি গৈ খিড়িকী খনৰ ওচৰত ঠিয় হৈ আছে। ডাক্তৰক খবৰ দিয়াত মৃগেনৰ ওচৰৰপৰা ডাক্তৰ উঠি আহিল,—দেখেহি মীৰা সুস্থা। কি হৈছিল তাৰ সন্ধান কৰি বুজিব পাৰিলে বোলে তাইৰ টোপনি অহা নাছিল আৰু বহুত পুৰণা কথা মনত পৰাত ভয় খাই চিঞৰ মাৰি দিছিলে।

হাতৰ নাড়ীডাল চাই ডাক্তৰে ক'লে, 'মিচেচ্ মৈত্ৰ, এতিয়া আপোনাৰ চিন্তা কৰাৰ সময় নহয়। চিন্তা ভাবনা মনৰপৰা দূৰ কৰিব লাগিব।" 'নাৰ্স'জনীক উদ্দ্যেশি কলে যে, কেঁচুৱাটো আনি মীৰাৰ ওচৰত শুৱাবলৈ আৰু তাইৰ টোপনি নহালৈকে 'নাৰ্স'জনী যাতে ওচৰত থাকে ;





টোপনি যোৱাৰ পাচত কেঁচুৱাটো নিলগাই নিবলৈ নিৰ্দ্দেশ দি ডাক্তৰ ওলাই গ'ল।

বুকুত কেঁচুৱাটো লৈ মীৰা কাতি হ'ল। সন্তান জননীয়ে বুকুত কেঁচুৱা পাই ভাৱ চিন্তা নিলগ কৰিব পৰা হ'ল। চকু জাপ যোৱাত নাৰ্সে পুনৰ কেঁচুৱাটো লৈ আঁতৰিল। মীৰা টোপনি।

ডাক্তৰ ঘূৰি নোযোৱা পৰ্য্যন্ত ইফালে মৃগেন বৰ উৎকণ্ঠিত অৱস্থাত থাকিব লগীয়া হৈছিল। নিজে গৈ ওৰ লোৱাও মানা, অথচ সেই চিঞৰ শুনি থিৰেৰে ৰ'বও নোৱৰা হ'ল। এবাৰ উঠি, এবাৰ বহি, বাহিৰলৈ ওলাই সোমাই চাটি ফুটি কৰি থকা অৱস্থাতে ডাক্তৰে আহি শুভ সম্বাদ দিলে যদিও মৃগেন নিজেই শান্ত হ'ব নোৱাৰিলে। বিচনাত পৰি মৃগেনৰো সেই নিশা বহুত পৰলৈকে টোপনি নাই।

দুৰ্ভগীয়া মৃগেনৰ মনোব্যাধিৰ ঔষধ আশাৰ বাহিৰে আন একোৱেই নাই। বৰ আশা কৰিছিল মীৰা ভাল হ'ব বুলি। হ'ল। ডাক্তৰৰ মুখে বতৰা পালে তাই বোলে সম্পূৰ্ণৰূপে আৰোগ্য হৈ মৃগেনৰ খবৰো লৈছে কৰিছে। এতিয়া আশা কৰিছে—তাইক চাবৰ বাবে, তাইৰে কথা বাৰ্ত্তা হ'বৰ বাবে। কোন দিনাখন বা

তাইক দেখা পাব ? তাইৰ ওঁঠৰ সেই ধুনীয়া হাঁহিটো কাহানিকৈ বা দেখিব। তাইৰ সুমধুৰ কণ্ঠৰ মাতষাৰি আকৌ শুনিবলৈ পালে তেওঁৰ কেনে লাগিব বা। এইবোৰকে ভাবি চিন্তি নিজৰ কোঠাতে বহি আছে মৃগেন। আৰু ভাবিলে যে তাই নিশ্চয় ডাক্তৰৰ ওচৰত সঙ্কুচিত ভাবেৰে কথা কৈছে,—ডাক্তৰক দেখিলে তাই কিজানি মূৰত ওৰণীখন লয়। "মোৰ আগত তো তাই ওৰণী নোহোৱাকৈ দেখা কৰিব। মোৰ ওচৰত জানো তাইৰ সঙ্কুচিত মনোভাব থাকিব ? সুবিমলৰ কথা সুধিলে কি ক'ম ? তাই ইয়াত কেনৈ আছেহি (?) কোনে আনিলে, এই বিলাকৰ সন্ধান কৰিলে কি ক'ম ? ডাক্তৰেও মোক বৰ সাৱধানে তাইৰ সৈতে কথা বাৰ্ত্তা হবলৈ কৈছে। নাই, তাইৰে সৈতে বেচি কথা নহওঁ। নিলগৰ পৰাই তাইৰ ৰেহ ৰূপ চাম। কিজানিবা তাই আকৌ মোক চিনি নাপায়েই ? কেনৈ নাপাব, ডাক্তৰে কৈছে নহয় মোক বিচাৰিছিল বুলি। ......কালি নিশা হঠাতে বাৰু কিয় চিঞৰিছিল ? কিজানি আকৌ তাই পাগলী হয় ! কিজানি মই লগ পোৱাৰ আগতেই তাই আকৌ আগৰ নিচিনা হৈ পৰে ! ডাক্তৰে কিয় মোক যাবলৈ নিদিয়ে ? ...সোধোঁগৈছোন





ডাক্তৰক," বুলি ওলাই গৈ ডাক্তৰক লগ ধৰিলেগৈ। কিন্তু তেওঁক কিয় তাইৰ ওচৰলৈ যাবলৈ দিয়া নাই সেই কথা সুধিবকে নোৱাৰিলে। কেৱল মাত্ৰ তেওঁক যদি মীৰাই সুবিমলৰ কথা অথবা তাই কিয় তাত আহি আছেহি সেই বিষয়ে বুজ ললে তেওঁনো কি উত্তৰ দিব লাগিব সেই কথাকে সুধিলে। উত্তৰত ডাক্তৰে ক'লে, "তাইৰ ওচৰলৈ যাওঁতে ময়ো তোমাৰ লগত থাকিম। কোন সময়ত, কিৰূপে উত্তৰ দিয়া বাঞ্ছনীয়, সেইটো অৱস্থানুযায়ী তৎক্ষণাত স্থিৰ কৰি ল'ব লাগিব। মই লগত থাকিলে তাইৰ প্ৰশ্নৰ উত্তৰ দিয়াত আহুকালত নপৰা," বুলি মৃগেনৰ মুখলৈ চালে। চাই দেখে যে ঠিক যেন মৃগেনে ডাক্তৰৰ প্ৰস্তাবটো সমৰ্থন কৰিব নোৱাৰিলে। মৃগেনে ঠিক যেন মীৰাক অকলৈ লগ পাবলৈহে ইচ্ছা কৰে। অকলে নিৰলাত কথা বাৰ্ত্তা হবলৈহে যেন তেওঁৰ বাঞ্ছা। মৃগেনৰ চকুৱে মুখে প্ৰকাশি দিয়া মনোভাবটো ভালদৰে বুজি পাই ডাক্তৰে হাঁহি এটা মাৰি কলে, "তুমি ভয় নকৰিবা। বৰ্ত্তমান তুমিতো দেখা পোৱাই নাই। ইয়াৰ পাচৰ খোপাটো হ'ব, মোক লগত লৈ দৰ্শন,—তাৰ পাচত অকলে নিৰলাত দৰ্শন, তাৰ পাচত এই ধৰা স্পাৰ্শন, ৰুক্মিণীহৰণ, পলায়ন, যি হয় হ'ব আৰু।" বুলি

ডাঙৰকৈ হাঁহি এটা মাৰিলে। খং কৰি মৃগেনে ক'লে, "তোমাক মই আৰু একোকে নোসোধোঁ, যি কৰা কৰি থাকা," বুলি যাবলৈ ঠিয় হওঁতেই ডাক্তৰে ক'লে, "চাবা বঙলাঘৰৰ পূৱ ফালে তোমাৰ প্ৰৱেশ নিষেধ।" মৃগেন খঙতে উঠি গৈ নিজৰ কোঠাত প্ৰৱেশ কৰিলেগৈ,—ডাক্তৰেও একান্ত মনে সুবিমলৰ ডায়েৰীখন অধ্যয়ন কৰাত লাগিল।

আয়োজন মতে সোমাবাৰে নিশাতেই ডাক্তৰে মৃগেনৰ বাকছ-বিচনা আদি নিজৰ গাড়ীত তোলাই থ'লে। সেই গাড়ীতে পুৰা মৃগেনক মনে মনে লুকুৱাই লৈ জাহাজ ঘাটৰ ফালে ৰাৱনা হ'ল। মটৰ ওলোৱাৰ শব্দ শুনি মীৰাই পৰ্দ্দাখন আঁতৰ কৰি খিড়িকীয়েদি চাই পঠিয়ালে। চতুৰ ডাক্তৰে আগতেই মৃগেনক ভালদৰে লুকুৱাই লোৱাত মৃগেনক মীৰাই দেখা নাপালে। মীৰাই দুৱাৰখন মেলি ৰেলিং ডালতে হাতখন থৈ গাড়ী ওলাই যোৱাৰ ফালে ৰ লাগি বহুত পৰ চাই থাকিল। তেনেদৰে বহুত সময় একেথৰে চাই থকা অৱস্থাটো 'নাৰ্স' জনীয়ে বৰ ভাল লক্ষণ যেন নেদেখি শুই থকা কেঁচুৱাটোকে চিকুটি চিকুটি জগাই দি চিঞৰাবলৈ ধৰিলে। লগে লগে সন্তান জননীৰ চেতনা সঞ্চাৰ হ'ল। নিমিষতে লৰ মাৰি গৈ কেঁচুৱাটো আকোঁৱালি ললেগৈ।





যথাসময়ত ডাক্তৰে মৃগেনক লগত লৈ ঘূৰি আহি ঘৰ সোমালেহি। নতুন আলহী অহাৰ নিচিনাকৈ সহাৰি দি বয় বস্তু থান থিত লগাবলৈ নিৰ্দ্দেশ দিলে মীৰাই শুনাকৈ। কিছু সময়ৰ পাচত 'নাৰ্সৰ' যোগেদি বতৰা পঠালে যে তেওঁবিলাকে মীৰাৰে সাক্ষাত কৰিব খোজে। একে চিপেই ঠিয় হৈ মীৰাই ডাঙৰ আয়নাখনতে নিজৰ মুখখন এবাৰ চালে। কাপোৰ কানি সংযত কৰি লৈ নিজেই বাহিৰলৈ ওলাই গৈ দেখেগৈ ডাক্তৰৰ লগতে মৃগেন। 'মৃগেনদা' বুলি মাতষাৰ মাতিয়েই তাই ৰেলিং ডালতে ধৰি তল-মূৰকৈ হুক্ হুক্ কৰি কান্দিবলৈ ধৰিলে। কন্দাৰ অৰ্থ বুজা টান হ'লেও ডাক্তৰ অলপো বিচলিত নহ'ল। 'নাৰ্স' জনীক ইঙ্গিতেৰে বুজাই দিলে যে মীৰাক যেন ভিতৰলৈ নিয়া হয়। নিৰ্দ্দেশ মতে 'নাৰ্সে'ও মীৰাক ধৰি লৈ গৈ বিচনাত শুৱাই দিলেগৈ। সুবিমলে দি পঠোৱা বুলি মৃগেনে লৈ অহা ব্লাউজ, সাড়ী আৰু ল'ৰাৰ কাপোৰ, খেলনা আদি 'নাৰ্স'ৰ যোগেদিয়েই ভিতৰলৈ চালান দি মৃগেন আহি ডাক্তৰৰ বৈঠকখানাত বহিলহি।

মীৰাৰ আকস্মিক ক্ৰন্দনে মৃগেনৰ মনত বৰ আঘাত দিলে। "কিয় কান্দিলে! মই ভাবিছিলোঁ হাঁহি মুখেৰে

মোক তাই সম্ভাষণ জনাব। এই ডাক্তৰৰ কথা মই আজিহে বুজি পালোঁ। সি মোক ভাল কথাকে কৈছিল। আজি মই অকলে থকা হ'লে যে কি কৰিলোঁহেঁতেন ?"

এনেদৰে ভাবি চিন্তি থাকোঁতেই মৃগেনে দেখিলে, হাতত ইন্‌জেক্‌স্যনৰ বেজীটো লৈ ডাক্তৰ শইকীয়া মীৰাৰ কোঠাত প্ৰবেশ কৰিলেগৈ। ক্ষন্তেক পাচতে নাৰ্স জনীয়ে ঘটিৰে ঢালি দিয়া পানীৰে হাতখন ধুই বেজীটো 'নাৰ্স'ৰ হাতত দি পুনৰ আহি মৃগেনৰ ওচৰত বহিলহি। ইয়াৰ পাচতো ডাক্তৰে মৃগেনক অকলে দেখা কৰিবলৈ ভালে কেইটা দিন দিয়া নাছিল। নিজেই লগত লৈ যায় আৰু ছুই এষাৰ কথা হোৱাৰ পাচতে লগতে লৈ আহে। তেনেদৰে দেখা কৰি মৃগেনে মনতে শান্তি পোৱা নাছিল। মৃগেনে বিচাৰিছিল তাইৰ লগত অকলে দীঘলীয়াকৈ কথা হ'বৰ বাবে। কিন্তু ডাক্তৰৰ বাধা। এতিয়া সেই বাধা থাকে কিমান দিন সেইটোৱেই হ'ল মৃগেনৰ মনৰ চিন্তা।

মৃগেনক দেখা মাত্ৰে পুৰণা শোকে খুন্দা মাৰি ধৰি মীৰাক যি ব্যাকুল কৰিছিল, শান্তিদায়িনী চকুৰ লোটকে সেই ব্যাকুলতা নিলগ কৰি পুনৰাই তাইক সুস্থ অৱস্থালৈ আনি দিয়াত পলম নালাগিল। সদ্যহতে উন্মাদিনীৰ





সাজ পাৰ নিলগ কৰি মীৰা হৈ পৰিছিল সুস্থা। দিনক দিনে তাইৰ দেহ ৰূপ, সাজ-পাৰ, দেহাৰ ৰূপ-লাৱণ্য দ্বিতীয়াৰ চন্দ্ৰৰ দৰে কলা-কলাকৈ বৃদ্ধি পাই অহাত ডাক্তৰৰ মনত বৰ ৰং। ৰং পাইছিল নিজৰ চিকিৎসা বিদ্যাৰ সফলতাৰ কাৰণে। প্ৰতি দিনে তেওঁ ছুই এজন বন্ধুৰ আগত নিজৰ কৃতকাৰ্য্যতাৰ কথা বখানি গৌৰব কৰে —কৈ আমোদ লভে।

দিন যোৱাৰ লগে লগে ডাক্তৰে দেখিলে যে মীৰাই আৰু মৃগেনক দেখিলে পূৰ্ব্বৰ শোকাতুৰ জীৱনৰ কথা মনলৈ নানে, সকলোবিলাক তাই সহ্য কৰিব পৰা হ'ল। যি অলপ সময় মৃগেনে ডাক্তৰৰ লগত দেখা কৰে, সেই কাল ছোৱাত তাই সুস্থা ভাবেই কথা বাৰ্ত্তা হয়। এদিনাখন ডাক্তৰে মৃগেনক অকলে সাক্ষাত কৰিবলৈ অনুমতি দি ক'লে—"কাইলৈ পুৱা তুমি তাইৰ লগত অকলৈ দেখা কৰিবা। কিন্তু তাইৰে সেই পূৰ্ব্বৰ শোক লগা কাহিনীৰ বিষয়ে আলাপ নকৰিবা। মুঠৰ ওপৰত তাইৰ মনটো আহ্লাদিত অৱস্থাত ৰখাহে কথা। তাইৰ ল'ৰাটোৰ কথা ক'বা যে সুবিমলৰ লগত চেহেৰাৰ বৰ মিল। ল'ৰাটো ডাঙৰ মানুহ হোৱাৰ লক্ষণ আছে, ইত্যাদি যি কথা শুনিবলৈ মাকবিলাকে ভাল পায় তেনে ধৰণৰ কথা

বাৰ্ত্তা হোৱাহে বাঞ্ছনীয়।” ডাক্তৰৰপৰা অনুমতি পোৱাৰ লগে লগে মৃগেনক কিবা দাহে ধৰাদি ধৰিলে। কেতিয়ানো দিনটোৰ অৱসান হয়, কেতিয়ানো আকৌ ৰাতিটো পুৱায়, এই চিন্তাতেই বিভোৰ। ভাব চিন্তা বুকুত বান্ধি লৈ নিশাটো পাৰ কৰি দিলে। ৰাতি পুৱালত মৃগেনে ভাবিলে, “আজি তাইক অকলে দেখা পাম। তাই গা-পা ধুই সাজ-গোজ কৰি লওক তাৰ পিচত যাম।” যথাসময়ত মৃগেনে নিজেও ভাল পোছাক এটা কৰি, যথেষ্ট পৰিমাণে সৌজন্যতা ৰক্ষা কৰি মীৰাৰ সৈতে সাক্ষাত কৰাৰ উদ্দেশ্যে ওলাই যাওঁতেই ডাক্তৰক কৈ যোৱাটো উচিত বুলি বিবেচনা কৰি ডাক্তৰৰ কোঠাত সোমালে। ডাক্তৰে লক্ষ্য কৰিলে যে মৃগেনৰ অযত্ন, অৱহেলিত অৱস্থাত থকা মূৰৰ কলীয়া চুলি সেই পুৱাতে চুচি মাজি ৰখা,—ক্ষুৰ খনেও বোধকৰো গালৰ ডাড়িক ওভোটাই আক্ৰমণ কৰাত ডাড়িৰ গুৰিত প্ৰকাশ পোৱা তেজৰ কণিকাবিলাক নিলগ কৰা হৈছিল মুখত সনা কিবা এবিধ বস্তুৰে, “কেলিফোৰ্ণিয়ান পপি”ৰ সুমধুৰ গোন্ধে কুঠৰিটো ঢৌৱাই নিছে। ডাক্তৰে ভাবিবলৈ বাধ্য হ’ল যে ই কেৱল তৰুণী দৰ্শনৰ আগ জাননী। মৃগেনক ভবিৰপৰা মূৰলৈকে এবাৰ চাই ল’লে ডাক্তৰে। মৃগেন





ম্ৰিয়মাণ হ’ল। তেওঁ নিজৰ দুৰ্ব্বলতাৰ কথা নজনা নহয়। নিজৰ দুৰ্ব্বলতা লুকাই ৰাখিবলৈ চেষ্টাও কৰে যথেষ্ট। যুৱক মৃগেনে কিন্তু নিজৰ দুৰ্ব্বলতা অপ্ৰত্যাশিত ভাবে ডাক্তৰৰ আগত যে মুকলি কৰি দিয়ে সেই কথা প্ৰকাশি নকলেও ডাক্তৰে বুজে, ডাক্তৰে দেখে, ডাক্তৰৰ কাণে কাণে মৃগেনক স্পৰ্শ কৰি থকা যৌৱনৰ মলয়াই সেই সম্বাদ দি যায়। ডাক্তৰে অন্তৰত ফুটাই তোলে এটি হাঁহিৰ মিচিকনি—মুখ খুলি কিন্তু নকয়।

“যোৱা, চাবা আকৌ তাতে আৱদ্ধ হৈ নৰ’বা” বুলি ঠাট্টাৰ সুৰেৰে মৃগেনক পূৰ ফাললৈ হেঁচুকি দি ডাক্তৰে নিজৰ কামত আত্মনিয়োগ কৰিলে।

মৃগেনৰ হেৰোৱা শান্তি আহি পুনৰাই ভুমুকি মাৰিলেহি। মীৰাৰে আ-আলোচনা কৰিবলৈ তেওঁ ভাল পায়, মীৰাৰ দেহৰ সৌন্দৰ্য্যই তেওঁক মোহিত কৰে, মীৰাৰ চাল চলন, কথা বাৰ্ত্তা, ব্যৱহাৰ আদিয়েও তেওঁৰ মনত শান্তিয়নি চটিয়ায়। মীৰাৰে প্ৰথম সাক্ষাত হোৱাৰ পাচৰ কেইবাটাও দিন মৃগেনৰ অন্য কামলৈ আৰু সময়ৰ অভাৱ হৈ পৰিছিল। কিন্তু মানুহৰ আশা, মানুহৰ আকাঙ্ক্ষা যে সদায়েই অসম্পূৰ্ণ হৈ থাকে। আশা কৰি মানুহে ভাল পায়। কিন্তু আশা পূৰ্ণ হ’লেই

পুনৰাই আশা কৰিবলৈ আৰম্ভ কৰাটোৰেই হৈছে আশা-ধাৰী নব সমাজৰ বৈশিষ্ট্য। এমাহমানৰ পাচৰপৰাই মৃগেনৰ মনলৈ আকৌ কিছুমান আগ গুৰি নোহোৱা ভাব আহি উপদ্ৰপ কৰিবলৈ ধৰিলে। মীৰাৰে কথা বাৰ্ত্তা যেন তেওঁৰ শেষ হ'ল। মীৰাৰে তেওঁ অন্য প্ৰকাৰে কথা পাতিব খোজে,—যি কথাৰ তেওঁ সূত্ৰপাত কৰিব পৰা নাই। নিতৌ কাষ চাপি যায়, নতুন ধৰণৰ কথাৰ পাতনি মেলিবলৈ,—নিতৌ বিফলমনোৰথ হৈ ঘূৰি আহে। ভাবিলে, "তাইৰ মনোভাব কি? এই দুটা দিন তাইৰ ওচৰলৈ মই নোযোৱাকৈ চালোঁ। ক'তো একো উদ্বিগ্নতা প্ৰকাশ নকৰিলে। আজি দেখা দিওঁতে এই দুদিননো কিয় যোৱা নাছিলোঁ, ক'লৈ গৈছিলোঁ তাৰ বিষয়ে সন্ধানকে নকৰিলে। কেৱল মাত্ৰ সেই ল'ৰাটোৰ কথাহে কয়। ডাক্তৰে ভাল এই আপদীয়াটো আনি তাইক দিলেহি। তাকে লৈ তাই বিভোৰ। ........চাওঁ বাৰু তাইনো কিমান দিন উদাস ভাব দেখুৱায়।"

* * * *

* * *

* *





সুন্দৰ শাৰদী নিশাটো। মৃদু-মলয়াৰ ঢেউমানে কঁপাই থকা জৰী গছজোপাৰ পাতবিলাকৰ মাজেদি সৰকি অহা শুক্লা পঞ্চমী নিশাৰ জোনটিৰ ৰূপ বৰণীয়া সৰল ৰেখাৰ পোহৰ বিলাকে কবি, প্ৰেমিক আৰু বলিয়া-বিলাকক কল্পনাৰ ইন্ধন যোগাইছে। আকাশত ৰূপালী তৰা বিলাকৰ তিৰবিৰণি। এই তৰাবিলাকেই হৈছে সৰগৰ কবিতা। নিৰ্জন নিশা এই তৰাবিলাকৰ ফালে নিৰীক্ষণ কৰিলেই বুজিব পাৰি তৰা বিলাকৰ অন্তৰৰ ভাব আৰু ভাষা। তৰাবিলাকে নিজৰ শান্তিময়, মধুৰ নীৰৱ বাসস্থানৰপৰা পুতৌৰ ভাব এটাহে যেন লৈ, দুয়োটি চকুতে লোটক কণিকাৰ জিলিঙনি সানি পৃথিৱীত বাস কৰা এই ক্ষুদ্ৰ অথচ গৌৰৱান্বিত নৰসমাজৰ ভাগ্য আৰু ভাগ্যৰেখা কেইডালৰ প্ৰতি দৃষ্টি নিক্ষেপ কৰিছে। তৰা। সেই তিৰবিৰাই থকা ৰূপালী তৰা বিলাকৰে পগলা, প্ৰেমিক, দুৰ্ভগীয়া আৰু কবিসকলে বিভিন্নৰূপে কথা কৈছে। কবিসকলে ভাবে, "তৰা তুমি চিৰদিনেই এই ধৰণে হাঁহি থাকা।" প্ৰেমিকে ভাবে, "তৰা তুমি চিৰদিন চকুৰে টিপ্ মাৰি মাৰি মোৰ মনত মোৰ প্ৰেয়সীলৈ ভাব জাগৰণ কৰি দিবা।" দুৰ্ভগীয়াই ভাবে, "তৰা, তুমি কান্দা, চিৰকাল কান্দি থাকা।"

আৰু বলিয়াই ভাবে কি ? "আজি সৌবোৰ কি ৰূপালী কণিকাই দেখা দিছে ?" বলিয়াই সেই দিনাহে যেন তৰাবিলাক দেখিবলৈ পাইছে। কোনো কালে নেদেখা সেই ৰূপালী বিন্দু বিলাক চাই চাই বলিয়া হৈ পৰে বিভোৰ, উদাস আৰু আপোনভোলা। আজি শ শ বছৰ ধৰি কালে আমাৰ এই বাস্তৱ জগতৰ বহুতো পৰিবৰ্ত্তন কৰিলে,—কিন্তু তৰা,—নীল আকাশৰ তৰা বিলাক, সেই পুৰতী নিশাৰ ভোটা তৰাটিয়ে আজিও তাহানি কালৰ নিচিনাকৈয়ে চাই আছে এই নৰ সমাজৰ প্ৰতি,—এই শুপ্ত পৃথিবীৰ প্ৰতি দৃষ্টি নিক্ষেপ কৰি পৃথিবীৰ অধিবাসী নৰ-মনুষ্যৰ অজ্ঞতা, মূৰ্খতা আৰু নিৰ্ব্বোধতাৰ কথা ভাবি ভাবি যেন বিদ্ৰূপাত্মক হাঁহি একোটিহে মাৰিছে।

সেই শুক্লা পঞ্চমীৰ নিশা কিন্তু মৃগেনৰ মনত কি ভাৱ উদয় হোৱাত মনে মনে গৈ গৈ পুনৰ ভৈৰবীঘাটত বহিলেগৈ ঠাওবোৱা টান। মৃগেনৰ মনত একমাত্ৰ চিন্তা আছিল যে মীৰাক কি ৰূপে ভাল কৰা হয়। ভাল হ'ল। ভাল হোৱাত তাইৰ কাষৰপৰা ডাক্তৰে বহুত দিন মৃগেনক আঁতৰাই ৰাখিলে। ডাক্তৰৰ সেই বিধানত মৃগেন বৰ অসন্তুষ্ট হৈছিল। দিন যোৱাৰ লগে লগে কিন্তু মীৰাৰ





কাষ চাপিবলৈ সুবিধা পালে। অকলে অকলে মীৰাৰ লগত আ-আলোচনা অথবা গল্পাদি হোৱাত অন্তৰায় নোহোৱা হ'ল। সন্দেহৰ জুয়ে দেই পুৰি মাৰিবলৈ ইৰা আৰু নাই—তেওঁ সঙ্কোচ কৰিবলৈও কোনো কাৰণ নাই। মুক্ত তেওঁ, মুকলি-মূৰীয়াকৈ মীৰাৰে কথা বাৰ্ত্তা হোৱাত আৰু বাধা নাই, অন্তৰায় নাই। কিন্তু তেওঁৰ মনৰ যথাৰ্থ শান্তি তেতিয়াও ঘূৰি নাহিল। তেওঁ বিচাৰে কি, নিজেই ক'ব নোৱাৰে,—কি আশা কৰে তাকো ক'ব নোৱাৰে। মীৰাক সুস্থ অৱস্থাত পোৱাৰ কিছু দিনৰ পাচৰপৰাই মৃগেনৰ মনত আকৌ কিবা এটা অশান্তিৰ ছাঁ আহি পাৰিলহি। কিহৰ অশান্তি, তাক তেওঁ নিজেই বুজিব পৰা নাই।

ডাক্তৰে ইফালে সুবিমলৰ মৃত্যুৰ সম্বাদো তাইক দিবলৈ মানা কৰি থৈছে। নানান প্ৰৱন্ধে ডাক্তৰে মীৰাক বুজাবলৈ চেষ্টা কৰে যে সুবিমল কলিকতাত আছে। তাতে বীমা ব্যৱসায় কৰিছে। ছুটী পালেই আহিব আৰু তাত থকা ঘৰৰ ব্যৱস্থা কৰি ল'ব পাৰিলেই মীৰাকো লৈ যাব। এই কথা বিলাকত বিশ্বাস জনাবলৈকে তেওঁ সুবিমলৰ ডায়েৰীখনৰপৰা চাই চাই যথাসাধ্যে সুবিমলৰ হাতৰ আখৰবোৰ নকল কৰিবলৈ

আৰম্ভ কৰিলে। ধৈৰ্য্য চেষ্টা আৰু অধ্যৱসায় এই তিনিটি আহি লগ লাগিলে অসাধ্য সাধন কৰিব পাৰি—হাতৰ আখৰ নকল কৰাতো সামান্য কথা। উক্ত তিনিটিয়ে ডাক্তৰক উদগনি দিয়াত সুবিমলৰ নিচিনা হাতৰ আখৰ লিখিব পৰা হ'ল আৰু তেতিয়াৰপৰা কোনো এক কলিকতীয়া বন্ধুৰ সহায়ত ডাক্তৰে প্ৰতিটো সপ্তাহতে মৃত সুবিমলৰ হতুৱাই মীৰালৈ বুলি চিঠি অনোৱাৰ আয়োজন কৰি সুবিমলৰ অস্তিত্বৰ বিষয়ে প্ৰমাণ কৰি দিলে। মীৰায়ো প্ৰতিটো সোমবাৰে সুবিমললৈ চিঠি দিয়ে। ৰামবিলাসৰ যোগেদি ডাকত দিবলৈ দিয়া সেই চিঠিবোৰ ডাক বাকছত নপৰি ডাক্তৰৰ অফিচ কোঠাত থুপ খাবলৈ ধৰিলে। সেই চিঠি খুলি তাৰ মৰ্ম্ম আৰু সাৰাংশ গোটাই লৈ ডাক্তৰ আৰু মৃগেনে যথাৰূপে নিখুঁত ভাবে উত্তৰ লিখি কলিকতালৈ পঠাই পষ্ট কৰায়। এই ব্যৱস্থা কেইবা মাহো চলিল। সেই ব্যৱস্থামতে মীৰাই সুবিমলৰপৰা মাহে এশ ডেৰশকৈ টকা খৰচৰ বাবত ডাক্তৰৰ যোগেদি নিয়মিতভাবে পাবলৈ ধৰিলে। প্ৰয়োজনীয় বস্তু 'নাৰ্স'ৰ হতুৱাই বজাৰৰপৰা অনাই লয়। থকা ঘৰৰ আয়োজন হ'লেই সুবিমল আহি তাইক লৈ যাব,—এই আশাতেই বেচেৰী কেইবামাহো ডাক্তৰৰ





ঘৰত থাকিল। সুবিমলৰপৰা পোৱা চিঠি বিলাকৰপৰা তাই বেচ বুজিব পাৰিলে যে ডাক্তৰ শইকীয়া তেওঁৰ অন্তৰঙ্গ বন্ধু। ডাক্তৰৰ ব্যৱহাৰ আৰু তৎপৰতাই সেই ভাবটো আৰু দৃঢ় কৰি দিলে মীৰাৰ অন্তৰত। গিৰিয়েকৰ বা ৰতৰা নিয়মিতৰূপে পাই থকাত আৰু টকা কড়ী আদিৰো একো অসুবিধা নোহোৱাত কেঁচুৱাটোকে লৈ তাই শান্তিৰে জীৱন যাপন কৰিবলৈ ধৰিলে। কেঁচুৱাটোৰ দুই এখন ফটো তুলিও তাই বাপেকলৈ বুলি পঠাইছিল। সেই ফটো আৰু চিঠিবিলাক গৈ ডাক্তৰৰ বাকছত থুপ খালে যদিও নিয়মিতৰূপে চিঠিৰ উত্তৰ আৰু কেঁচুৱাটোৰ বাবে কাপোৰ কানি, খেলনা আদি কলিকতাৰপৰা আহি মীৰাৰ হাতত পৰিলহি।

প্ৰতি সোমবাৰে মীৰাই সুবিমললৈ বুলি ডাকত দিবলৈ পঠোৱা চিঠিবোৰ সন্ধিয়া ডাক্তৰ আৰু মৃগেনে খুলি পঢ়ে আৰু দুয়ো আলোচনা কৰি বঙালী ভাষাতেই তাৰ উত্তৰ লিখি ডাক্তৰৰ কলিকতীয়া বন্ধুলৈ পঠাই তাত প'ষ্ট কৰায়। ডাক্তৰ ঘোষৰ সহায়ত সকলোবোৰ চিঠিৰ ভাব আৰু ভাষাই নিৰ্ভুলকৈ মীৰাক জনালে যে সেইবোৰ প্ৰকৃততে সুবিমলৰেই চিঠি। আখৰ বিলাকত সন্দেহ কৰিবৰো কোনো প্ৰয়োজন হোৱা নাছিল।

কিছুদিন এনেদৰে যোৱাৰ পাচত মৃগেনৰ সেই মীৰাই লিখা চিঠিবোৰ পঢ়াৰ আগ্ৰহ কমি আহিল। চিঠি পঢ়ি তাৰ উত্তৰ লিখিবৰ বাবে মৃগেনক ডাক্তৰে মাতিও নিব নোৱৰা হ'ল। পৰৰ চিঠি, তাতে স্বামী-স্ত্ৰীৰ ভিতৰত চলাচল হোৱা চিঠি পঢ়াৰ আগ্ৰহ যুৱক মৃগেনৰ কিয় নোহোৱা হ'ল? চতুৰ ডাক্তৰে তাৰ অৰ্থ বাহিৰ কৰাত পলম নালাগিল! ডাক্তৰে বহুত দিনৰপৰাই লক্ষ্য কৰি আহিছে যে মীৰাই গিৰিয়েকলৈ লিখা চিঠিবোৰত মৃগেনৰ বিষয়ে নাম গোন্ধ নাই। অথচ তাত তাই বিস্তাৰিত ভাবে তাইৰ লৰাটোৰ কথা, ডাক্তৰৰ কথা, নাৰ্জনীৰ কথা আৰু আনকি ৰামবিলাসৰ কথাও উল্লেখ নকৰাকৈ নাছিল। মৃগেনৰ বিষয়ে কোনো কথাকে নিলিখাৰ বাবেই যে মৃগেনৰ মনত অশান্তি সেই কথা ডাক্তৰে বুজি পালে। "কিয়, কি কাৰণে তাই মৃগেনৰ নাম উল্লেখ নকৰে? এই মৃগেনে তাইক ইমান ভাল পায়, তাইৰ বাবে ঘৰ সংসাৰ পৰিত্যাগ কৰিলে, অথচ তাই কিয় মৃগেনৰ প্ৰতি ইমান উদাসীন? তাহানিতে মৃগেনে মীৰাহঁতৰ সৈতে গোপনভাবে ঘনিষ্ঠ সমন্ধ ৰখাৰ বিষয়ে নিজৰ ঘৈণীয়েকৰ ওচৰত লুকুৱাই ৰখাৰ নিচিনাকৈ তায়ো মৃগেনক নিতৌ লগ পাই থকাৰ কথা গিৰিয়েকক





জনাবৰ ইচ্ছা কৰা নাই নেকি? তেনেহলে মীৰাও মৃগেনৰ প্ৰতি হলি পৰিছেনেকি?........সেইটো কিন্তু অস্বাভাবিক। তাই ভ্ৰমতে দেখোন চিঞৰিছিল যে মৃগেন সচাকৈয়ে তাইৰ দাদা,—স্বামী হ'বৰ অধিকাৰ নাই বুলি। নহয়—তাই হলি পৰা নাই। মৃগেনৰ কথাই তাইৰ চিঠিত প্ৰাধান্য লাভ কৰিলে তাইৰ গিৰিয়েকে কিজানিবা সন্দেহ কৰে, সেই ভাবতে তাই লিখা নাই। পুৰুষৰ মনোভাব কেনি পাক খাব পাৰে তাক তাই ভালদৰে বুজে—আৰু বুজে বাবেই তাই মৃগেনৰ কথা লিখা নাই। এই বলদটোৱে তাতেই ক্ষুন্ন হৈ তাইৰ চিঠিকে নপঢ়া হ'ল।"

ডাক্তৰে কথাবোৰ ভাবি চিন্তি অন্তৰতে হাঁহি এটা মাৰিলে। ভাবিলে, "কি গৰু এই মৃগেনটো! সি যে তাইৰ ফালে আকৃষ্ট সেই কথা সি মুখ খুলি নকয়, অথচ প্ৰকাৰান্তৰে মোক বুজাই দিছে যে মীৰা বিনে তাৰ অন্য গতি নাই;—তাৰ অন্তৰখন হৈ আছে মীৰাময়। চাওঁচোন, সি কিমান আগবাঢ়ে।"

উদাস ভাবত বহি থকা মৃগেনৰ কাষ চাপি ডাক্তৰে মীৰাই স্নুবিমললৈ বুলি লিখা চিঠি খন পাঠ কৰি শুনালে। পঢ়ি যাওঁতে যাওঁতেই ডাক্তৰে দুষ্টামী কৰি

মাজতে একাকি এনেয়ে পৰি গ'ল এইবুলি যে মৃগেনদাই তাইৰ নিতৌ খবৰ কৰি থাকে। কথাবাৰ শুনা মাত্ৰেই মৃগেনে, 'চাওঁ' বুলি হেপাহেৰে চিঠিখন চাবলৈ খোজাত ডাক্তৰৰ আৰু বুজিবৰ প্ৰয়োজন নহ'ল মৃগেনৰ মনৰ বিকাৰৰ সম্বন্ধে।

"বাৰু, চাবা বাৰু, এতিয়া কথা হ'ল, মীৰাই তোমাৰ বিষয়ে সুবিমললৈ একো নিলিখাত তুমি মনত বৰ কষ্ট পাইছা সেই কথা মই বঢ়িয়াকৈ বুজিছোঁ।। সেই অভিমানতে যে তুমি তাই লিখা চিঠিবিলাক আজি কালি পঢ়িবলৈ অনিচ্ছা প্ৰকাশিছা সেই কথাৰ ওৰ মই পালোঁ। কিন্তু মনত ৰাখিবা, তোমাৰ জীৱনটো এটা ভুলৰ মাজেদিয়েই পাৰ হৈছে। বহুত ভুল কৰি আহিলা, আৰু যাতে নকৰা তাৰেই আগ-জাননী স্বৰূপে মই কৈ থওঁ যে তুমি তাহানিতে যেনেকৈ এই মীৰাৰে ঘনিষ্ঠ সমন্ধ ৰখাৰ বিষয়ে তোমাৰ ঘৈণীয়েৰাৰ আগত লুকুৱাই থৈছিলা, তায়ো কৰিছে তাকেই। তাই গিৰিয়েকক জানিবলৈ দিব খোজা নাই যে তাই তোমাক নিতৌ লগ পাই থাকে;—জানোচা গিৰিয়েকে ভুল বুজে। এই শঙ্কা। ইয়াৰ বাহিৰে এনে কোনো কাৰণ থাকিব নোৱাৰে যে তাইৰ চিঠি বিলাকত তোমাৰ নাম গোন্ধেই নল'ব। মই দৃঢ়ভাবে বুজি পাইছোঁ





যে তায়ো তোমাক ভাল পায়। দিন বাগৰি গ'লেই সকলো কথাৰে ওৰ ওলাব। বৰলা ডেকাই বিধবাৰে ঘৰ সংসাৰ কৰাই বাঞ্ছনীয়,—কিন্তু........।"

ডাক্তৰৰ খোঁচ মৰা কথাই আৰু মৃগেনৰ অন্তঃকৰণ বিন্ধিব নোৱৰা হ'ল। দিনৌ দুই আষাৰ তেনে ধৰণৰ খোঁচ মৰা কথা শুনি শুনি তেওঁ অভ্যস্ত হৈ পৰাত তেনে ধৰণৰ বাক্যই আৰু মৃগেনক পূৰ্ব্ববৎ বিচলিত কৰিব নোৱৰা হ'ল। ডাক্তৰৰ ব্যাখ্যাই তেওঁক আমোদ দিলে,—তেওঁ তাকেই বিচাৰে। কিন্তু প্ৰকাশি ক'ব নোৱাৰে, ক'ব নোখোজে, কব খুজিলেও কিবা এটা বাধা আহি পৰে।

মনৰ ভাব চিন্তাই থৌকি-বাথৌ লগোৱাত মৃগেনে পুনৰ চিন্তাদেবীৰেই আশ্ৰয় লব লগীয়াত পৰিল। ডাক্তৰৰ অনুপস্থিতিৰ সুবিধা লৈ তেওঁ সেইদিনা বহুত সময় মীৰাৰ সৈতে কথাবাৰ্ত্তা হোৱাতো মীৰাৰ প্ৰকৃত মনোভাব বুজিব নোৱাৰিলে। সুবিমলৰ কথা উলিয়াই চালে,—ইৰাই কি কাৰণে আত্মহত্যা কৰিলে সেই বিষয়েও ইঙ্গিত দিলে, কিন্তু একো ফল নধৰিল। তেওঁ বিচৰা অপ্ৰকাশিত প্ৰশ্নৰ উত্তৰ নাহে। শুক্লা পঞ্চমীৰ জোনটিয়ে সেই নিশা লগত অসংখ্য তৰাৰ সৈতে আকাশত প্ৰকাশ পোৱাৰ পাচতেই তেওঁ ঘৰৰপৰা ওলাই গ'ল। বহুত দিনৰ মূৰত সেই

সন্ধিয়া ব্ৰহ্মপুত্ৰৰ কাষৰ সেই পুৰণা অথচ চিৰনতুন ঠাইতেই বহিলগৈ। ক্ষন্তেকতে তেওঁ ভাব-সমুদ্ৰত ডুব মাৰিলে ;—

"....তাই ভাল হ'ল। সুবিমলৰ মৃত্যুৰ বিষয়ে তাই গম নাপায়। আজিও সধবা সাজত তাই সজ্জিতা। খবৰ কাগজৰ টুকুৰা এটা পুৰি, ছাই কৰি, সেই ছাইকণ সেন্দুৰৰ লগত মিহলাই ল'লে মদৰুৱা সেন্দূৰৰ ৰং উজ্জ্বল হৈ পৰে ;—সেই কথা তায়েই ইবাক শিকাইছিল। আজিও তাই সেন্দুৰৰ লগত ছাই মিহলি কৰি মোক দেখুৱাই-ছিল, ৰংটো ভাল হৈছেনে নাই। তাই বুজিব পৰা নাই যে সেন্দুৰ ব্যৱহাৰ কৰাৰ অধিকাৰ তাইৰ নাই,—তাই বিধবা।.....ক'ৰ সেই দুৰ্ভগীয়া শিশুটোকে তাই নিজৰ সন্তান বুলি বুকুত স্থান দি আনন্দ উপভোগ কৰিছে।.. ক'ৰ ডাক্তৰে লিখা চিঠিবিলাককে তাই গিৰিয়েকৰ চিঠি বুলি ধৰি লৈ দুই তিনিবাৰ কৈ পঢ়ি সযত্নে বাকছত স্থান দিছে।".....হাই-উৰুমি নোহোৱা ভৈৰবী ঘাটে মানুহক চিন্তা কৰিবলৈ সুবিধা দিয়ে। তাতে সেই নিশা পঞ্চমীৰ জোনটি লহিয়াই যোৱাত নিলগৰ তৰা বিলাকে তিৰবিৰ কৰি জেউতি চৰাই ভাবুকৰ মন ভাববাজ্যত আৱদ্ধ কৰি ৰাখিবৰ কাৰণে চেষ্টা কৰে। "....কিমান দিন আৰু





সুবিমলৰ কথা লুকুৱাই ৰাখিম ? ইচ্ছা হয় যেন নিজ হাতেৰে তাইৰ সেন্দুৰৰ ফোঁটটি নিলগ কৰি দিওঁ। তাই যেন বুজক তাইৰ অৱস্থা কি ? সেইটো যে তাইৰ ল'বা নহয়, তাকো যেন তাইক কৈ দিওঁ। আজি তাই কেইবাবাৰো সুবিমলৰ কথা সুধিছিল,—ৰাতি হেনো বেয়া সপোন এটা দেখিছিল। কিজানিবা সপোনত তাই সকলো সম্ভেদ পালে। মটৰ দুৰ্ঘটনাত সুবিমলৰ মৃত্যু ঘটা, মোৰ হাতে মুখাগ্নি কাৰ্য্য সমাপন কৰা, ডাক্তৰেই টেঁওৰালী কৰি সুবিমল জীয়াই আছে বুলি শান্তনা দিয়া, এই সকলোবিলাকেই কিজানি তাই সপোনত দেখা পালে।"

"......ডাক্তৰে এনে ধৰণে তাইক প্ৰৱঞ্চনা কৰা ভাল হোৱা নাই। তাইৰ গিৰিয়েকৰ মৃত্যু বতৰা আৰু লুকাই থোৱা অনুচিত। এদিন নহয় এদিন গম পাবই যেতিয়া তাইক কৈ দিয়াই বাঞ্ছনীয়।"

* * *

বেয়া সম্বাদৰ পাখী দুখন আছে। বেয়া সম্বাদ যিমান সোনকালে উৰা মাৰি যাব পাৰে আন একোৱেই নোৱাৰে। সুবিমলৰ মৃত্যুৰ বতৰা তেওঁবিলাকে লুকুৱাই ৰাখিলেও মীৰাই সম্বাদ পালে। কাৰ মুখে, কোনটো সূত্ৰে তাই সম্বাদ পালে তাৰ উৱাদিহ পোৱা নহ'ল। সেই নিশা

ডাক্তৰৰ বৈঠকখানাত ৰামবিলাস গৈ প্ৰৱেশ কৰিলেগৈ প্ৰায় উন্মাদৰ নিচিনাকৈ। ৰামবিলাসক দেখিয়েই ডাক্তৰে ৰেডিওৰ শব্দটো কমাই দি প্ৰশ্ন কৰি উত্তৰ পালে যে পূব ফালৰ কোঠাত থকা মীৰাই আকৌ পাগলীৰ নিচিনাকৈ আত্মহাস্য কৰিছে। ক্ষন্তেক কাল তবধ লাগি থাকি ডাক্তৰে সুধিলে যে মৃগেন ক'ত? উত্তৰ পালে মৃগেনে বোলে সেই সন্ধিয়াতে ওলাই গৈ আৰু ঘূৰি অহা নাই। ঘড়ীটোলৈ চাই বুজিব পাৰিলে যে মৃগেন ঘূৰি অহাৰ সময় কেতিয়াবাই পাৰ হৈ গ'ল। তেতিয়া নিশা প্ৰায় ন বাজিবৰ হ'ল। "বাৰু যা," বুলি ৰামবিলাসক বিদায় দি 'ৰেডিও'ৰ শব্দটো বন্ধ কৰি ডাক্তৰে ভাবিলে, "......মৃগেনে কিবা অসৎ ব্যৱহাৰ কৰিলেনেকি? সি ঘূৰি অহা নাই কিয়? তাই কিয় হাঁহিছে?"

চিন্তান্বিতভাবে ডাক্তৰ ভিতৰলৈ সোমাই গ'ল। ক্ষন্তেক পিচতে হাতত হৃদ্‌পিণ্ড পৰীক্ষা কৰা যন্ত্ৰ আৰু ডাক্তৰী বেগটো লৈ ওলাই মীৰাৰ কোঠাৰ ফালে যাবলৈ বুলি খোজ চলাওঁতেই অতি গহীন আৰু গম্ভীৰভাবে মীৰা আহি ডাক্তৰৰ বৈঠকখানাত প্ৰবেশ কৰিলেহি,— পাচে পাচে ৰামবিলাস। ডাক্তৰৰ বৈঠকখানাত সেয়ে মীৰাৰ প্ৰথম প্ৰৱেশ। পূব ফালৰ কোঠাতে মীৰা থাকে।





বিৰাট কোঠাটোত সকলো প্ৰকাৰৰ সুবিধা থকাত কোঠাৰ বাহিৰলৈ যোৱাৰ প্ৰয়োজন খুব কমেই বোধ কৰিছিল মীৰাই। অকস্মাতে মীৰাক বৈঠকখানাত প্ৰৱেশ কৰা দেখি ডাক্তৰ শইকীয়া অলপো বিচলিত নহ'ল। পূৰ্ব্বৰ ভ্ৰমৰ বশৱৰ্ত্তী হৈয়েই তাই কোঠাত প্ৰৱেশ কৰিছে বুলি ভাবি লৈ মীৰাক বহিবলৈ দিয়েই ডাক্তৰে আৰম্ভ কৰিলে,—"মিচেচ্ মৈত্ৰ, এই ৰেডিওটো মই আপোনাৰ কোঠাতেই থ'ম বুলি ভাবিছোঁ। ৰেডিও এটা ওচৰত থাকিলে মানুহ অকলশৰীয়া নহয়।" মীৰাই গহীন অথচ আবেগপূৰ্ণভাবে উত্তৰ দিলে,—"মোক যে আপুনিয়েই অকলশৰীয়া কৰিলে? যদি কৰিলেই, যদি মই জনা কথাৰ সত্যতা আছে, ডাক্তৰ, আপুনি যি খন হাতেৰে মোক ভাল কৰি মোৰ স্বামীক হত্যা কৰিলে সেই পবিত্ৰ আৰু কলুষিত হাতেৰেই মোৰ এই কপালৰ আৰু শিৰৰ ফোঁটটি নিঃচিহ্ন কৰি দি ঘোষণা কৰক যে মই বিধবা,—মই স্বামীহীনা।"—

মীৰাৰ কথাত সেই প্ৰথম বাৰৰ কাৰণে ডাক্তৰ বিচলিত হ'ল। মীৰাৰ কথা শুনি তেওঁ গাত এটা অদ্ভুত ধৰণৰ শিহৰণ অনুভব কৰিলে। ডাক্তৰৰ চিৰ আহ্লাদিত অৱস্থাটো ক্ষন্তেকতে নিলগ হৈ পৰি ভয় আৰু উদ্বিগ্নতাৰ

আঁৰত মুখ লুকালে। "ইস্, এই দেখোন পাগলী হোৱা নাই। সুস্থিৰভাবে সত্য কথাকে কৈছে। তাই এই-বোৰ কেনেকৈ গ'ম পালে? কোনে ক'লে?" বুলি ক্ষন্তেকৰ ভিতৰতে নিজকে সংযত কৰি লৈ পুনৰাই মাত দিলে, "সেইবোৰ আপুনি কি কথা কৈছে? কালিও দেখোন আপুনি আপোনাৰ স্বামীৰ চিঠি পাইছে। অযথা বিচলিত নহ'ব। অ' ৰেডিওৰ সম্বাদ পাইছেনে? কালি সন্ধিয়া যে ভূমিকম্পটো হৈছিল, সেই ভূমিকম্পই বোলে ডিব্রুগড়ৰ ফালে.........।"

"নহয় ডাক্তৰ, ভূমিকম্পৰ কথা বাদ দিয়ক। মোৰ অন্তৰকম্পৰ কথা শুনক। মোৰ স্বামীৰ হাতৰ আখৰ নকল কৰি মোক আৰু কিমান দিন অন্ধকাৰত ৰাখিব? এটি মাত্ৰ সামান্য ভুলৰ বাবেই আপুনি নিজেই সকলো বিলাক কথা প্ৰকাশ কৰি মোক জনাই দিলে যে সেই চিঠিবোৰ প্ৰকাৰান্তৰে জাল চিঠি। অন্ততঃ বঙালী মানুহে যে 'ৰ'টো লিখোতে পেটটো নাকাটি তলত ফুট দিয়ে সেইটো আপোনাৰ চকুত নপৰিলেও মোৰ চকুত পৰিছে। ডাক্তৰ, আৰু অন্য কথা মোক নক'ব। কওক, আপুনি নিজ মুখে স্বীকাৰ কৰক যে মোৰ স্বামীয়ে আপোনাৰ মটৰৰ আগত পৰি মৃত্যু বৰণ কৰিলে। সেয়ে





যদি সঁচা হয়, মোৰ এই পোৰা কপাল আৰু শিৰৰ সেন্দুৰৰ দাগ আপুনি নিজ হাতে আঁতৰাই দিয়ক, আৰু মোক বিদায় দিয়ক,—মই যাওঁগৈ। মই অজ্ঞান দেশলৈ যাওঁগৈ।'

চিঠি লিখা কথাত ধৰা পৰাত ডাক্তৰ অপ্ৰস্তুত হ'ল যদিও কথাৰ আঁত এৰি নিদিয়াকৈ মাত দিলে,— "আপোনাক এই ভুল সম্বাদবোৰ দিছে কোনে? ই নিশ্চয় মৃগেনৰ কাম। আপুনি তাৰ কথা বৰকৈ নধৰিব, —সি হৈছে এটা উন্মাদ,—বলিয়া;"—বোলাৰ লগে লগেই মৃগেন আহি কোঠাত প্ৰৱেশ কৰি মীৰাক তাত দেখা পাই ".......মীৰা তুমি দেখোন.........," বুলি থৰ লাগি ৰৈ পৰিল। মুখখন ঘূৰাই লৈ মীৰাই কৰ্কশ অথচ কোমল মাতৰ লগত আবেগপূৰ্ণ মনোভাব সানি লৈ উত্তৰ দিলে—"হয়, মৃগেনদা মই মীৰাই কথা কৈছোঁ। কওকচোন, আপোনালোক দুয়ো লগ লাগি এইবোৰ কি অভিনয় কৰিছে? মোক কিয় আভুৱা ভাবিছে? মই যে বিধবা! মোৰ যে আৰু কোনো নাই, সেই কথা মোক স্পষ্টভাবে দুয়ো কৈ দিয়ক যাতে মই মোৰ মৃত স্বামীৰ উদ্দেশ্যে এটুপি চকুলো টুকিব পাৰোঁ।"

মীৰাৰ বক্তব্যত মৃগেনৰ আবেগপূৰ্ণ হৃদয় উথলি উঠিল। তেওঁ প্ৰায়েই ভাবি আছিল যে মীৰাৰ আগত

আৰু সুবিমলৰ মৃত্যুৰ বতৰা লুকাই থোৱাটো অনুচিত। হঠাতে মীৰাই নিজ মুখে প্ৰকাশি কোৱাত মৃগেন আৰু থিৰেবে ৰ'ব নোৱাৰিলে। অকস্মাতে চিঞৰি মাত দিলে, "মই, মই আছোঁ নহয় মীৰা," বুলিয়েই তাইক সাবতি ধৰি কপালৰ সেন্দুৰৰ ফোঁটটি হাতেৰে মচি দিলে। মীৰা অজ্ঞান হৈ হলি পৰিল মৃগেনৰ বুকুত। আল-ফুলকৈ ধৰি নি সুকোমল চ'ফাখনতে বহুৱাই লৈ মৃগেনে প্ৰতিপাল কৰিবলৈ ধৰিলে।

ডাক্তৰ শইকীয়াৰ বিধান আৰু মৃগেনৰ প্ৰতিপালত তাই সংজ্ঞা ঘূৰাই পালে যদিও তাতেই তাই অধীৰ অৱস্থাত পৰি ৰ'ল। মাজ নিশা সাৰ পাই মীৰাই দেখে যে তাই মৃগেনৰ বাহুবন্ধনত। নিলগৰ চকী খনতে শুপ্ত অৱস্থাত ডাক্তৰ পৰি আছে ;—ওচৰৰ টেবুলতে ইনজেক্স্যনৰ বেজী আৰু ঔষধ পাতি। মৃগেনো টোপনি, কাৰো সাৰসুৰ নাই। বিতৃষ্ণাৰ ভাব এটা লৈ নিজকে গৰিহনা দি উচাৎ মাৰি তাই ঠিয় হ'ল। অস্থিৰ অৱস্থাত ইফালে সিফালে চাই বিজুলী এছাটিৰ দৰে তাই অন্তৰ্দ্ধান হ'ল। নিজৰ কোঠাত প্ৰৱেশ কৰিলেগৈ। ডাঙৰ আয়নাখনতে মুখখন চাই দেখে কপালৰ ফোঁটটো অৱৰ্ত্তমান।





পুৱা-সাৰ পাই মৃগেনে দেখে যে মীৰা নাই,—নিলগৰ চকী খনতে শুপ্ত অৱস্থাত ডাক্তৰ। তেওঁ নিজে অকলে চ'ফা খনতে পৰি আছে। খক্‌মক্‌কৈ তেওঁ উঠি বহিল। সোঁ হাতখন মেলি চাই দেখে যে হাতৰ তলুৱাত সেন্দুৰৰ ৰঙচুৱা বোল। চ'ফাখনৰ নিচেই কাষতে পৰি থকা দেখিলে ছোৱালী মানুহৰ এযোৰ বনকৰা চেণ্ডেল। অজানিত ভাবে মৃগেনৰ বুকুত উদ্বিগ্নতাই স্থান ল'লে। নিজকে নিজেই দোষী বুলি ভাবিবলৈ বাধ্য হ'ল। লাহেকৈ উঠি গৈ নিজৰ কোঠাত প্ৰৱেশ কৰি চিন্তা-ৰাজ্যত মনটো মেলি দিলেগৈ।

আৰু ডাক্তৰ ? তেওঁ উঠাত আন দিনাতকৈ পলম হ'ল। সাৰ পাই দেখে যে কোঠাত কোনো নাই। লাহেকে তেওঁ উঠি গৈ ভিতৰ পালেগৈ। চিৰ আহ্লাদিত অৱস্থাত থকা ডাক্তৰৰ কপালৰ মাজত সেইদিনা প্ৰকাশ পাইছিল এটা চিন্তাৰ থোপা। গোটেই ঘৰখনতে সেইদিনা ঠিক যেন কিবা এটা সঙ্কুচিত ভাব! কোনেও যেন কাৰো সৈতে কথা নাপাতিব। ডাক্তৰে কেৱলমাত্ৰ ইয়াকেই ভাবিবলৈ ধৰিলে যে মীৰাই সুবিমলৰ মৃত্যুৰ বতৰা পালে কেনেকৈ। "ঠিক, ঠিকেই, প্ৰিয় জন, অতি আপোনজনৰ বিলায় বিপত্তিৰ কথা কেতিয়াও গোপনে

নাথাকে। বতাহত কাণ পাতিলেই যেন সকলো প্ৰকাশ পায়।" আগ নিশা ডাক্তৰৰ বৈঠকখানাত মীৰাই কৰা প্ৰশ্নৰ যথাযথ বিশ্বাসযোগ্য উত্তৰ ডাক্তৰে দিব নোৱাৰিলে ;—কথা লুকুৱাবলৈ যাওঁতে নিজেই নিজকে ধৰা পেলাই দিলে। মিছাৰ অভিনয় কৰাত ডাক্তৰ অনভ্যস্ত। সেই যে তেওঁ মিছা মাতিবলৈ গৈ ধৰা পৰিলে, তাৰবাবে তেওঁ মীৰাৰ ওচৰলৈ যাবলৈকে সঙ্কোচ কৰিবলৈ ধৰিলে। আৰু মৃগেন ? মৃগেনৰ মনোভাব বুজা সঁচাকৈয়ে টান। দুই তিনিবাৰ মীৰাই সুবিমলৰ কথা, সুবিমলৰ চিঠিবিলাকৰ কথা মৃগেনক সুধিছিল আৰু কিবা অমঙ্গলীয়া সপোন এটা দেখাৰ কথাও কৈছিল। "মৃগেনদা, সঁচা কথা কওকচোন, সেই চিঠিবোৰ মোৰ স্বামীৰ চিঠি হয়নে নহয়। মোৰ দেখোন সন্দেহ হৈছে। তেওঁ কাহানিও 'ব' টো লিখোতে পেটটো নাকাটে—ইয়াত দেখোন পেট কটা ব ছুটামান দেখা পালোঁ ?"

..........মীৰাৰ প্ৰশ্নৰ উত্তৰ দিব নোৱাৰি ব্যস্ততাৰে সৈতে তেওঁ ওলাই গৈ ভাব চিন্তাৰ মাজত নিজকে ভৈৰবী ঘাটত বহুৱাই ৰাখিলেগৈ যে সেই কথা তেওঁৰ বেচ মনত আছে। কিন্তু সেই সন্ধিয়া সুবিমলে পঠোৱা বুলি মীৰাৰ কাপোৰ কানিৰ টোপোলাটো মীৰাৰ কমলৈ





চালান দিওঁতে সেই কাপোৰ নুৰিয়াই দিয়া পুৰণা খবৰ কাগজখনত কি বাতৰি প্ৰকাশ পাইছিল সেইটো কোনেও লক্ষ্য নকৰিলেও মৃগেন উঠি যোৱাৰ পাচত পাৰ্চেলটো খোলোঁতেই মীৰাৰ চকুত পৰিল। সেইখন বাতৰি কাকততেই সুবিমলৰ মৃত্যুৰ বতৰা বিস্তাৰিতভাবে প্ৰকাশ পাইছিল। সেইখন পঢ়িয়েই মীৰাই অকস্মাতে নিয়তিৰ বিধানৰ ওপৰত নেওচা দি মাৰিছিল সেই নিশা এটা আত্মহাস্য। মৃগেনে কিন্তু দৃঢ়ভাবে বিশ্বাস কৰিছিল যে মীৰাই সপোনতে সকলো বা বতৰা পালে।

আগ নিশা তেওঁ মনৰ আবেগ আৰু উন্মাদনাত ডাক্তৰৰ সম্মুখতে কৰা অভিনয়খনৰ কথা ভাবি মনতে বৰ লাজ পালে। প্ৰায় উন্মাদৰ নিচিনাকৈ তেওঁ মীৰাক সাবতি ধৰি কপালৰ ফোঁটটি কি ধৰণে মচি দিছিল, মীৰাৰ সংজ্ঞা ঘূৰাই আনিবৰ কাৰণে চ'ফা খনতে তাইৰ লগত একেলগে বহি ভালে খিনি সময় অতিবাহিত কৰাৰ কথা মনত পৰি বৰ লাজ পালে।

"......তাইৰ গাত যে মোৰ হাতৰ এয়ে প্ৰথম পৰশ, সেই কথা ডাক্তৰক ক'লে সি বিশ্বাস কৰিবনে ? ডাক্তৰে এনেয়ে ইটো সিটো কথা কৈ মোক মস্কৰা কৰি থাকে। তেনে স্থলত তাইক বাহু-বন্ধনত লৈ থকাৰ

প্ৰত্যক্ষ প্ৰমাণ পায়ো ডাক্তৰে মোৰ কথাত কিয় পতিয়ন যাব ? তাই বোধ কৰো সংজ্ঞা ঘূৰাই পায়েই মোৰ ওপৰত বিতৃষ্ণা ভাব লৈ, মোৰ চৰিত্ৰৰ ওপৰত থুই পেলাই অন্তৰ্দ্ধান হ'ল। মইনো আৰু তাইৰ ওচৰত মুখ দেখুৱাম কেনেকৈ ? ছিঃ।"

পূব ফালৰ কোঠাত মীৰাই অকলে অকলে আকাশ পাতাল ভাবিছে। "মই আজি বিধবা, স্বামীহীনা। মোৰ দীঘল জীৱনটো পাৰ কৰিব লাগিব এই সমাজৰ মাজত। মোৰ নিজা সমাজ নাই। বন্ধু-বান্ধব, আত্মীয়-স্বজনৰ অভাব নাই। কিন্তু আজি মই বিধৱাৰ সাজে তেওঁবিলাকৰ কাষ চাপিলে তেওঁবিলাকৰ পূৰ্ব্বৰ সেই সহৃদয়তা পামনে ? বিধবা নাৰী কুলক্ষিণী। পুৱা মুখ চাব নাপায়। এয়ে হৈছে আমাৰ সমাজৰ ব্যবস্থা আৰু সমাজৰ মনোভাব। কিন্তু মই যে জীয়াই থাকিবই লাগিব। মোৰ 'খোকন'ক ডাঙৰ দীঘল কৰি মানুহ কৰিব লাগিব" বুলি ভাবিয়েই সৰু পালেং খনতে শুই থকা কেঁচুৱাটোৰ মুখখনৰ ফালে ৰ লাগি চাই ৰ'ল।

লাহেকে উঠি গৈ আয়নাত মুখখন এবাৰ চালে। চাই দেখে মচি পেলোৱা ফোঁটটোৰ ৰঙচুৱা দাগটো তেতিয়াও আছে। সাড়ীৰ আগটো লৈ নিজ হাতে





সেন্দুৰৰ শেষ চিনকণ ঘঁহি ঘঁহি নিঃচিহ্ন কৰি থকা অৱস্থাতেই মীৰাৰ দুই চকুৰপৰা চকুৰপানী গালৰ ওপৰেদি নিগৰি পৰিবলৈ ধৰিলে। সাড়ীৰ আগটোৰে মুখখন ঢাকি লৈ গাৰুটোতে মুখখন গুজি শুই পৰিল।

জপাই থোৱা দুৱাৰখনতে টক্ টক্ শব্দ এটা কৰি বাহিৰৰপৰা ডাক্তৰে মাত দিলে, "মিচেচ্ মৈত্ৰ"।......

কোনো উত্তৰ নাই। দুৱাৰখন হেঁচুকি দিয়াত নিঃশব্দে খুলি গ'ল। ভিতৰলৈ চাই দেখে যে মীৰাই বিচনাখনতে মূৰটো গুজি উচুপি উচুপি কান্দি আছে। 'খোকন'ৰ টোপনি। ভিতৰলৈ সোমাই গৈ ডাক্তৰে নাড়ী ডাল পৰীক্ষা কৰি চালে। ক্ষন্তেক পাচতে পুনৰ আহি হাতৰ বাউসীত 'ইন্জেকস্চন' এটা দি ক'লে, "চকুৰ পানীৰে মৃতকক ঘূৰাই আনিব নোৱাৰে, বৰঞ্চ মৃতকক স্বৰ্গ সুখৰপৰা বঞ্চিত কৰাহে হয়। নিজেই নিজকে সান্ত্বনা দিব লাগিব, —সৌ ল'ৰাটো ডাঙৰ কৰিব লাগিব," বুলি ওলাই আহিব খোজোতেই বিচনাৰ ওপৰতে পৰি থকা পুৰণা খবৰ কাগজখনলৈ চকু পৰিল। লাহেকৈ হাতত লৈ দেখে যে সুবিমলৰ মৃত্যুৰ সম্বাদ বাহিৰ হোৱা সেই তাহানিৰে কাগজখন। ডাক্তৰৰ কাণ মূৰ ৰঙা হৈ পৰিল। কাগজখন হাতত লৈ ধীৰে ধীৰে ওলাই আহিল।

ঔষধৰ গুণতেই নে কি, মীৰা লাহে লাহে টোপনি গ'ল। সেই নিদ্ৰাক সুখ নিদ্ৰা বুলিব নোৱাৰি।



ডাক্তৰ ওলাই গৈ মৃগেনৰ কোঠাত প্ৰৱেশ কৰিলেগৈ। অসময়ত ডাক্তৰক নিজৰ কোঠাত পাই অলপ আচৰিত হৈয়েই মৃগেনে সুধিলে, "......তাই বোলে খোৱা-বোৱা কৰা নাই?" ডাক্তৰে ক'লে, "....ৰ'বা, মই তাইৰ কথাকে ক'বলৈ আহিছোঁ। মনৰ শোক পাতলিলেই খোৱা-বোৱা কৰিব, তাৰ বাবে চিন্তা নাই। বৰ কান্দি-কাটি থকাৰ বাবে মই 'মৰ্ফিয়া' এটা দি শুৱাই থৈ আহিছোঁ। দুই তিনি ঘণ্টাৰ পাচতহে উঠিব। এই সময়তে তোমাৰ সৈতে কথা পাতি লওঁ বুলি আহিলোঁ।

"এই ঠাকুৰ, চাওঁ চাহ দুপিয়লা দিয়াহি আৰু ৰাম-বিলাসক ক'বা যে 'নাৰ্স'জনী নাহে মানে সি যাতে মীৰাৰ কোঠাৰ ওচৰত বহি থাকে," বুলি ঠাকুৰক বিদায় দি চকী এখন টানি লৈ তাতে বহিলে।

"ওঁ, শুনা, তাই ক'ৰপৰা গম পালে তাৰ ওৰ





ওলালে, চোৱা," বুলি সেই পুৰণা খবৰ কাগজখন উলিয়াই মৃগেনক দেখুৱাই কলে, "এইখন মই তাইৰ বিচনাতে পাই লৈ আহিছোঁ। বৰ আচৰিত কথা যে এই কাগজখন তাই পালে ক'ত! মোৰ সন্দেহ হৈছে তুমি কিজানি তাইৰ সেই কাপোৰ কেইটা মেৰিয়াই দিছিলা এই কাগজখনতে। তাৰ বাহিৰে মই একো শুং সূত্ৰ বাহিৰ কৰিব পৰা নাই।"

কাগজখন হাতত লৈ মৃগেনে পঢ়ি চাই ক'লে, "হেৰা, তোমাৰ টেবুলৰ ওপৰতে এই কাগজখন পাই মই ইয়াৰ এফাল ফালি তাইৰ কাপোৰ মেৰিয়াইছিলোঁ আৰু এই টুকুৰা তোমাৰ মেজতে ডাক্তৰী কিতাপখনেৰে হেঁচা মাৰি থৈছিলোঁ। তাৰপৰা নিলে কোনে (?)" বুলি চাবৰ বাবে দুয়ো ওলাই গৈ অফিছ কোঠা পালেগৈ। তাত দেখে যে মৃগেনে ভুলতে আন টুকুৰা কাগজহে তাত হেঁচা মাৰি থৈ আহিলে। ভুলটো বুজিব পাৰিলত ডাক্তৰে ক'লে, "যি হওক, সঁচা কথা লুকাই নাথাকে। যেনেকৈয়ে হওক লাগিলে তাই গম পালে। মোৰ ইচ্ছা আছিল আৰু দুমাহ মানৰ পাচতহে তাইক বতৰাটো দিম, আৰু দিমো বৰ সাৱধানে। যাহওক, কালি নিশা তাই বৰ উৎকণ্ঠিত অৱস্থাত আছিল। নাড়ীৰ গতি আজি বহুত ভাল যদিও একেবাৰেই সুস্থ বুলিব নোৱাৰি। কালি তাই মূৰ্চ্ছা

যোৱাৰ পাচত যেতিয়া পাগলী নহ'লে, আৰু হ'ব নালাগে। কন্দাটো বৰ ভাল লক্ষণ। তাই কান্দক, খুব কান্দক। কান্দিব নোৱাৰে বুলিহে মোৰ ভয় হৈছিল। অন্তৰৰ বেদনাবাশী পানী হৈ ছুচকুৰেদি বৈ গ'লেই অন্তৰৰ তাপ সাম কাটিব, — তাই সুস্থা হ'ব।"

মৃগেনে ক'লে, "সুস্থা হৈ তাই কি কৰিব? তাইক পুনৰ পাগলী কৰি দিব নোৱাৰিবনে ডাক্তৰ?"

"মূৰ কামুৰিলে মূৰটো কাটি পেলাব লাগে বুলি যদি ভাবা, ময়ো কওঁ, তাইক পাগলী কৰি দিব লাগে। কিন্তু তোমাৰ মনৰ অনুভূতিৰ ওপৰত সংসাৰ নচলে। তাৰ প্ৰমাণ তুমি নিজেই দিছা। খতীয়া বৰুৱা-ঘৰৰ ডেকা হৈ তুমি ক'ৰ বঙ্গালনী এজনীত আশক্ত হৈ নিজৰ ঘৰ-দুৱাৰ, সা-সম্পত্তি পৰিত্যাগ কৰিছা তাক ভাবি চাইছানে? যাওক বাৰু সিবোৰ কথা। মোৰ আচল কথা হৈছে যে তাই স্থিৰ হ'লেই মই তাইক 'নাৰ্চিং' শিকাই তাইক নাৰ্চ কৰিম।"

মৃগেনে প্ৰতিবাদ কৰি ক'লে, "হেৰা, তাই হ'ল শিক্ষিতা ছোৱালী। বি. এ. পৰ্য্যন্ত পঢ়া। তাইক নাৰ্চ কৰাতকৈ যদি কোনোবা স্কুলত মাষ্টৰণী কামত নিয়োগ কৰিব পাৰা ....... ।"





বাধা দি ডাক্তৰে ক'লে, "সেইটো হৈছে সৰ্ব্বনাশী ভাব। তিৰোতা জাতিটো হৈছে কোমল জাতি। যিমানেই পুৰুষৰ লগত ফেৰ নামাৰক, সিহঁতৰ মন পুৰুষতকৈ কোমল, সিহঁতৰ মাত কথা কোমল আৰু আনকি সিহঁতৰ মনৰ ভাবো হৈছে কোমল। সেইবাবেই সিহঁত সহজতে পুৰুষৰ প্ৰৰোচনাত পৰি ভুল পথত আগুৱাই যায়। আজি ইমান দিন মই ডাক্তৰী কৰি হেজাৰ হেজাৰ ৰোগী আৰু শ শ উন্মাদৰ চিকিৎসা কৰি যি অভিজ্ঞতা অৰ্জন কৰিলোঁ তাৰপৰা বেচ বুজিব পাৰিছোঁ যে তুমি কোৱাৰ দৰে তৰাবিলাক যেনেকৈ সৰগৰ কবিতা এই কোমল অন্তৰৰ তিৰোতা সমাজো হৈছে মৰু পৃথিবীৰ কবিতা। ভাবি চোৱাচোন আজি এই মহিলা জাতিটো পৃথিবীৰপৰা নিঃচিহ্ন হৈ গ'লে তোমাৰ আমাৰ আৰু সাজ-সজ্যা, বিলাসিতা আদিলৈ মন যাবনে। নিঃচিহ্ন হ'বই নালাগে, সেই তোমাকেই কিছুদিনৰ বাবে মীৰা দৰ্শনৰ পৰা আঁতৰাই ৰাখি যি দিনা পুৱা প্ৰথমবাৰৰ কাৰণে অকলে সাক্ষাত কৰিবলৈ অনুমতি দিছিলোঁ, সেই দিনা তোমাৰ সাজ-সজ্যা কেনে ধৰণে কৰি 'কেলিফৰ্ণিয়ান পপি'ৰ সুমধুৰ গোন্ধত বিশ্ব প্ৰবাহ মুখৰিত কৰি তুলিছিলা, মনত আছেনে? সেইবাবেই

মই ক'ব খোজোঁ যে তিবোতা, তৰুণী আৰু কিশোৰী হৈছে মৰু পৃথিবীৰ কবিতা।"

ডাক্তৰৰ কথা বিলাক শুনি মৃগেন সঁচাকৈয়ে আচৰিত হ'ল। যি জনৰ মুখত সদায়েই ধেমেলীয়া কথাৰ বাহিৰে অন্য কথা প্ৰকাশ নাপাইছিল, সেইজন মানুহেই আকৌ সেইদিনাখন ইমান দাৰ্শনিক তথ্য যুক্ত কথাৰে পাতনি মেলাত মৃগেন আচৰিত নহৈ নোৱাৰিলে।

হঠাতে প্ৰশ্ন কৰিলে, "ডাক্তৰ, তুমি দেখোন আজি কথাবোৰ অন্য প্ৰকাৰে আৰম্ভিছা। তোমাৰ ধেমেলীয়া কথাবোৰ কলৈ গ'ল.... ?"

প্ৰশ্নৰ লগে লগেই ডাক্তৰে উত্তৰ দিলে,—"শুনা মৃগেন, তোমালোকেই মোক অলপ চিন্তামগ্ন কৰিলা। মানুহ মাত্ৰেই অৱশ্যে চিন্তা ভাৱনা আছে। মোৰো চিন্তা নোহোৱা নহয়। কিন্তু মোৰ চিন্তাৰ ধাৰা তোমালোকৰ লগত নিমিলে। তোমাৰ ইবাৰ নিচিনা মোৰো পত্নী আছিল। তুমি ইৰাক ভাল দেখাৰ নিচিনাকৈ ময়ো মোৰ পত্নীক খুব ভাল দেখিছিলোঁ; আৰু সকলোৱেই নিজ নিজ পত্নীক ভাল দেখে। তাই গ'ল। মনতে কষ্ট পালোঁ,—কিন্তু দ্বিতীয় গৱাকী আহি মন জুৰালেহি। বৰ্ত্তমান তায়ো গ'ল। তৃতীয় গৰাকীৰ কথা শুনা গথা





কৰি থাকোঁতেই তোমাক পালোঁ। তুমি আহি যি দুখৰ পাতনি মেলিলাহি মোৰ নিজৰ ঘৰ সংসাৰৰ কথা সাময়িকভাৱে বাদ দি হ'লেও তোমাৰ হেৰোৱা শান্তি আনয়ন কাৰ্য্যত মই নিজকে ব্যস্ত ৰাখিব লগীয়া হ'ল। আৰু এটা কথা, আগলৈ কি হ'ব, এই কথা মই বৰ চিন্তা কৰা বিধৰ মানুহ নহয় আৰু কৰিলেই বা কি হ'ব? যোৱা মহাযুদ্ধৰ আগতে, দূৰ ভৱিষ্যতৰ কথা চিন্তা কৰি মূৰ ঘূৰুৱা বিধৰ বহুতেই ভৱিষ্যতত সুন্দৰ সংসাৰ এখন কল্পনা কৰি থৈছিল। এই ধৰা কলেজত লৰা পঢ়াব, তাৰ বাবে মাহে ২৫ টকা, ডাঙৰ ছোৱালীৰ বিয়াৰ বাবে পাব জীৱন বীমাৰ এহেজাৰ টকা, আৰু কত কি? কিন্তু সেই সকলো আশা আকাঙ্ক্ষা তল পৰিল এই যুদ্ধ খনৰ কাৰণেই। সেই পচিশ টকাত ল'ৰা কলেজত পঢ়োৱা কাৰ্য্য যেতিয়া শ ডেৰ-শ টকালৈ আগ বাঢ়ি গ'ল, ছোৱালীৰ বিয়াৰ বাবে সংস্থান কৰি থোৱা এহেজাৰ টকাও কেৱল মাত্ৰ বিয়াৰ ৰভাখনতে ওৰ পৰিল। তেতিয়া হ'লে দূৰ-ভাবিষ্যতৰ ভাবনাত বৰ্ত্তমানটো নষ্ট কৰিম কিয়? সচাঁকৈ কৈছোঁ, মই হ'লে অহা কালিৰ চিন্তা ভাবনা বুকুত সামৰি লৈ মোৰ সুখৰ আৰু শান্তিৰ আজিটো নষ্ট কৰা বিধৰ মানুহ নহয়। সেই বাবে মোক

তোমালোকে কোৱা হৃদয়হীন। দুজনীকৈ মাৰি পুনৰ তৃতীয়জনীলৈ মন মেলাৰ বাবে তুমি মোক হৃদয়হীন বুলি ক'ব পাৰা, কিন্তু মই ডাঠি ক'ব পাৰোঁ যে তুমি যদি তোমাৰ পত্নীৰ ওচৰত কিবা পাপ বা পাপ ভাৱ লুকুৱাই ৰাখিছিলা, এই হৃদয়হীন ডাক্তৰে কোনো দিনাই লুকাই ৰখা নাছিল। এই ধৰা সৌ মীৰাই তোমাৰ মনটো যে চুৰি কৰি নিছে, এই কথাত সত্যতা আছে,.........."ৰ'বা" বুলি কথাৰ ওপৰত কথা ক'ব খোজা মৃগেনক ভেকাহি মাৰি ডাক্তৰেই কৈ গ'ল, "মোৰ কথা শেষ কৰিবলৈ দিয়া। মোৰ চকুত তুমি ধূলি দিব নোৱাৰা। সেই চেষ্টা কৰাও বৃথা। ইফালে তোমাৰ পত্নীক হেৰুৱাই তুমি নিজকে 'বাস্তুহাৰা', 'সৰ্ব্বহাৰা' বুলি ভাবি লৈ শান্তিৰ সন্ধানত ঘূৰি ফুৰিছা,—তাৰ কাৰণ হৈছে এই মোৰেই নিচিনা। মই বিচাৰিছোঁ তৃতীয় গৰাকীৰ পাণি গ্ৰহণ আৰু তুমি বিচাৰিছা আৰু বিচাৰি উলিয়াইছাহি মীৰাৰ সান্নিধ্য, তুমি নিবিচাৰিলেও বিচাৰিছে তোমাৰ প্ৰাণে,—তোমাৰ প্ৰাণে নিবিচাৰিলেও বিচাৰিছে তোমাৰ প্ৰাণৰ প্ৰাণে।"

ডাক্তৰক জোকাই লৈ মৃগেনে দেখিলে যে তেওঁ বৰ বিপদতেই পৰিলে। ঘূৰাই পকাই ডাক্তৰে তেওঁকেই





আক্ৰমণ কৰিবলৈ সুবিধা পালে। কথাৰ পাক ঘূৰাবৰ অভিপ্ৰায়ে মৃগেনে মাত দিলে,—"বাৰু বাৰু বুজিলোঁ। এতিয়া কোৱাচোন, স্কুলৰ মাষ্টৰণী কামনো কিয় সৰ্ব্বনাশী? 'নাৰ্স' কামনো মাষ্টৰণী কামতকৈ কিয় ভাল বুলি তুমি ভাবা?"

"ওঁ শুনা," ডাক্তৰে ক'লে, "তেওঁবিলাক হৈছে মাতৃজাতিৰ মানুহ। 'নাৰ্সিং' কৰাই তেওঁবিলাকৰ কৰ্ত্তব্য। 'মা' ৰূপে শিশুক লালন-পালন কৰা সেই দুখনি পৱিত্ৰ হাতেৰে যদি তেওঁবিলাকে কোনো ৰোগীক প্ৰতিপাল কৰে, তেতিয়া হ'লে ৰোগৰ উপশম নহৈ নোৱাৰে। আজি কালি অৱশ্যে পুৰুষো 'নাৰ্স' কামত ভৰ্ত্তি হোৱা দেখা গৈছে,—কিন্তু সেই পুৰুষ নাৰ্স বিলাক দেখিলে মোৰ গাটো হ'লে বেজ্‌বেজাই যায়। সেই তাহানিৰ ইংৰাজৰ আমোলৰ কথা এটা কওঁ বাৰু। আমাৰ ঘৰত লাচনি-পাচনি ধৰা লগুৱাৰ নিচিনাকৈ সিহঁতেও এক শ্ৰেণীৰ ল'ৰাক 'বয়' নাম দি নিয়োগ কৰিছিল। আমি যেনেকৈ কাৰোবাৰ নামটো পাহৰিলে, 'এই ল'ৰা' বুলি মাত দিওঁ, সেই ল'ৰাবিলাকেও 'বয়' বুলি মাতিলেই, সিহঁতৰ কাৰণে নিদৃষ্ট কৰি দিয়া সাজ-পোছাক পিন্ধি আহি মুহূৰ্ত্ততে সম্মুখত দেখা দিছিল।

কালক্ৰমত সেই নামটো মাথোন ব'ল,—'বয়' বা ল'ৰাৰ ঠাইত ল'ৰাৰ বাপেক অথবা ককাক ভুক্ত হ'বলৈ ধৰিলে এই পুৰুষ নাৰ্সবিলাকৰ নিচিনাকৈ। ইংৰাজ সকল যোৱাৰ পাচত সেই পাণ্ডুৰ 'ক্লেট'ৰ ওপৰত চাহ এপিয়লাৰ বাবে 'বয়' বুলি মাত দিওঁতে 'হজুৰ' বুলি সহাৰি দি পকা ডাড়িয়ে গোঁফে যিটোহে 'বয়' আহি দেখা দিলেহি,—কি ক'ম আৰু....।"

মৃগেনে ক'লে, "তুমি আকৌ দেখিছোঁ ধেমেলীয়া কথালৈহে মন মেলিলা। তোমাৰ লগত নোৱাৰি আৰু।"

'অ' ক্ষমা কৰিবা। প্ৰথম দৰ্শনতে প্ৰেম ভাব ওপজা তোমাৰ নিচিনা দাৰ্শনিকৰ আগত ধেমেলীয়া কথা কোৱা মোৰ সঁচাকৈয়ে অন্যায় হৈছে। বাৰু শুনা,—সেই 'নাৰ্স' বিলাকৰ কথা কৈছিলোঁ নহয়। ভাবি চোৱা, 'নাৰ্স' বিলাকৰ সেই সাজটোৰ কথা। সেই পদুমৰ পাপৰি হেন সাজ-পাৰ কৰি, মূৰত ভকভকীয়া বগা 'ভেইল'খন লৈ অহা 'নাৰ্স'জনীৰ প্ৰতি অঙ্গতে, প্ৰতি ভঙ্গিমাতে প্ৰকাশ পায় পবিত্ৰতাৰ ভাব। সেই পবিত্ৰ সাজ-পাৰেৰে ওলাই যোৱা 'নাৰ্স' জনীৰ মনত ভাব উদয় হয় যে তেওঁ এটা কৰ্ত্তব্যৰ বাবে আগবাঢ়ি গৈছে,—ৰোগীৰ ৰোগ নিবাৰণাৰ্থে।





কোনো ডেকাৰ লোলুপ দৃষ্টি পৰিলেও সেই গৰাকী 'নাৰ্সৰ' মনত কোনো প্ৰতিক্ৰিয়াই দেখা দিব নোৱাৰে। যথাৰ্থতে মৃগেন,—এই 'নাৰ্সৰ' সাজ পাৰ আমাৰ বিধবা সকলৰ সাজৰ লগত বহুত মিলে। আমাৰ ভাৰতবৰ্ষৰ বিধবা আই সকলৰ সাজ পাৰৰ নিদৰ্শন লৈহে যেন এই 'নাৰ্স' সকলৰ সাজ-পাৰৰ পাতনি মেলিলে এনে ভাবহে মোৰ মনত উদয় হয়। আমাৰ বিধবা আই সকলে পিন্ধে শেল নথকা কাপোৰ,—যাতে শেলৰ ৰঙে কাৰো দৃষ্টি আকৰ্ষণ কৰিব নোৱাৰে। তেখেত সকলে গাভৰুৰস্থাৰ সকলো বিলাসীতা বৰ্জন কৰি ডেকা-চেঙেলীয়াৰ লোলুপ দৃষ্টি দূৰতে বিদূৰ কৰে,—কপালৰ আকৰ্ষণীয় ৰঙা সেন্দুৰৰ ঘূৰণীয়া ফোঁটটিৰ মায়া পৰিত্যাগ কৰি দুষ্ট ডেকাৰ চকুৰ দৃষ্টিৰপৰা নিজকে আঁতৰাই ৰাখিবৰ বাবে চেষ্টা কৰে। ডেকাৰ চকু মন-প্ৰাণ উত্তেজিত কৰা সকলো বিলাসীতা-কেই বাদ দিয়ে। নিজ দেহৰ ৰক্তৰ উষ্ণতা কমাই ৰাখিব-লৈকে যৌৱন উত্তেজিত কৰা সকলো খাদ্যাখাদ্যকেই বৰ্জন কৰি হে পৰে এগৰাকী দেৱী। সেই ভাৰতী দেৱীৰেই সাজ-সজ্জা নিৰীক্ষণ কৰি ম্লেছ সকলে আবিষ্কাৰ কৰি ললে সেই শুভ্ৰ-শীতল, আড়ম্বৰহীন, উত্তেজনা নিবাৰক পবিত্ৰ সাজ-পাৰ—বগা, শুভ্ৰ, দেহাভৰণ।

"তুমি কি বলকিছা, বুজিব পৰা নাই। মোৰ প্ৰশ্ন হৈছে মাষ্টৰণী কামতকৈ 'নাৰ্স' কাম তুমি কিয় ভাল বুলি কোৱা—তাৰ সমিধান দিয়া।"

প্ৰশ্ন কৰি তাৰ উত্তৰ ডাক্তৰৰপৰা পাই মৃগেন ঘামি গ'ল। উত্তৰ স্বৰূপে ডাক্তৰে আৰম্ভ কৰিলে,—"নিজৰ গাতে চিকোট মাৰি চোৱাঁ। কালি নিশা মীৰাই পিন্ধি থকা ৰঙা শেলযুক্ত সাড়ীখন আৰু কপালৰ ফোঁটটিয়ে তোমাৰ উন্মাদ মনত আনি দিলে প্ৰবল উন্মাদনা আৰু তাইক তুমি সাৱত মাৰি ধৰি বুকুৰ মাজত সুমাই লৈ কৰিলা স্নেহ বা পুতৌ। কিন্তু সেই স্নেহ বা পুতৌক কেৱল মাত্ৰ এখন পাতল আভৰণেহে যে 'প্ৰেম'ৰপৰা নিলগাই ৰাখিছে সেই কথা তুমি মানি ল'বানে? তুমি যদি কোৱা ই তোমাৰ ভগ্নী-স্নেহ আৰু মই যদি তাকেই আখ্যা দিও প্ৰেম বুলি,—তাৰ কৈফিয়ৎ কিবা আছে জানো। সেই ৰঙা পাৰিৰ জেউতিয়ে তাইৰ ৰহণ নচৰোৱা হ'লে, মই নিশ্চয়কৈ ক'ব পাৰোঁ যে তুমি তাইৰ শৰীৰ স্পৰ্শ কৰাৰ পূৰ্ব্বে এবাৰ অন্ততঃ মোৰ উপস্থিতিৰ ফালে লক্ষ্য কৰিলাহেঁতেন।"

"..........যোৱা কথা বাৰু যাবলৈ দিয়া।" বুলি ডাক্তৰে কৈ গ'ল,—"মাষ্টৰণী কামত সোমালে মীৰাই





প্ৰথমতে ভালকে পাব। কাৰণ তাই আজিও ছোৱালী অৱস্থাত। কিন্তু বয়সৰ লগে লগে তাই মনত বৰ কষ্ট পাব। যিদিনাই তাই তাইৰ বান্ধবী এজনীৰ ছোৱালীক পঢ়াব লগীয়া হ'ব, তাইৰ বৈধব্য জীৱনৰ কথা মনত পৰিব। চকুৰ আগতে ছোৱালীবিলাকে যেতিয়া লহ-পহকৈ বাঢ়ি আহি ঘৰ সংসাৰ পাতিব তেতিয়াই তাইৰ বিগত জীৱনৰ বুৰঞ্জীৰ পাতবিলাক আপোনা-আপুনি চকুৰ আগতে মেল খাই পৰিব। লগৰ অন্য সধবা আৰু অবিবাহিতা মাষ্টৰণী সকলৰ সাজ-সজ্জা আৰু দেহা-ভৰণে তাইৰ কোমল প্ৰাণত দিব কষ্ট, পাব সন্তাপ।"

"সৌৱা চোৱা", বুলি আলিৰ ফালে আঙুলিয়াই দি ডাক্তৰে ক'লে, "হাজৰিকানী স্কুললৈ গৈছে। সাধাৰণ পোছাক-পৰিচ্ছদ কৰিলেও যৌৱন কালৰ উন্মাদ বায়ুয়ে প্ৰতিটো খোজতে পদুম ফুল ফুলাই তুলিছে। কিন্তু নকলেও হ'ব, হাজৰিকানীতকৈ মীৰাৰ যৌৱন আৰু দেহাৰ কান্তি বহুত সেউজীয়া হৈ আছে। মাষ্টৰণী হৈ তাই বিধবাৰ সাজ-পাৰ কৰিব লাগিব। সেই সুন্দৰ যৌৱন তাই লুকুৱাই ৰাখিব লাগিব;—কিন্তু মনৰ যৌৱন? সেই বাবেই মই ভাবি পাইছোঁ যে তাই যদি 'নাৰ্স' হয়, 'নাৰ্স' সকলৰ সেই একাগী সাজ বা সম-

পৰিচ্ছদে তাইৰ মনত দিব শান্তি,—ৰোগী বিলাকক প্ৰতিপাল কৰিবলৈ পালে তাইৰ মনত জাগি উঠিব মাতৃ-ভাব। তাই তাইৰ নিৰ্ম্মল পৱিত্ৰ চৰিত্ৰৰ মৰ্য্যদা তেহিয়াহে ৰক্ষা কৰি মনতে শান্তি পাব পাৰিব,— মাষ্টৰণী হৈ নোৱাৰে।"

ডাক্তৰৰ দীঘলীয়া বক্তৃতা মৃগেনে ধৈৰ্য্যেৰে সৈতে শুনি গ'ল। ডাক্তৰৰ যুক্তিত তেওঁ হ'ল মুগ্ধ। ডাক্তৰে কিন্তু তেওঁৰ চৰিত্ৰ পৰ্য্যালোচনা কৰাতহে মনত পালে আঘাত, লাজ আৰু পালে কিছুমান বুজাব নোৱৰা কিবা কিবি।

* * * *
* * *
* *

ডাক্তৰৰ উপদেশকে মীৰাই শিৰোধাৰ্য্য কৰি ল'লে। আজি দুটা মাহে তাই মাতৃ-মঙ্গল, শিশু-মঙ্গল আদিৰ নানান কিতাপ পুথি অধ্যয়ন কৰিছে। ডাক্তৰে মাজে মাজে গৈ ইটো সিটো বুজাই দি আহেগৈ। বুদ্ধিমতী মীৰাই সকলো বিষয়কে ভালদৰে বুজি লবলৈ বৰ আগ্ৰহ দেখুৱাত ডাক্তৰেও মনতে বৰ ৰং পাইছে। কেইমাহ মানৰ সান্নিধ্যই ডাক্তৰক মীৰাই আপোন কৰি ল'লে। এতিয়া আৰু ডাক্তৰৰ ওচৰত মীৰাৰ সঙ্কুচিত মনোভাব





নাই। ডাক্তৰ শইকীয়াও তাইৰ বাবে হৈ পৰিল "শইকীয়া দাদা।" দিন পাৰ হৈ যোৱাৰ লগে লগে, ঘৰৰ পূব ফালৰ কোঠাত আৱদ্ধ থকা মীৰাই অজানীত ভাবে ধীৰে ধীৰে ৰবলা ডাক্তৰৰ ৰান্ধনি ঘৰ অধিকাৰ কৰি ল'লে। তাৰ উপৰিও ডাক্তৰ ওলাই গ'লেই তাই আহি ডাক্তৰৰ শোৱনি কোঠাত মনে মনে প্ৰৱেশ কৰি বিচনা-পত্ৰ, কাপোৰ কানি আদিৰ থানথিত লগাই যায়হি। ডাক্তৰে কিন্তু মীৰাক কোনো দিনাই নিজৰ কোঠাৰ বাহিৰত দেখা পোৱা নাছিল। আবেলি পৰত অলপমান ফুলনি বাৰীতে ফুৰা চকা কৰিবৰ বাবে ডাক্তৰে মীৰাক উপদেশ দিয়াতো তাই কোনো দিন ওলাইছিল বুলি ডাক্তৰে ক'ব নোৱাৰে। ইফালে "মৰু সংসাৰৰ কৱিতাৰ পৰশ" পাই ডাক্তৰৰ লক্ষ্মীহীন ঘৰ খনতো এটি মধুৰ মিচিকনি ফুটি উঠিল। লাহে লাহে সেই পৰিবৰ্ত্তন ডাক্তৰৰ চকুত পৰিল। "নেক্‌টাই" ডাল কোনে ইস্ত্ৰি কৰিলে" (?) বুলি ডাক্তৰৰ মনত কৌতূহলী প্ৰশ্নটো উদয় হোৱাৰ লগে লগে "বুটাম চিগিলে" বুলি আঁতৰাই থোৱা পেণ্টটোত দেখা-পালে বুটামৰ অৱস্থিতি। ফাটিবলৈ আগবঢ়া আঠুৱা-খনলৈ লক্ষ্য কৰি দেখা পালে যে তাতো মিহি বেজী সুতাৰে কৰা ৰিপুকাৰ্য্য। ডাক্তৰ সঁচাকৈয়ে আচৰিত

হ'ল। ইফালে ঠাকুৰৰ বন্ধা-বঢ়াৰ সোৱাদো ক্ৰমাত সলনি হৈ অহাত প্ৰশ্ন কৰি যতবা পালে যে ৰান্ধনি ঘৰৰ ভাৰ কিছুদিন ধৰি মীৰাই গাত লৈছে। ডাক্তৰৰ আৰু বুজিবলৈ বাকী নৰ'ল যে তেওঁৰ কোঠাত নতুন ৰূপ দান কৰা কাৰ্য্যও হৈছে চিলনী আইৰ জীয়েক মীৰাৰ।

কথাটোৰ ওৰ পোৱাত ডাক্তৰ অলপ অপ্ৰস্তুত হোৱা যেন হ'ল। ভাবিলে,......"তাই ইয়ালৈ কিয় আহে? কোন সময়ত আহে? ইস্! তাইক মোৰ কোঠাত মানুহে দেখিলে কি ক'ব? ঠাকুৰে বা ভাবিছে কি? নাই, তাইক আঁতৰ কৰি দিয়াই বাঞ্ছনীয়। অসম চৰকাৰে উজানৰ ফালে যি মাতৃমঙ্গল অনুষ্ঠান এটি স্থাপন কৰিছে তাতেই চাকৰি এটাৰ যোগাৰ কৰি এইক পঠাই দিওঁ। কামে কাজে ব্যস্ত থাকিব পাৰিলে নিজেই মনতে শান্তি পাব।........ছিঃ, তাই মোৰ কোঠালৈ অহা অভ্যাসটো কেতিয়া কৰিলে? দেখিছোঁ, এই বঙালনী বিলাকৰ লাজ কাজৰ মাত্ৰাটো অলপ কম।.......নাই, তাইক পঠিয়াই দিয়াই ভাল।......তাইক পঠাই দিলে আকৌ এই মৃগেনটো চাটিফুটি কৰি মৰিব।........চাওঁ বাৰু, কি কৰা হয়।"





সেই সন্ধিয়াও ডাক্তৰে মীৰা থকা কোঠাটোৰ দুৱাৰত টক্ টক্ শব্দ কৰি তেওঁৰ আগমনৰ যথাৰৎ সহাৰি দিয়াত যেতিয়া মীৰাই ডাক্তৰৰ কামিজ এটাত বুটাম লগাই থকা অৱস্থাৰেই উঠি গৈ দুৱাৰখন খুলি দি ডাক্তৰক নমস্কাৰ কৰিলেগৈ, ডাক্তৰে আৰু নুসুধি থাকিব নোৱাৰিলে যে সেই কামৰ ভাৰ তাইক দিলে কোনে। প্ৰশ্নৰ উত্তৰত মীৰাই ক'লে, "শইকীয়াদাদা, আপুনিয়েই যে এই কামৰ ভাৰ মোক দিলে সেই কথা পাহৰিলেনে? মাতৃমঙ্গল, শিশু-মঙ্গল শিক্ষাৰ যোগেদিয়েই আপুনি মোক অজানিতভাৱে এই শিক্ষাটোও দিলে যে প্ৰত্যেক নাৰীৰেই কৰ্ত্তব্য হৈছে প্ৰতিপাল আৰু লালন পালন কৰা কাৰ্য্য। আজি আপোনাৰ ঘৰত আছোঁ যেতিয়া আপোনাৰ আল পৈচান ধৰাটোও মোৰ কৰ্ত্তব্য।"

'ভুল নুবুজিবা মীৰা, তুমি যে মই নথকাত মোৰ কোঠাত প্ৰৱেশ কৰা, এই কাৰ্য্যই সমালোচকৰ চকুত কদৰ্য্য চিত্ৰ প্ৰদৰ্শন কৰিব পাৰে। মই কিন্তু আজিহে উমান ধৰিছোঁ যে তুমি মোৰ 'বেড-ৰুম'লৈও যোৱাৰ অভ্যাস কৰি ল'লা।"

ডাক্তৰৰ কথা শেষ হওঁতে নৌ হওঁতেই মীৰাই হঠাতে নিজৰ মুখখনত জোকাৰ এটা মাৰি মুখখন সিফালে

ঘূৰাই লৈ ক'লে, "শইকীয়াদাদা, সমালোচক আৰু সমালোচনাৰ কথা মোক নক'ব,—বহুত সমালোচনাৰ মই সম্মুখীন হ'ব লগীয়া হৈছে ইতিমধ্যে। আপোনাৰ অজ্ঞাততেই মই মোৰ নিৰ্দ্ধাৰিত কৰ্ত্তব্য পালন কৰি গৈছোঁ, তাত বাধা নিদিব শইকীয়াদাদা। আপোনাৰ ওচৰতে বহি আপোনাক লালন-পালন, প্ৰতিপাল কৰি আল-পৈচান ধৰিবৰ মোৰ শক্তি আছে, মনোবল আছে আৰু চৰিত্ৰৰ বল আছে। কিন্তু সেই শক্তি আৰু সেই বল আপোনাৰ নাই,—আপোনাৰ সমাজৰ নাই,—পুৰুষ জাতিৰ আছেনে নাই মই ক'ব নোৱাৰোঁ আৰু পাৰিলেও নকওঁ। সেই শক্তি আপোনাৰ সমাজৰ থকা হ'লে, আপোনাৰ বন্ধুক সুধি চাব, আজি সেই মৃগেনদাৰ এনে শোচনীয় পৰিণাম নহলেহেঁতেন। আজি আমাৰো এনে বিপদ নহলেহেঁতেন। আজিৰ এই শক্তিহীন, চৰিত্ৰহীন, মস্তিষ্কৰ উৰ্ব্বৰতাহীন সমাজেই আমাৰ দুখনকৈ সোণৰ সংসাৰ ছাৰখাৰ কৰিলে।" ডাক্তৰে চাই দেখে যে কথা কৈ যাওঁতে যাওঁতেই মীৰা অকস্মাতে উত্তেজিতা হৈ পৰিল,—কথা কৈ যাওঁতে তাইৰ মুখৰ গঢ় আৰু ভঙ্গিমা সলনি হৈ পৰিল আৰু লগে লগে তাইৰ ওঁঠ দুটা কঁপা কঁপা যেন





অনুমান কৰিলে ডাক্তৰে। মীৰাৰ মুখত এনে ধৰণৰ কথা ডাক্তৰে কাহানিও শুনা নাছিল। সেই দিনা শুনিলে,—শুনি থাকিবৰ মন গ'ল ডাক্তৰৰ।

"কোঁৱা, আজি মই তোমাৰ কথা শুনিবৰ কাৰণে প্ৰস্তুত হৈ আহিছোঁ। তোমাৰ জীৱনৰ কৰুণ কাহিনীটো মোক মৃগেনে পাঠ কৰি শুনাই থৈছে। ভালে খিনি জানো, কিন্তু একোকে নাজানো বুলিলেও ভুল নহ'ব।"

"শুনিব শইকীয়াদাদা" বুলি মীৰাই কান্দৰ ওপৰেদি পাৰ কৰি নিয়া শেলবিহীন সাড়ীখনৰ আচলটো ককালত পাক মাৰি লৈ আৰম্ভ কৰিলে, "শুনক, কু-সম্বাদ, আপদীয়া সম্বাদ পৰৰ গ্লানি আৰু কলঙ্কযুক্ত সম্বাদ সদায়েই বিজুলীৰ চকাৰ ওপৰত ঘূৰে। সেই চকা ঘূৰি গৈ যাৰে ওচৰ পায়, তেঁৱেই চকাৰ ধুৰা ডালত তেল সানি এনে সুচল কৰি দিয়ে যাতে সেই চকাই চকুৰ পলকতে তেনে ধৰণৰ সম্বাদবোৰ সদিয়াৰপৰা ধুবুৰিলৈকে বিলাই দি আহিব পাৰে। মোৰ জীৱনৰ এই কাল ছোৱাতে ইয়াৰ প্ৰমাণ বহুত পালোঁ। এই মৃগেনদা হৈছে এজন দেৱতুল্য পুৰুষ। তেওঁৰ মনত কোনো মামৰ নাই,—পাপ নাই। পৰোপকাৰেই হৈছে তেওঁৰ ধৰ্ম্ম। অথচ সেই দেৱতুল্য পুৰুষক আমাৰ আৰু

আপোনাৰ সমাজে কলঙ্কিত কৰিল,—কৰিলে কাৰ লগত (?) —নিজৰ ভনীয়েক এই মীৰাৰ লগত,—শইকীয়াদাদা, মোৰ লগত।........ইবাদিয়েও নিজৰ স্বামীক চিনিব নোৱাৰি কৰিলে আত্মহত্যা। সমাজৰ ব্যক্তব্যই তেওঁক জ্বলা-কলা কৰিলে। যাবৰ পৰত মোক 'ৰাক্ষসী' বুলি কৈ গ'ল, লিখি থৈ গ'ল শইকীয়াদা লিখি থৈ গ'ল.... ....।" ইমান খিনি কথা কৈয়েই মীৰাই হুক্ হুক্ কৰি কান্দিবলৈ ধৰিলে।

জঠৰ লাগি ডাক্তৰ শইকীয়া তাতেই ৰ'ল। প্ৰকাশি কোনো কথাকে নক'লে। মীৰাৰ ক্ৰন্দন, মীৰাৰ চকুলো ডাক্তৰে ভাল পায়। ডাক্তৰৰ দৃঢ় বিশ্বাস যে মীৰাৰ অন্তৰ-বেদনাৰ উপশম ঘটাব পাৰিব কেবল মাত্ৰ তাইৰ চকুৰ পানীয়ে। তাই কন্দা দেখি ডাক্তৰে মনতে ক'লে —"কান্দা, তুমি যিমান পাৰা কান্দা। তোমাৰ চকুৰ পানীৰে যদি এখন সোৱণশিৰীবো সৃষ্টি হয়. সিয়ো ভাল। কিন্তু তুমি কান্দিবই লাগিব।" ডাক্তৰে বঢ়িয়াকৈ বুজে যে লোটকবিহীন দুখে মানুহৰ অন্তৰখন বেচি পৰিমাণে দাহ কৰে। মৃগেনেও মীৰাৰ চকু-পানী ভাল পায়;— কাৰণ মৃগেনে ভাবে যে সৌন্দৰ্য্যৰ চকুলো ওঁঠৰ মিচিকনিতকৈও মনমোহা। মীৰাৰ চকুলোত তেওঁ দেখা





পায় সেই সৌন্দৰ্য্য, যি সৌন্দৰ্য্যৰ সন্ধানত তেওঁ হৈ পৰিছে দেশ-হাৰা।



সেই সন্ধিয়া মীৰাৰ কথা-বাৰ্ত্তা আৰু মানসিক উত্তেজনাই ডাক্তৰৰ মনত বৰ আঘাত দিলে। অকল-শৰীয়াকৈ পূব ফালৰ কোঠাতে আৱদ্ধ থকা মীৰাৰ মনলৈ যে অতীতৰ স্মৃতিয়ে ভুমুকি মাৰি সময়াসময়ে আমনি দি থাকিব তাক ডাক্তৰ শইকীয়াই বঢ়িয়াকৈ বুজিলে। মাতৃ-মঙ্গল, শিশু-মঙ্গল আদিৰ শিক্ষা দান কৰা কাৰ্য্যও শেষ হৈ আহিল। এতিয়া কাম এটা যোগাৰ কৰি তাইক কামে কাজে ব্যস্ত ৰাখিব পাৰিলেই হয়। কামৰ যোগাৰ নহয় মানে নানান ধৰণৰ আলাপ আলোচনাৰ যোগে-দিয়েই তাইৰ মনটো ঘূৰাই ৰাখিবৰ বাবে স্থিৰ কৰিলে ডাক্তৰে। সেই ভাবিয়েই তাই আৱদ্ধ হৈ থকা কোঠাৰ-পৰা ধীৰে ধীৰে ডাক্তৰে তাইক উলিয়াই আনিলে। আজি কালি তাই ডাক্তৰৰ বৈঠকখানাত বহি ৰেডিও শুনে আৰু অন্যান্য আলাপ আলোচনাও কৰে। কেতিয়াবা

আকৌ পৰ্টিক'ত তিনিউটি বহি ৰাজনীতি সমাজ-নীতি আদিৰ বিষয়ে কথা বাৰ্ত্তা হয়।

দুমাহ মানৰ পাচৰ কথা। এদিন সন্ধিয়া ডাক্তৰে মৃগেনৰ সৈতে পৰ্টিক'ত বহি আলোচনা কৰি আছিল ভগনীয়া সমস্যা সম্বন্ধে। এনেতে মীৰায়ো আহি তাত যোগ দিলেহি। কথা প্ৰসঙ্গত আলোচনাৰ বিষয়বস্তু ঘূৰি গৈ অসমীয়া বঙালীৰ বিষয়ে আলোচনাৰ সূত্ৰপাত হ'ল। সেই আলোচনাত মীৰাই একো অংশ গ্ৰহণ নকৰি নীৰৱে আলোচনাৰ ধাৰা শুনিবলৈ চেষ্টা কৰিলে। আলোচনাত মীৰাই যোগ নিদিয়াত ডাক্তৰে বৰ ভাল নাপালে। আলোচনাৰ মাজলৈ তাইকো টানি আনিবৰ অভিপ্ৰায়ে ডাক্তৰে ক'লে,—

"তুমিয়েই বাৰু কোৱাচোন মীৰা, দোষ কাৰ ?" "মই কলেতো দোষ অসমীয়াৰ বুলিয়েই ক'ম।" "তেনেকৈ বঙালীৰ পক্ষ লৈ মন্তব্য নকৰিবা। আমাৰ যে এই আলোচনাবিলাক শুনিলা তাৰপৰা নিৰপেক্ষভাবে তোমাৰ মতটো কোৱাচোন। তুমি যে বঙ্গালী সেই কথাটো পাহৰি পেলোৱা। অসমীয়া বুলিও নাভাবিবা।"

ডাক্তৰৰ কথাত মধুৰ হাঁহি এটা মাৰি মীৰাই ক'লে,





"শুনক শইকীয়া দাদা। মই সঁচাকৈয়ে কৈছোঁ অসমীয়াৰ গাত জগৰ বুলি। মোৰ স্বামীৰ লগত তাহানিতে যেতিয়া এই বিষয়ে আলোচনা হৈছিল, তেতিয়া কিন্তু মই সদায়েই অসমীয়াৰ পক্ষ সমৰ্থন কৰি তৰ্ক কৰিছিলোঁ। আজি কিন্তু আপোনালোক দুজন শিক্ষিত অসমীয়াক পাইছোঁ। আহক, মই বঙালীৰ পক্ষ সমৰ্থন কৰি তৰ্ক কৰোঁ—আপোনালোক দুয়ো বাৰু একে মুঠে অসমীয়াৰ ফালে হওক।"

"বাৰু, বাৰু সেয়ে হওক। কিন্তু চাহৰ পিয়লা এটা হাতত লৈহে তেনে তৰ্ক আৰম্ভিবলৈ ভাল পাম, কি বোলা মৃগেন ?"

"শইকীয়া দাদা, শুদ্ধ অসমীয়া ভাষা মই বুজি পাওঁ। কথাত জেলেপীৰ পাক নিদি শুদ্ধ অসমীয়া ভাষাতেই কওক যে "চাহ দুকাপৰ অৰ্ডাৰ দিয়া,"—এই বুলিয়েই উত্তৰলৈ বাট নাচাই নাটকীয় ভঙ্গিমাৰে তাই খোজ চলালে বান্ধনি ঘৰৰ ফালে।

ক্ষন্তেক কাল মৌন হৈ থাকি ডাক্তৰে ক'লে,—"মৃগেন, এটা পৰ্য্যালোচনা কৰিব লগীয়া চৰিত্ৰৰে গঠিত এই মীৰাজনী। চোৱাচোন, লাজ, ভয়, সঙ্কোচ একোৱেই নাই।"

"তোমাৰ কপাল ভাল," মৃগেনে ক'লে "তোমাৰ ঘৰত তিকুতা মানুহ নাই। নাই বাবে তিকুতা মানুহৰ সমাগমো নাই। এইৰ এনে ধৰণৰ চলক্ ভলকেইতো মোক খালে।"

"এবা এইক চাকৰি এটা দি নিলগ কৰি পঠাবৰহে ইচ্ছা। মই নথকাত তাই মোৰ কোঠালৈ গৈ মোৰ কাপোৰ ইস্ত্রি কৰে, চোলাত বুটাম লগায় আৰু যে কি নকৰে। মই সেই কথাৰ অলপতে উমান পাই তাইক সোধাত তাই ওভটাই মোক তৰ্কত জব্দ কৰিলে। ক'লে, সেইটো তাইৰ কৰ্ত্তব্য আৰু সেই কৰ্ত্তব্য বোলে ময়েই তাইক শিশু-মঙ্গল, মাতৃ-মঙ্গলৰ যোগেদি শিক্ষা দিলোঁ।"

"আৰু এটা কথা ডাক্তৰ, তুমি ধৰিব পাৰিছানে নাই ক'ব নোৱাৰোঁ,—এই মীৰা জনীয়ে নজনা কথা নাই। এনে এটা বিষয় নাই, কি সামাজিক, কি ৰাজনৈতিক, য'ত তাই অংশ গ্ৰহণ কৰিব নোৱাৰে। এতিয়া অসমীয়া বঙালীৰ বিষয়ে তাই বঙালীৰ পক্ষ সমৰ্থন কৰিব। তাহানিতে তাই সদায়েই অসমীয়াৰ পক্ষ সমৰ্থন কৰি তাইৰ গিৰিয়েকৰ নাকে মুখে পানী উলিয়াই দিছিল, মোৰ সম্মুখতে। তাইক জোকাই লৈ তুমি বৰ ভাল নকৰিলা,—জব্দ কৰিব!





ডাক্তৰে ক'লে, "নহয়, তাই সত্যহতে উন্মাদিনীৰ সাজ পৰিত্যাগ কৰিছে। এতিয়া তাইৰ ৰুচি অনুযায়ী খোৱা বোৱা আৰু ৰুচি অনুযায়ী কথা-বাৰ্ত্তা হ'বলৈ দিয়াহে উচিত। বিধবা হৈ তাই ৰুচি অনুযায়ী খোৱা বোৱা, পিন্ধা-উৰা কৰাটো অসম্ভব। সেইটো নিৰ্দ্ধাৰণ কৰিব সমাজে অথবা কৰি থৈছে হিন্দু শাস্ত্ৰই। কিন্তু ৰুচি অনুযায়ী কথা কোৱা, তৰ্ক কৰা, আলোচনা কৰাত বাধা নাই। তৰ্কত তাই আমাক ঘটুৱাব পাৰিলে যি আনন্দ পাব, সেই আনন্দই তাইৰ চকুত 'আনি দিব শান্তিৰ নিদ্ৰা। সেই বাবেই কওঁ মৃগেন, কৰোঁ তৰ্ক, তায়েই জিকক। তাই জিকিবৰ যুক্তি অৱশ্যে মই একো দেখা নাই, তথাপি আমি তৰ্কত হাৰি দেখুৱাওঁ যে তাই আমাক হুৰুৱালে।"

মৃগেনে উত্তৰ দিলে, "তেতিয়া হ'লে তুমি তাইক চিনিয়েই পোৱা নাই। মই বৰঞ্চ তোমাক কওঁ যে তাইৰ সৈতে তৰ্কত তুমি কেনেকৈ জিকিব পাৰা তাকেই চেষ্টা কৰা। তাইক ঘটুৱাৰ কথা নাভাবিবাই।"

"থোঁৱা থোঁৱা, এজনী ছোৱালীৰ সৈতে তৰ্ক কৰিবলৈ আকৌ পূৰ্ব্বৰ পৰাই সতৰ্কিত হ'ব লাগে। এই তেজ-পুৰতে তাহাঁতৰেই সেই চাৰ পি. চি. ৰায়ে দি যোৱা

বক্তৃতাৰ সাৰাংশ আজিও মোৰ হাতত আছে;—তাৰেই তাইক মই জব্দ কৰিম।"

"উলাই নকৰিবাহে ডাক্তৰ, পানী খাই যাবা তাইৰ লগত। পি. চি. ৰায়ৰ বক্তৃতাৰ সাৰাংশ তাই আৰু এশটা বক্তৃতাৰ সাৰাংশৰে খণ্ডন নকৰে যদি চাবা মোৰ নাম সলাবা....মনে মনে থাকা....আহিছে......।"

ঠাকুৰৰ হাতত চাহৰ পিয়লা আদি সৰঞ্জাম ট্ৰে এখনৰ ওপৰতে দি লগে লগে মীৰাৰ পুনৰ প্ৰৱেশ। "বহুত পলম হ'ল, শইকীয়া দাদা; এতিয়াও কওক যে বঙালীৰ কাৰণেই চাহৰ পলম হ'ল। ইফালে কেঁচা খৰিত ফু দিওঁতে যে কি হাৰাশাস্তি হ'ব লগীয়া হৈছিল.....।"

ডাক্তৰে ক'লে, "কি তুমি নিজেই পানী তপ্তাইছিলা নেকি? এই গৰুটো আছে কেলৈ? তুমি 'অৰ্ডাৰ' দিবলৈহে গৈছিলা।"

অলপ আচৰ্য্যৰ ভাব এটা দেখুৱাই মীৰাই মাত দিলে, "অৰ্ডাৰ! তিৰোতা মানুহে অৰ্ডাৰ দিব সেই পুৰুষ ঠাকুৰক! কি কয় শইকীয়া দাদা? তিৰোতাৰ জন্মই হৈছে 'অৰ্ডাৰ' অথবা হুকুম পালন কৰিবলৈ.... হুকুম প্ৰদান কৰিবলৈ নহয়।" --..বুলি সৰু টেবুল





খনতে চাহদানী আৰু কাপ পিয়লাবোৰ সজাই লৈ পিয়লাত ৰঙচুৱা চাহ ঢালি ক'লে, "মৃগেনদা, পূৰ্ব্বৰ দুচামোচেই নে বেচি?"

"তুমি জানাই দেখোন।"

"জানো। কিন্তু সংসাৰৰ তিতা কেহাই কি জানিবা জিভাৰ সোৱাদৰো পৰিবৰ্ত্তন কৰিলে,—শইকীয়া দাদা,— এক নে দুই?"

উত্তৰত ডাক্তৰে ক'লে,—পূৰা তিনি। চাহ খোৱা হয়, চেনিৰ সোৱাদৰ কাৰণে। যদি 'ফ্লেভাৰ'ৰ বাবে চাহ খাব খোজা, যাবা বিলাতলৈ—খাবা বিলাতত। ভেঁড়া ছাগলীয়ে উন সূতা তৈয়াৰী কৰাই মানুহৰ গাৰ শীত নিবাৰণাৰ্থে,—অসমেও চাহ প্ৰস্তুত কৰে সেই বিলাতী নৰনাৰীৰ বিলাস ভোজনাৰ্থে, আমাৰ কাৰণে নহয়। ....আছে যদি চাৰি চামোচ দিবা।"

হাঁহিৰ ৰোল উঠিল। উপশম ঘটাৰ লগে লগে চাহৰ পিয়লা কেইটা আগুৱাই দি মীৰাই ক'লে,—"তৰ্ক কৰিবৰ বাবে আৰু এটা কথা পালোঁ আপোনাৰ পৰাই। এতিয়া আহক" বুলি, নিজৰ চাহৰ পিয়লাটো হাতত লৈ ওচৰৰ চকী এখনতে বহি মীৰাই ক'লে,...."কি কৈছিল? অ' মোৰপৰা জানিব খুজিছিল, মোৰ মত কি, নহয়নে?

মই পূৰ্ব্বৰ কথাকে সমৰ্থন কৰি দুজন অসমীয়া পুৰুষৰ আগত নিৰ্ভয় ভাবে কওঁ যে দোষ আপোনাৰ, মৃগেনদাৰ, অসমীয়াৰ, অসমীয়া সমাজৰ আৰু অসমীয়া ৰাকশক্তি, চিন্তাশক্তি, বুদ্ধি, ব্যক্তিত্ব আদি সকলোৰে—এই বিলাকবেই দোষত আজি অসমীয়া বঙালীৰ বিৰোধ ভাবৰ উদ্ভব।

মৃগেনে ক'লে, "পৰৰ গাত দোষ দিয়াত বঙালী বিলাক বৰ পটু। কিন্তু তোমালোকক বহিবলৈ দিলে যে শুবলৈ বিচাৰা এই কথাটোহে বৰ টান।"

হাঁহি এটা মাৰিয়েই মীৰাই ক'লে, "তৰ্ক যেতিয়া কৰিছোঁ ভালদৰেই কৰিম। আপোনাসকলে বেয়া পালেও পাব, উপাই নাই।"

"কোৱা, কোৱা" ডাক্তৰে মাত দিলে, "যদি কথা লুকুৱাই থবই লাগে তৰ্ক কিহৰ?"

"শুনক মৃগেনদা,—বহিবলৈ দিলে শুই পৰাটো দোষ নহয় গুণহে। তাক আপোনালোকেও শিকি লওক। বেহা-বেপাৰ কৰিবৰ অৰ্থে অহা বেপাৰীৰ দল এটাই সমুদায় ভাৰতবৰ্ষ অধিকাৰ কৰি শ শ বছৰ ৰাজ্য চলালে সেই হিচাপে ৰেলৰ ষ্টেচন বিলাকত, "স্ত্রীদিগের জন্য" অথবা "পুরুষদিগের জন্য" বুলি বঙলা ভাষাতে





আখৰ কেইটা লিখিয়েই যদি এখন দেশ অধিকাৰ কৰি ল'ব পাৰে, তাত কৃতিত্ব আছে।"

মৃগেনে এনেতে আকৌ ক'লে, "বঙালী বিলাকৰ যে ইমান চলাহী কথা, কথাত যে ইমান পাকচক্র তাকনো বাৰু বুজিম কেনেকৈ?"

"আপোনালোকে যদি নুবুজে, তাৰ বাবে জগৰীয়া আপোনালোকৰ বাহিৰে অন্যক কৰিব নোৱাৰে। সেই তাহানিৰ চেঞ্চাছ কমিছনাৰ মোলান চাহাবে অসমৰ প্ৰতীক হিছাপে 'গড়'ৰ ছবি এটা যে মনোনয়ন কৰিছিল, কি ভাবি সেই জন্তুটো অসম আৰু অসমীয়াৰ উপযুক্ত প্ৰতীক বুলি তেওঁ ভাবিছিল ক'ব নোৱাৰোঁ। তেওঁৰ মনোভাব কোনোবাই লৈছিল নে নাই ক'ব নোৱাৰোঁ। কিন্তু আজি স্বাধীন অসমৰ প্ৰতীক হৈছে এটা গড়ৰ চিত্ৰ। চৰকাৰী কাকত পত্ৰ আৰু ট্ৰেন্সপৰ্ট বাছ বিলাকত দেখা পোৱা যায় এটা গড়ৰ ছবি। মই কিন্তু ভাবি পাইছোঁ যে অসমীয়া মানুহৰ চাল-চলন, আচাৰ-ব্যৱহাৰ আৰু চিন্তাৰ ধাৰা সঁচাকৈয়ে এই গড়ৰ লগতহে মিলে। বেয়া নাপাব দেই মৃগেনদা,—ভাবি চাওকচোন, গড়ে সন্মুখত যি দেখে তাকেইহে দেখে,—অসমীয়াও সেয়ে। গড়ৰ বুজা শক্তি কম,—অসমীয়াৰো সেয়ে। গড়ৰ দেহৰ শক্তি বেচি,

অসমীয়াবো সেয়ে। ন'হলেনো ১৮৯৯ চনতে সতর্কবাণী পাই এই আঢ়ৈ কুৰি বছৰেনো অসমীয়া জাতিৰ গাত চেতনা নহয়নে ?

অলপ খং কৰিয়েই মৃগেনে মাত দিলে, "বঙালী বিলাক হৈছে খাই পাত ফলা জাত। তোমালোকে চুকতে খাই...... ।"

"হয় মৃগেনদা, বুকুতে গুৰিয়াব পাৰোঁ.... । ইয়াকেইতো ক'ব ? কিন্তু খং নকৰিব মৃগেনদা, সুস্থিৰ অৱস্থাৰে ভাবি চাওক, অসমীয়া জাতিয়ে দূৰ ভবিষ্যতক জুমি চাব নোৱাৰে বাবেহে আজি এনে অৱস্থা। সেই ১৮৯৯ চনতে দি যোৱা সতর্কবাণীয়ে যদি আপোনা সকলৰ লুইত-পৰীয়া ডেকা-গাভৰুৰ ধমনিত তপত শোনিত প্ৰৱাহিত কৰিলেহেঁতেন...... ।"

"তুমি কি ১৮৯৯ চনৰ কথা বলকিছা বুজা নাই। তর্ক কৰিছা যদি যুক্তি তর্ক ক'ৰা - ছাপ মাৰি তর্ক কৰাৰ লাভ নাই।"

"ৰ'ব বাৰু মই অস্ত্ৰ লৈ আহোঁ," বুলি মীৰা উঠি গৈ নিজৰ কোঠাত প্ৰবেশ কৰিলে। "তাই আকৌ কি অস্ত্ৰ আনিবলৈ গ'ল (?)" ডাক্তৰে মৃগেনক সুধিলে। উত্তৰত মৃগেনে ক'লে, "চাবা পুৰণা কিতাপ-পত্ৰ আলোচনী





আৰু "পেপাৰ কাটিং" তাইৰ হাতত কিমান আছে। তাৰেই তোমাক থকা সৰকা কৰিব।" সঁচাকৈয়ে, ক্ষন্তেক পাচতে ডাক্তৰে দেখিলে যে হাতত কিতাপ আলোচনী কিছুমান লৈ মীৰা আহি পুনৰ বহিলহি।

"এইখন পুথি মৃগেনদা ১৮৯৯ চনতে ছাপা হৈ ওলাইছে। ইয়াৰ পাতনিত কি লিখি থৈ গৈছে জানেনে" (?) বুলি মীৰাই পঢ়ি শুনালে,—"বৰ্ত্তমানৰ কালটো হৈছে অসমীয়াৰ পক্ষে সঙ্কটৰ যুগ। কৰ্ম্মক্ষেত্ৰত প্ৰাণ টাকি যত্ন নকৰিলে, অসমীয়া তৰিব নোৱাৰে। মোৰ মনত বিশ্বাস হৈছে, ঐশ্বৰিক সাহায্য নহলে অসমীয়া জাতি ধ্বংশ পাব, নাইবা ঘৃণনীয় জীৱন ধৰিব।" আকৌ এই দুৰনীয়া মূল্যৰ কবিতা পুথিখনিৰ পাতনিত কি লিখিছে শুনক।" এইখন ১৯০২ চনতে ছাপা হৈ ওলোৱা। "আসাম দেশত আজি কালি কামৰ নতুন সোঁত ব'বলৈ আৰম্ভ কৰিছে। ৰেল-কোম্পানী, চাহ বাগিছা, এইবিলাক ঠাইত বিদেশীৰ হিচ্ হিচ্ হৈছে। তেওঁবিলাকে অসমত মাটি লৈ নানা তৰহৰ খেতি আৰম্ভ কৰিছে। মাটিমাহ সৰিয়হ আদি অসমীয়াৰপৰা কিনি লৈ কেঞা বেপাৰীয়ে তাতেই দৌলতদাৰ হৈছে। অসমীয়া ৰায়তক মাটিৰ খাজানাৰ সময়ত ধন ধাৰে দি দুগুণ লাভত, আঘোণ

"চাওঁ দিয়াচোন" বুলি মৃগেনে হাত মেলোঁতেই মীৰাই কিতাপ দুখন চাবলৈ নিদি আঁতৰাই নিলে। "এই কিতাপ মই নিদিওঁ, চাবলৈ নিদিওঁ, চুবলৈয়ো নিদিওঁ। শইকীয়া দাদাৰেই কিতাপ, অথচ পাত এখিলাও লুটিয়াই চোৱা নাই। সিদিনা পুৰণা খবৰ কাগজৰ লগতে এই দুখনো বিক্ৰী কৰি দিছিলে, মই পাই বুটলি ৰাখিলোঁ।"

"চাবলৈ নিদিয়া বাৰু নালাগে, কিন্তু লিখকজন কোন তাক কোৱাচোন।"

"অ' তাকো নাজানে। অসম সাহিত্য সভাৰ ভূতপূৰ্ব্ব সভাপতি এজনে আঢ়ৈ কুৰি বছৰৰ পূৰ্ব্বে কৰি যোৱা ভৱিষ্যত বাণীৰ বিষয়ে ভু নৰখা মানুহ অসমীয়াৰ মাজতহে ওলাব। কিন্তু তাৰ ডেৰ কুৰি বছৰৰ পাচত চেঞ্চাছ ৰিপোৰ্টত মোলান চাহাবে কি মন্তব্য কৰিছিল তাক বহুতেই জানে। অথচ এই লিখকৰ ভৱিষ্যত-বাণীকেই সংগ্ৰহ কৰি মোলান চাহাবে প্ৰচাৰ কৰিলে বুলি কোনো কাকততেই এষাৰি কথা প্ৰকাশ নাপালে। কাৰণ তেওঁ আছিল এজন শ্বেতাঙ্গ আই, চি. এচ. আৰু সৰ্ব্বোপৰি সেই যুগৰ অসমৰ এজন উচ্চ ৰাজ-কৰ্ম্মচাৰী।"





"........কওকচোন বাৰু শইকীয়া দাদা, আপোনা-সকলৰ সাহিত্যিক স্বৰ্গীয় হেমচন্দ্ৰ গোস্বামী ডাঙৰীয়াৰ হাতে লিখা ডায়েৰীখন পঢ়িছেনে?" "......সেইয়া, নাই পঢ়া 'অ' দেখাও নাই। নপঢ়িবতো। আপোনাসকলে পঢ়িব জানে পৰৰ বাকছৰ তলিত পৰি থকা সাধাৰণ বঙালী নভেল এখন,—তাকো পঢ়িবগৈ বিশ্বনাথঘাটৰ ডাক বঙলাত। ঘূৰি আহি চৰকাৰী বঙলাৰ বাৰান্দাত সেই পুথিৰে সমালোচনা কৰি 'সেই মীৰা নে ফিৰা জনীক চুলি কোছাত ধৰি লৈ ক'ৰবাত থৈ আহিবৰ মন যায়, বুলি মন্তব্য কৰিব',—নহয়নে মৃগেনদা (?) বুলি দুষ্টামীৰ হাঁহি এটা মাৰি মীৰাই মৃগেনৰ ফালে চালে। মীৰাৰ কথাত দুয়োৰে মুখৰ মাত সঁচাকৈয়ে ৰহিত হ'ল। উত্তৰ দিবলৈকে আহুকালত পৰিলে। তথাপি কথাৰ আঁত বাহিৰ কৰি ডাক্তৰে ক'লে "সেইবোৰ ধেমালিতে কোৱা কথা। তুমি তাত গুৰুত্ব আৰোপ কৰা ভুল।"

"মই ভালদৰে বুজিছোঁ যে সেই কথা শইকীয়া দাদাই ধেমালি কৰি কৈছিল। কিন্তু দেবী সৰস্বতীয়েও কিজানি ধেমালিতেই শিবানীৰ মুখেদি অসমীয়াক অসভ্য বুলি তিৰস্কাৰ কৰিছিল। পাৰ্থক্য ইমানেই যে তেখেতে

লিখি ছপালে আৰু আপুনি মুখেৰে ক'লে। আকৌ 'মৰুৰ পথে'ত সেই কথা কৈছিল কোনে, দেবী সৰস্বতীয়ে নহয়—শিবানী নামৰ এজনী চৰিত্ৰহীনা তিৰোতাই,—কিন্তু চৰকাৰী বঙলাৰ বাৰান্দাত মন্তব্য কৰিছিল এজন সু-শিক্ষিত, সদ-বংশীয়, উচ্চপদমৰ্য্যদাসম্পন্ন ৰাজ-কৰ্ম্মচাৰী ডাক্তৰ ত্ৰিলোচন শইকীয়া এম. বি. ডাঙৰীয়াই" বুলিয়েই হাঁহি মাৰি মীৰা ঠিয় হ'ল। মীৰাৰ বক্তব্যই ডাক্তৰ আৰু মৃগেন এই দুয়োকো থোতামোজা খুৱাই দিলে। উত্তৰ দিবলৈ উত্তৰ নোহোৱাত পৰিল।

"ৰ'ব দেই শইকীয়া দাদা, খোকনক চাই আহোঁ। বহুত পৰ শুই আছে" বুলি মীৰাই নিজৰ কোঠালৈ বুলি ভৰি চলালে। ডাক্তৰ আৰু মৃগেন জঁঠৰ হৈ তাতেই ৰ'ল। ক্ষন্তেক পাচতে ডাক্তৰেই নীৰৱতা ভঙ্গ কৰি ক'লে, "বৰ সাংঘাটিক ছোৱালী হে। কম বিলাককথাৰেনো ওৰ ৰাখিছেনে ?"

মৃগেনে ক'লে, "মই নকৈছিলোঁ, যুক্তি তৰ্কত তাই পাচ পৰা বিধৰ নহয়।"

"শইকীয়া দাদা, বেয়া পালে নেকি ? মই আকৌ কথা পেটত থ'ব নোৱাৰোঁ, আৰু সেইবাবেই মোক বহুতে ভাল নাপায়।"





"কেতিয়াও বেয়া পোৱা নাই। মোৰ এনে ধৰণৰ খোলা ভাবৰ তৰ্কহে ভাল লাগে। কোৱাচোন, কি ক'ব খুজিছিলা...।"

"ক'ব খুজিছিলোঁ সেই গোস্বামীদেৱৰ ডায়েৰীখনৰ কথা। তাহানি গুৱাহাটীতে পঢ়িছিলোঁ। এনে বিস্তাৰিত ভাবে লিখা ডায়েৰীবিলাক গোটাব পাৰিলে পুৰণা বুৰঞ্জীৰ বেঙনি দেখা পোৱা যাব। তাতে এঠাইত তেখেতে গ্ৰেজুৱেট শিক্ষকৰ দৰ্ম্মহা ৫০৲ টকা কৰাত কোনো অসমীয়াই মাষ্টৰি কামলৈ দৰ্খাস্ত নিদিয়া বুলি বৰ আক্ষেপ কৰি লিখি গৈছে যে কুৰি বছৰৰ পাচত হেনো অসমত অসমীয়া হেড্ মাষ্টৰ নাথাকিব। চাওকচোন মৃগেনদা, কিমান দূৰ ভবিষ্যতলৈ ভাবিছিল তেখেতে। কেৱল ভবাই নাই, নিজে ঘূৰি পকি অসমীয়া গ্ৰেজুৱটৰ হতুৱাই কেইখনমান দৰ্খাস্তও কৰাইছিল। চাকৰিও পালে। কিন্তু সেই সকলে হেড্ মষ্টৰৰ আসন লাভ কৰা গোস্বামীদেৱে নেদেখিলে। সেই সকলে এই কথাৰ ভু নাপাবও পাৰে। কাৰণ আপোনাসকলেও বোলে সেই ডায়েৰী পাঠ কৰা নাই।..

..তেতিয়াহ'লে চাওক, আপোনাসকলৰ ডেকাই চাকৰীৰ বাবে দৰ্খাস্ত নকৰাত, অসমীয়া মাষ্টৰ নাই বুলি

কি পঢ়া বন্ধ কৰিব? বাছি বাছি বঙালী ডেকাকেই নিযুক্ত কৰিলে আৰু সুদীৰ্ঘ কুৰিটা বছৰৰ পাচত তেওঁবিলাকেই ক্ৰমোন্নটি কৰি গৈ গৈ লাভ কৰিলেগৈ সেই হেড্ মাষ্টৰৰ গাদী। তেতিয়াহে অসমীয়া বাইজৰ চেতনা হ'ল যে অসমত অসমীয়া হেড্ মাষ্টৰ নাই।"

"এতিয়া কওকচোন শইকীয়া দাদা—দোষ কাৰ? অসমীয়া মানুহে যদি নিজক চিনি নাপাই, নিজৰ পুথি পাজি নপঢ়ে, নিজৰ বিষয়ে বুজিবৰ চেষ্টা নকৰে,—তাৰ বাবে কি বঙালী জগৰীয়া? অসমীয়াই যদি নিজৰ জাতিক ভাল নাপাই, তাতেইবা বঙালীৰ দোষ কি? অসমীয়া সমাজে যদি উদীয়মান শিল্পী সাহিত্যিক আৰু ব্যৱসায়ীক প্ৰাপ্য সন্মান দান নকৰি পাচ ফালৰপৰা টানি উঠিব নোৱৰা কৰি থয়, তাত বঙালীৰ দোষ কি? বঙালীয়ে বঙালীক ভাল পায়,—আপোনাসকলে নো নিজকে ভাল নাপায় কিয়? বঙালীয়ে বঙালীৰ কাৰণে চিন্তা কৰে, আপোনাসকলে কৰাত বাধা কি? বঙালীয়ে 'বৃহত্তৰ বাংলা' স্থাপনত বলিয়া হৈছে—আপোনাসকলেনো পুৰাণ-প্ৰসিদ্ধ প্ৰাগজ্যোতিষৰ সীমা কৰতোৱা নৈ পৰ্য্যন্ত বিস্তাৰিত কৰি বৃহত্তৰ অসমৰ কথা নাভাবে কিয়?"

একে লেঠাৰিকৈ মীৰাই এনে ধৰণে বক্তৃতা জুৰিলে





যে ডাক্তৰ আৰু মৃগেনে নীৰৱে শুনি যোৱাৰ বাহিৰে আৰু উপাই নাছিল। শুনি গ'ল দুয়ো বহুত পৰ। মীৰাৰ দীঘলীয়া বক্তৃতাৰ অন্তত মৃগেনে ডাক্তৰক সুধিলে, "কেনে পালা? মই নকৈছিলোঁ এওঁৰ অধ্যয়নৰ বিষয়ে। ক'ৰ সৰু সৰু দুঅনীয়া মূল্যৰ পুৰণা পুথি দুখন উলিয়াই কেনে দৰে জব্দ কৰিলে দেখিছা?"

"সৰু পুথি নুবুলিব মৃগেনদা। কলেবৰত সৰু হ'ব পাৰে; কিন্তু তাত মূল্যবান বস্তু আছে। শামুকৰ পেটত মুকুতা থকাৰ নিচিনা কথা। অথচ মই জনাত এই পুথি লিখকৰ আজি অসমত নাম নাই। অসমীয়াই তেখেতক নিচিনিলে। চৰকাৰী বিষয়বাব খাই থকা অৱস্থাতো তেখেতে চাকৰিলৈ ভয় নকৰি যি ওজস্বিনী ভাষাৰে জাতি জাগৰণৰ চেষ্টা কৰিছিল সেই কথা কোনেও নাজানে, কেৱল মাত্ৰ আলোচনা কৰিব তেওঁৰ দুৰ্ব্বলতা ক'ত আৰু কোন খিনিত। কিন্তু তেখেততকৈ বহুত নিম্ন স্তৰৰ লিখকক আজি বঙাল দেশত উচ্চ স্থান দি জিলিকাই তুলিছে।"

মীৰাৰ কথা শুনি মৃগেনে ডাক্তৰৰ মুখলৈ চাই ক'লে, "এতিয়া বুজিছানে ডাক্তৰ, মই এওঁকনো কিয় মাষ্টৰণী কামত নিয়োগ কৰাৰ কথা ভাবিছিলোঁ। এওঁক মাষ্টৰণী

কৰি দিলে আমাৰ ছোৱালী হঁতেও এওঁৰপৰা বহুত কথাকে শিকিবলৈ সুবিধা পালেহেঁতেন।”

ডাক্তৰে উত্তৰ দিলে, “হেৰা, ময়ো এওঁক মাতৃ-মঙ্গল কাৰ্য্যত নিয়োগ কৰিব খোজাটো ভুল হোৱা নাই। কেঁচুৱা জন্ম হোৱাৰ দহ মাহৰ পূৰ্ব্বৰ পৰাই কেঁচুৱাক খুৱাব লাগে, তেহে আমাৰ দেশৰ শিশুবিলাক মৃত্যুৰ কবলৰপৰা ৰক্ষা পৰিব। প্ৰথম অন্তঃসত্বা কালত এজোলোকা উকলি দি এধান মান পঞ্চামৃত খুৱালেই শিশু সমাজৰ কল্যাণ সাধন নহয়। জন্মৰ দহ মাহৰ আগৰেপৰা শিশুক যি দৰে মাকৰ যোগেদি ভাল পুষ্টিকৰ খাদ্য খুৱাব লগে, সেইৰূপে শিশুক শিক্ষাও দিব লাগে মাক-বাপেক, অথবা ককাক বুঢ়ীমাকৰ জন্মৰেপৰা। সেয়েহে মই কৈছোঁ, এওঁ যদি সেই ‘মা’ সকলক শিক্ষা দান কৰিব পাৰে—তেতিয়া হ’লেহে দেশৰ আৰু দহৰ প্ৰকৃত কাম কৰা হ’ব।”

মৃগেনে উত্তৰ দিলে, “আজিৰ স্কুলীয়া ছোৱালীয়ো যে কাইলৈ ‘মা’ হ’ব। তেওঁবিলাকেও জানো সেই শিক্ষা পাব নালাগে।”

“হয় লাগে, কিন্তু স্কুল ‘কেৰিকুলাম’ত নথকা কোনো বিষয়কে যে শিক্ষা দিব নোৱাৰে? তাকেহে কওঁ যে





ভূগোল, ব্যাকৰণ পঢ়াব পৰা মাষ্টৰণীৰ অভাব নাই—কিন্তু এওঁ যি বিষটিত পাকৈত হৈছে সেই জ্ঞান থকা শিক্ষয়িত্ৰীৰ সঁচাকৈয়ে অভাব।”

হাঁহি মাৰি মীৰাই এনেতে মাত দিলে, “এতিয়া মই প্ৰশ্ন কৰোঁ শইকীয়া দাদা, সেই আপোনাৰ প্ৰশ্নকে কৰোঁ,—দোষী কোন? তেনে জ্ঞানসম্পন্না মহিলাৰ অভাবৰ বাবে দোষী কোন?”

“দোষী আমাৰ জাতীয় চৰকাৰ।”

“ৰক্ষা তেওঁ,—বঙালী জাতিকেই যে দোষী সাব্যস্ত নকৰিলে। জাতীয় চৰকাৰৰ গাত দোষ কি? দোষ হৈছে—আপোনাৰ আৰু আপোনাসকলৰ শিক্ষিত সমাজখনৰ। এই ধৰক, আজি এই ছমাহ কাল আপুনি মোক যি বহুমূলীয়া শিক্ষা দান কৰিলে, সেই বিলাককে কাকতে আলোচনীয়ে প্ৰৱন্ধৰ আকাৰে সৰল অসমীয়া ভাষাত ছপাই অসমীয়া নাৰী সমাজক শিক্ষা দিবৰ চেষ্টা নকৰে কিয়?”

“সময় ক’ত হে?”

“সময়ৰ দোহাই নিদিব শইকীয়া দাদা, সময় আছে। বহুত সময় আপোনাসকলে অপব্যয় কৰে। সময় নোহোৱাটো এটা মাত্ৰ চেলু আৰু বৰ্ত্তমান স্বাধীনতাৰ

পাচত ই হৈ পৰিছে এক বিলাসিতা। শুনক শইকীয়া দাদা, তাহানি কলেজত পঢ়ি থকা অৱস্থাত জনদিয়েক অসমীয়া উদীয়মান সাহিত্যিকৰ সৈতে পৰিচয় হোৱাৰ মোৰ সৌভাগ্য ঘটিছিল। তেখেতসকলে গল্প, প্ৰৱন্ধ আলোচনা আদি কাকতে পত্ৰে প্ৰকাশ কৰাৰ উপৰিও দুই চাৰিখন পুথি সুন্দৰভাবে অনুবাদ কৰি ছপাই উলিয়াইছিল। কিন্তু চাকৰিত সোমোৱাৰ লগে লগে সকলো বাদ দিলে। যি বা এজন নে দুজনে অলপ যি অলপ অভ্যাসটো ৰাখিছে, তেওঁবিলাকেও আকৌ সেই উচ্চ স্তৰৰ কিতাপ লিখা বন্ধ কৰি লিখিবলৈ আৰম্ভ কৰিছে—ক, খ কিতাপ আৰু নেওটা পুথি। সেইবোৰো অৱশ্যে দৰ্কাৰ, কিন্তু এটা বাদ দি আনটোত ধৰাৰ যুক্তি কম।”

‘‘তুমি আমাৰ পঢ়ুৱৈ সমাজৰ বিষয়ে নাজানা বাবেহে তেনে মন্তব্য দিছা। এহেজাৰ কিতাপ ছপালেই সাহিত্যিকে চকুৰ আগতে ধোঁৱা কোৱা দেখে।”

“জানো শইকীয়া দাদা, সেই অভিজ্ঞতাও মোৰ নোহোৱা নহয়। কিন্তু পঢ়ুৱৈ সমাজৰ গাতে দোষ দি থাকিলে নহ’ব। জোতা চিলাইৰ পৰা চণ্ডী পাঠলৈকে নিজেই সকলোবিলাক কাম কৰি আত্মনিৰ্ভৰশীলতাৰ





পৰিচয় দিব খুজিলেই কিতাপ বিক্ৰী নহয়। লিখকজনে লিখাত নাম কৰিব পাৰে কিন্তু বিক্ৰী কৰা বা প্ৰকাশ কৰাৰ ভাৰ অন্যৰ গাত দিব লাগে,—লিখক হ’লেই যে প্ৰকাশ কৰিবৰ ক্ষমতা অথবা চমকপ্ৰদ বিজ্ঞাপনৰ দ্বাৰা পঢ়ুৱৈ সমাজক আকৰ্ষণ কৰিব পাৰিব এনে নহয়। বৰঞ্চ সাহিত্যিকসকলে সভা সমিতি অথবা সাহিত্য সভাৰ যোগেদি জাতীয় চৰকাৰক দাবী জনাওক যে কৃষি, শিল্প বাণিজ্যত সহায় কৰাৰ নিচিনাকৈ লিখক সকলকো যাতে সহায় কৰে। অসমীয়া কাকতৰ ভূতপূৰ্ব্ব সম্পাদক জনেই যেতিয়া আজি অসমৰ শিক্ষামন্ত্ৰী, আৰু তেখেত নিজেও যেতিয়া এজন সাহিত্যিক আমি বুজিব পৰা নাই আপোনাসকলে কিয় চৰকাৰৰ কাষ চপা নাই। কিয় সহায় লোৱা নাই, বিচৰা নাই আৰু সহায় লোৱাৰ কথা ভবা নাই? শিক্ষামন্ত্ৰীৰ অধীনত কিমান বিলাক স্কুল আছে। উপযুক্ত পুথি প্ৰকাশ হ’লেই প্ৰত্যেক স্কুলৰ বাবে অন্ততঃ দুখনকৈ কিনিলে কি কাঁহীৰ পাটে গা কাটিব?”

অলপ উত্তেজিত ভাবেই মীৰাই কথা বিলাক কৈ যোৱাত দুয়ো দুয়োৰো মুখলৈ চোৱা চুই কৰাৰ বাহিৰে আৰু উপাই নাছিল। ক্ষন্তেক কাল আলোচনা বন্ধ হৈ

সকলো নীৰব হৈ পৰিল। হঠাতে মীৰায়েই আকৌ নিস্তব্ধতা ভঙ্গ কৰি মাত দিলে, "মৃগেনদা, একেবাৰেই মনে মনে ব'ল দেখোন। কিবা বেয়া পালে নেকি ? মই হ'লে কাৰো মনত কষ্ট দিবৰ অভিপ্ৰায়ে কথা কোৱা নাই। মই অন্তৰত যি ভাবিছোঁ, যি চিন্তা কৰিছোঁ তাকেহে মাত্ৰ আপোনাসকলৰ ওচৰত পাতনি মেলিছোঁ। দোষ হ'লে ক্ষমা কৰিব।.........অ' শইকীয়া দাদাও দেখোন নিমাত......?"

ডাক্তৰে উত্তৰ দিলে, "নহয় মীৰা, তোমাৰ যুক্তিপূৰ্ণ বক্তব্যৰ কথাহে মই চিন্তা কৰিছোঁ। তোমাৰ তৰ্কত যথাৰ্থতে যুক্তি আছে আৰু তোমাৰ মনোভাবৰ লগত আমাৰ ভাবো যদি খাপ খুৱাই লবলৈ সক্ষম হওঁ, হওঁ মানে অকল মই নহয়, সকলো অসমীয়া শিক্ষিত সমাজ যদি হয়, তেতিয়া হ'লে নিশ্চয় আমাৰ মাজত প্ৰাদেশিক খলাবমাবোৰ লোপ পাব।"

"সেই তাকেইবা কৰে কোনে শইকীয়া দাদা। সেই কামৰ বাবে আমিতো আগ বাঢ়িব নোৱাৰোঁ। আমি আগুৱাই গ'লে খাব লাগিব গৰিহনা, গঞ্জনা আৰু শাও। তাৰ বাবে যিটি ভাগ্যবান শ্ৰেণী ভগবানে সৃষ্টি কৰি দিছে, তেওঁবিলাক হৈছে নিৰ্জ্জীৱ, ৰাইচৌধুৰীৰ ভাষাত—





'খুছি হানি ৰক্তাক্ত কৰিলেও গাত চেতনা নাই—জড় পদাৰ্থ।"

হাতৰ ঘড়ীটো লক্ষ্য কৰি হঠাতে ডাক্তৰে মাত দিলে, "ইয়ে 'নিউজৰ টাইম্' পাৰ হ'ব এতিয়া বুলি ঘপৰাই উঠি গৈ বৈঠকখানাৰ ৰেডিওৰ চাবিটোত পাক মাৰিলে,—লগে লগে ডাঙৰ শব্দ এটা প্ৰতিধ্বনিত হ'ল,— "This is All India Radio, giving you the news."

কেউটি গৈ ড্ৰইং ৰুমত থুপ খালেগৈ সেই দিনৰ বাতৰিৰ সন্ধানত।

* * * *
* * *
* *

আলাপ আলোচনাত সুন্দৰৰূপে অংশ গ্ৰহণ কৰি থাকিলেও মীৰাৰ মানসিক স্থিৰতা ঘূৰি আহিবলৈ যথেষ্ট সময় ল'লে। ইৰাৰ মৃত্যুৰ পাচত বহুত দিন তাই পাগলী অৱস্থাত থকাৰ বিষয়ে তাই ক'ব পাৰিছিল নে নাই কোৱা টান। কিন্তু তাইৰ জীৱনত যে এটা ডাঙৰ পৰিবৰ্ত্তন ঘটিল, সেই বিষয়ে তাই নুবুজা নহয়। সুখ দুখ, হহাঁ কন্দাৰ

মাজেদিয়েই মীৰাৰ দিনবোৰ পাৰ হৈ যাবলৈ ধৰিলে। মীৰাই বৰ্ত্তমান নিজকে ব্যস্ত ৰাখে নিজৰ পঢ়া-শুনাকে লৈ আৰু কেঁচুৱাটোৰ আল-পৈচান ধৰি। নাৰ্স জনীয়েও গৈ চৰকাৰী কামত যোগ দিলেগৈ। 'নাৰ্স'ৰ স্থান ল'লেহি সেই প্ৰতাপগড় বাগিচাৰ ফিৰিঙ্গি ৰঙলাৰ অতীজৰ আয়াজনী আহি। দীৰ্ঘকাল চাহাবৰ লগত আয়া কাম কৰি সকলো আদব কায়দা শিকি অহা আয়াজনী আহিয়েই সকলো কাম কাজ বুজি বাজি ল'লেহি। মীৰাৰ কেঁচুৱাটি সৰহ ভাগ সময় আয়াৰ লগতেই থাকে দেখি পঢ়াশুনা আদিৰ ফালে মনোযোগ দিবলৈ মীৰাই দিনটোত বহুত সময় পায়। মাতৃ মঙ্গল, শিশু-মঙ্গল অধ্যয়ন কৰি তাই বৰ ভাল পায়। মনতে কল্পনা কৰে ঠিক যেন তাই মাতৃ-মঙ্গল অনুষ্ঠান এখনত অধিনেত্ৰীৰূপে কাম কৰি শ শ দুৰ্ভগীয়া মাতৃক মৃত্যুৰ মুখৰ-পৰা পৰিত্ৰাণ কৰিছে। মনতে তাই কল্পনা কৰি ভাল পায় কেনেকৈ উক্ত অনুষ্ঠানৰ শিশুবিলাকৰ কাৰণে আচুতীয়াকৈ ৰখা হৈছে এখনি পৃথক ঘৰ, য'ত সদ্যজাত শিশুবিলাকক মাকৰ ওচৰৰপৰা আনি পৃথকভাবে লালন পালন কৰা হয়। কেনেকৈ প্ৰত্যেক শিশুৰে একো একোটা বেলেগ নম্বৰ দি ৰখা হৈছে যাতে কাৰো সন্তান





সলনি নহয়। হঠাতে মীৰাৰ মনত ভাব উদয় হয়, "মোৰ খোকনৰ গাত তেনে নম্বৰ দিছিলনে? কিজানি দিয়াই নাছিল! কিজানি মোৰ খোকন কাৰোবাৰ সন্তানৰ লগত সলনি হ'ল! কিজানি, মোৰ খোকন মোৰ গৰ্ভজাত সন্তান নহয়!" খক্ মক্ কৰি বিচনাতে উঠি বহিল মীৰা। লাইটটো জ্বলাই দি ওচৰৰ সৰু বিচনাৰ আঠুৱাখন দাঙি শুই থকা খোকনৰ মুখখন এবাৰ চালে। শুই থকা কেঁচুৱাৰ মুখখন দেখি মীৰা হৈ পৰিল আপোনভোলা। সেই মুখখনিৰ ওচৰতে মীৰাৰ চকুৰ আগতে ভাহি উঠিল সুবিমলৰ প্ৰতিচ্ছবি;—অকণমান মুখখনিতো মীৰাই সুবিমলৰ চেহেৰাৰ সাদৃশ্য দেখা পাই শান্তি লাভ কৰিলে। দৃঢ় বিশ্বাস হ'ল যে তাইৰ খোকন সলনি হোৱা নাই। বাস্তৱ জগতে চকু জপালেই কল্পনা সখীয়ে নতুন জগত এখনৰ সৃষ্টি কৰি দিয়ে। সেই শান্তিদায়িনী কল্পনা সখীৰ নিচুকনি শক্তিয়ে কাল্পনিক ৰাজ্য এখনত সুন্দৰ ৰূপ দি জাক্ জমক্কৈ চকুৰ আগত দাঙি ধৰি মনৰ মধুৰতা নিলগ কৰে। হতভাগিনী মীৰায়ো কল্পনা কৰিয়েই কাল্পনিক মাতৃ-মঙ্গল অনুষ্ঠান এখনিৰ অধিনেত্ৰী। সুখী তাই।

মীৰা বিধবা;—কিন্তু কোনো পৰিবৰ্ত্তন নাই। মীৰা

স্বামীহীনা, কিন্তু তাই সেই পূৰ্ব্বৰ বাং ঢালী মীৰা হৈয়েই ৰ'ল। মীৰা পতিহীনা,—তাইৰ ওঁঠত বিৰাজ কৰা সেই পূৰ্ব্বৰ হাঁহিৰ জেউতি সাময়িকভাবে নিলগ হৈ পুনৰ আহি লগ ল'লেহি। মীৰা কি? তাইৰ মনোভাব কি? তাইৰ হৃদয় কি ধাতুৰে নিৰ্ম্মিত কোৱা টান। কিন্তু মীৰা, মীৰা হৈয়েই ৰ'ল। নানান ঘাত প্ৰতিঘাত, উত্থান পতন, দুখ-দুৰ্গতিৰ মাজতো তাই বৰ্ত্তি আছে আৰু আছেও পূৰ্ব্ববৎ ওঁঠত হাঁহিৰ মিচিকনি ফুটাই তুলি।

সদবংশজাত মৃগেন পুৰুষ। পত্নীহীন মৃগেনক যৌৱনৰ সুশীতল মলয়াই এৰি দিয়া নাই; তেতিয়াও আছে আৰু যিমান দিন মৃগেনৰ স্বাস্থ্য, প্ৰেম আৰু মনৰ কবিতা আছে সেই মলয়াই মৃগেনক এৰি নাযাওঁ বুলি ঠিক যেন দৃঢ়তাৰে সৈতে ঘোষণা কৰিছে। যৌৱন আৰু যৌৱনাৱস্থা। ই পৰিধানৰ সাধাৰণ সাজ পোছাক নহয় যে কম ব্যৱহাৰ কৰিলে বেচি দিন নতুন হৈ থাকিব। যৌৱনৰ সাজ মানুহে দৈনিক ব্যৱহাৰ কৰিব লাগে, সাঁচি থ'লেই সি নষ্ট হৈ যাব খোজে। অবুজন মৃগেনে সাঁচি থোৱা যৌৱনৰ সাজযোৰ কিন্তু তেতিয়াও পুৰণি হোৱা নাই, সময় আছে। যৌৱনৰ





সাজ যোৰ বৰপেড়াত ভৰাই থৈ চিন্তান্বিত অৱস্থাত বহি থকা মৃগেনক মাজে মাজে যৌৱনে সহাৰি দি কাণে কাণে কৈ দিয়েহি যে যৌৱনে তেতিয়াও এৰি দি যাবলৈ ইচ্ছা কৰা নাই। সেই সহাৰি পালেই মৃগেনে ডাঢ়ি খুৰুৱা ক্ষুৰ, স্নো পাওডাৰ, তেল আদি নিলগাই থোৱা সামগ্ৰীবোৰৰ শৰণাগত হৈ সাজ পাৰ কৰি হৈ পৰে ঠিক যেন ফুলদানিটিহে আৰু তাৰ ক্ষন্তেক পাচতে সৌন্দৰ্য্য উপ-ভোগৰ আশা কৰি ভৈৰবীঘাটলৈ নগৈ স্থান লয়গৈ সেই পূব ফালৰ কুঠৰিত—কথাবাৰ্ত্তা, আ-আলোচনাত ভোল গৈ থাকে মীৰাৰ লগত।

সেই দিনাও সেই বসন্ত সন্ধিয়াৰ লগে লগেই যৌৱনৰ মলয়াছাটিয়ে মৃগেনৰ দেহত পৰশ দি কাণে কাণে সহাৰি দি গ'ল যে তেওঁক যৌৱনৰ মলয়াই এৰি যাবলৈ অনিচ্ছুক। আবেলি জাহাজঘাটৰ ফালে ফুৰিবলৈ গৈ নিলগৰ পৰ্ব্বত পাহাৰ আৰু সম্মুখত থকা বিশাল ব্ৰহ্মপুত্ৰৰ নাচনী পানীৰ মাজত খেলি থকা অস্তদিবাকৰৰ প্ৰতিবিম্বটো চাই থকাৰ অৱস্থাতেই যৌৱনৰ মলয়াই তেওঁৰ গাত হাত বুলাই কৈ গ'লহি— "মই তোমাক এৰিব খোজা নাই।" কাষৰৰ পলাশ-জুপিৰপৰা ফুল দুই এটি সৰি পৰিলে চকুৰ আগতে।

নিলগত থকা "গুৰুতো নলগা ভকতত নলগা" মদাৰ জুপিৰো চৰাই হেন আকৃতিৰ সেই ৰঙা ৰঙা ফুল বিলাকেও সহাৰি দি বুজাই গ'ল বাসন্তী দেবীৰ আগমনৰ কথা। হঠাতে মৃগেনে গাত এটা অদ্ভুদ ধৰণৰ সিহৰণ অনুভব কৰিলে। সৌন্দৰ্য্য উপাসক মৃগেনৰ আৰু সেই প্ৰাকৃতিক সৌন্দৰ্য্য ভাল নালাগিল। তাতোকৈ সুন্দৰ কিবা এটাৰ কাৰণে তেওঁৰ অন্তৰখন কান্দি উঠিল। ঘৰমূৱা হ'ল হঠাতে। চিন্তাই লগ এৰি যাবলৈ অমান্তি। যৌৱনৰ মৃদু মলয়াই চিন্তাক দূৰ কৰিবলৈ আপ্ৰাণ চেষ্টা চলাইছে। ভাব চিন্তাৰ বোজাটো লৈয়েই খোজ চলাই আহি আহি কেতিয়ানো বজাৰখন পাৰ হৈ ডাক্তৰৰ বঙলাৰ ওচৰ পাওঁ পাওঁ হ'ল, ক'বকে নোৱাৰিলে। সন্মুখৰপৰা অহা বিৰাট মটৰ গাড়ীখনৰ গতি কম হৈ আহি মৃগেনৰ কাষতে ৰ'লহি। "শুনা" গাড়ীৰ ভিতৰৰপৰা ডাক্তৰে মৃগেনক মাত দিলে। মৃগেন ওচৰ চাপি গ'ল।

"মই বিশেষ কামত ৰঙাপাৰালৈ যাওঁ। ঘূৰি আহোঁতে পলম হ'ব। তোমাৰ বামবিলাসক মোৰ গাইজনী হেৰাইছে, বিচাৰি পঠাইছোঁ। ঘূৰি অহা নাই। ঠাকুৰো এই মাত্ৰহে বজাৰলৈ গৈছে। মীৰা অকলে আছে।





মই তোমাক সোনকালে পঠাই দিমহি বুলি তাইক কৈ আহিছোঁ। তুমি সোনকালে যোৱা আৰু ঘৰৰপৰা নোলাবা দেই—তাই ভয় কৰিব।"

সন্মতি জনাই মৃগেনে ক'লে, "আয়াজনী নাই জানো?"

" 'অ' আজিহে আকৌ তাইৰ বিশেষ কাম ওলালে। দিনৰ দুই বজাতে ছুটী লৈ গ'ল, এতিয়ালৈকে দেখা-দেখি নাই। তাই থকা হ'লে কথাই নাছিল। বাৰু মই আহিলোঁ", বুলি মটৰখন চলাই নিলে। আলিৰ ধূলি বিলাক উৰি আহি মৃগেনৰ চকুৰে মুখে দি গ'ল আমনি।

ধূলিৰ মাজেদিয়েই খোজ চলালে মৃগেনে। "মীৰা অকলে আছে, তাই ভয় কৰিব" এই বাক্যষাৰি তেওঁৰ কাণত বাজিয়েই ৰ'ল। দীঘলীয়া পদূলি মুখৰ 'গেইট'-খন তুফালকৈ মেলা। মটৰ উলিয়াই নিয়াৰ পাচত আৰু বন্ধ কৰা হোৱা নাই। মৃগেনে গেইটখন জপাই দি বঙলা ঘৰলৈ ভৰি চলালে। অন্ধকাৰ অৱস্থাত পৰি আছে মীৰা থকা সেই তাহানিৰ বাহিৰা ঘৰটো। পিৰালিৰ শেৰালি জোপাৰ ওচৰতে ক্ষন্তেক কাল ৰৈ কিবা ভাবি পুনৰাই বেগাবেগিকৈ খোজ দিলে। সৌ নিলগত দেখা পালে ডাক্তৰৰ বিৰাট বঙলা ঘৰটো। আন্ধাৰ।

কেৱলমাত্ৰ পূব প্ৰান্তত অৱস্থিত মীৰাৰ শোৱনি কোঠাৰ পৰ্দ্দাৰ ফাকেদি ভিতৰত জ্বলি থকা বিজুলী বাতিৰ ৰেঙণিকণ দেখা পোৱা গৈছিল। সেই দুৱাৰকে লক্ষ্য কৰি মৃগেনে পাও সঞ্চালন কৰি আহি আহি ডাক্তৰৰ বঙলা-ঘৰৰ বুলনিত ঠিয় হ'লহি। দেখিলে, ঘৰ শূন্য, মীৰা অকল। বাহিৰৰ বাৰান্দাতে এক্ষন্তেক বিশ্ৰাম কৰিলে মৃগেনে। যৌৱনৰ মলয়াই অন্য প্ৰকাৰে বুজাই দি গ'ল যে মীৰা অকল, তাই ভয় কৰিব।

জয়াল বঙলাটো। ডাক্তৰৰ বৈঠকখানা আন্ধাৰ। কেৱলমাত্ৰ মীৰা থকা কোঠাৰ পৰ্দ্দাৰ ফাকেদি পাওঁ নাপাওঁ কৈ প্ৰকাশ পোৱা পোহৰৰ ক্ষীণ ৰশ্মিয়েইহে বঙলাঘৰৰ অৱস্থিতি ঘোষণা কৰিছে।

মৃগেন লাহেকে উঠি গৈ নিজৰ কুঠৰিত প্ৰৱেশ কৰি ডাঙৰ আইনাখনতে নিজকে এবাৰ চাই ল'লে। হাতত ফণিখন লৈ মূৰৰ সেওঁতাটো ভাল দৰে প্ৰকাশি ল'লে। কিনাৰৰ চুলিবিলাক সংযত কৰি লাইটটো নুমাই লাহে লাহে বঙলাৰ পূব ফাললৈ খোজ চলালে। "মীৰা অকলে আছে", ডাক্তৰৰ সেই বাক্যষাৰি তেতিয়াও মৃগেনৰ কাণত বাজি আছে।

দুৱাৰৰ ফাকেদি মৃগেনে ভিতৰলৈ জুমি চাই দেখে





যে সঁচাকৈয়ে, মীৰা অকলশৰীয়া। তাইৰ খোকন টোপনি। ইফালে সিফালে এবাৰ ঘূৰি চালে মৃগেনে— কোনো নাই। পুনৰাই দুৱাৰৰ ফাকেদি চাই পঠিয়ালে ভিতৰলৈ। হয়, কোনো নাই! আয়াজনীও নাই। তাই অকলশৰীয়া। আকৌ এবাৰ চাবৰ মন গ'ল। চাই দেখে মীৰাৰ সেই আড়ম্বৰহীন দেহাভৰণৰ মাজত লুকায়িত অৱস্থাত থকা সৌন্দৰ্য্যৰ আভাষ, যৌৱন বিৰিঙা দেহৰ অবয়ব আৰু উঠন বুকুৰ বক্ৰৰেখাৰ দ্বাৰা মন কাঢ়ি নিয়া এটি আকৰ্ষণীয় দৃশ্য। যৌৱনৰ মলয়াই আকৌ এনেতে কাণত সহাৰি দিলেহি, "মই তোমাৰ লগ এৰা নাই";—সহাৰি পোৱাৰ লগে লগে মৃগেনে লক্ষ্য কৰিলে যে মীৰাই বিচনাৰ ওচৰত থকা বিজুলী বাতিৰ 'সুইচটো' টিপা মাৰি দি বাতিটো নুমাই বিচনাতে কাতি হৈ পৰিল। ওপৰৰ বাতায়নেদি প্ৰৱেশ কৰা শুক্লা চতুৰ্দ্দশীৰ চন্দ্ৰৰ কিৰণে ক্ষন্তেকতে মীৰাৰ কোঠাটো উদ্ভাসিত কৰি তুলিলে। জুমি জুমি চাই মৃগেনে দেখা পালে সেই ৰূপালী কিৰণ বুকুত লৈ মীৰা বিচনাত কাতি হৈ পৰিছে। দেহাৰ অসংলগ্ন ভূষণৰ ভিতৰেদি মীৰাৰ ৰূপ লাৱণ্য আৰু যৌৱনৰ আভা আৰু মনমোহা হৈ পৰিছে। নীৰৱ, নিস্তব্ধ, আন্ধাৰ।

"মীৰা অকলে আছে, তাই ভয় কৰিব", আকৌ মৃগেনৰ কাণত বাজি উঠিল।

টক্, টক্, টক্, টক্—বাহিৰৰপৰা দুৱাৰত এটা শব্দ। "খটৰ্" কৰে লাইট জ্বলি উঠিল ভিতৰত। বিজুলী বাতিৰ পোহৰ পাই পলকতে চন্দ্ৰ দেৱতাৰ ৰশ্মিৰাশি কোঠাৰ ভিতৰৰপৰা লাজুকী কন্যাৰ নিচিনাকৈ ওলাই গ'ল। সেই এলায়িত ভূষণেই মীৰা উঠি আহি দুৱাৰৰ খিলিটো খুলি দি ক'লে, "অ' মৃগেনদা, আহক।"

"তুমি ভয় কৰিছিলা নেকি মীৰা? ডাক্তৰে মোক লৰালৰিকৈ পঠিয়াই দিছে"—মৃগেনৰ মাত কথা থোকা-থুকি।"

"মোৰ ভয় ভ্ৰান্তি নাই মৃগেন'দা। আপোনাৰহে ভয় লগা যেন পাইছোঁ, কথাবোৰ দেখোন থোকা-থুকিকৈ ওলাইছে। বহক," বুলি আগুৱাই দিয়া চকী খনত নবহি মৃগেন বহিলগৈ মীৰাৰ বিচনাখনতে। বিচনাত বহাৰ অভ্যাস মৃগেনৰ কোনো দিনেই নাছিল। চকী নাথাকিলে ঠিয় হৈ হৈয়েই কথা শেষ কৰা মৃগেনৰ ফালে আগ বঢ়াই দিয়া চকীখনত নবহি বিচনাত বহি পৰাত মীৰা অপ্ৰস্তুত হোৱাদি হ'ল,—কিন্তু স্থিৰেৰেই ৰ'ল। মৃগেন বহিয়েই বিচনাখনৰ মূৰ শিতানতে ওলমি থকা বিজুলী





বাতিৰ কিটিপ্‌টো অৰ্থাৎ বেড্‌চুইস্‌টো বাওঁ হাতত লৈ লিৰিকি-বিদাৰি মাত দি ক'লে, "মোৰ ভয় লাগি-ছিল কেৱল তোমাৰ কাৰণে মীৰা। ডাক্তৰেনো এই নিশাখন তোমাৰ নিচিনা ধুনীয়া গাভৰু এজনীক এনে দৰে অকলে এৰি যাব পায়নে?"

মৃগেনৰ মুখত নতুন ধৰণৰ কথা শুনি মীৰা আচৰিত হ'ল। কথাৰ গতি ঘূৰাবলৈকে হাতত চোৰোতাখন লৈ চুপাৰি এটা কাটি কাটিয়েই মূৰ নদঙাকৈয়ে মীৰাই ক'লে,—"অ' মৃগেনদা, অসম চৰকাৰে যে উজনি অঞ্চলত মাতৃমঙ্গল অনুষ্ঠান এখনি স্থাপন কৰিছে, মোক তাতে কাম এটা যোগাৰ কৰি দিব পাৰিবনে?"

"তুমি কাম কৰিবা? তুমি যদি কামকে কৰিব লাগে আমি জীয়াই আছোঁ কিয়?" বোলা মৃগেনৰ উত্তৰত মীৰা সচকিত হ'ল। মৃগেনৰ ফালে আগুৱাই দিব খোজা বটাটোৰ সৈতে অকস্মাতে মীৰাই হাতখন কোঁচ খুৱাই আনিলে।

"আকৌ লৈ গ'লা দেখোন, দিয়া" বুলি বটাটো ল'বলৈ বুলি হাতখন মেলিয়েই বাওঁহাতে ধৰি থকা 'বেড্‌চুইস্'টো টিপ মাৰি দি মৃগেনে মীৰাৰ হাত খনত থাপ্ মাৰি ধৰিলে। বটাটো মাটিত সৰি পৰিল। শব্দটো

তাতেই জীন গ'ল। লাইটটো নুমাই যোৱাৰ লগে লগে চন্দ্ৰদেৱতাৰ জ্যোতিৰাশি অকৌ কোঠাত প্ৰৱেশ কৰি পুনৰ বিচনাখন ঢোৱাই নিলে। সেই ৰূপালী পোহৰতে মীৰাই দেখা পালে মৃগেনক। চাই দেখে যে তেওঁ সেই পূৰ্ব্বৰ মৃগেনদা যেন নহয়। তেওঁ বিচলিত, উন্মাদ, হিতাহিত জ্ঞানশূন্য পশু!! "ছিঃ মৃগেনদা" বুলি তাই নিজৰ হাতখন এচাৰ মাৰি একৰাই ঘপৰাই বেৰৰ 'চুইস্‌টো' টিপা মাৰি লাইটটো জ্বলাই দিলে আৰু তাৰ লগে লগেই মৃগেনে কোঠাটো পৰিত্যাগ কৰিলে। গুৰুম্ কৰে হোৱা শব্দ এটা শুনি মৃগেনে ঘূৰি চাই দেখে যে মীৰাই খুব জোৰেৰে দুৱাৰখন মাৰি ভিতৰৰ-পৰা খিলি দিছে। বঙলা ঘৰৰপৰা নামিব খোজোতেই মৃগেনে অনুভব কৰিলে তেওঁ যেন নিজ পৰিবাৰ ইবাৰ আত্মহাস্যৰ কল্লোল ধ্বনি শুনিবলৈ পাইছে,—আত্মহাস্য কৰি কৰিয়েই যেন অশৰীৰী ইবাই মৃগেনৰ কাণৰ ওচৰত চিঞৰি কৈ গ'ল, "দাদা বুলি মাতিলেই ৰক্ত মাংসৰ সম্বন্ধ নহয়।" সেই বসন্ত কালতো ক'ৰ এচপৰা কলীয়া ডাৱৰৰ আঁৰ লৈ শুক্লা চতুৰ্দ্দশী নিশাৰ হাঁহি থকা চন্দ্ৰটোৱেও যেন চিঞৰি চিঞৰি মৃগেনক ক'লে, "যা, তোৰ নিচিনা পাপী জীৱক পথ প্ৰদৰ্শাই মই কলঙ্কিত





নহওঁ।" অন্ধকাৰৰ মাজেদিয়েই খোজ চলাই যাওঁতে মৃগেনে পুনৰ শুনিবলৈ পালে মীৰাৰ সেই বিতৃষ্ণাযুক্ত বাক্যষাৰি—"ছিঃ মৃগেনদা।" যি পূব ফালৰ কোঠাটো তেওঁৰ বাবে আছিল শান্তিৰ আলয়, সেই পূব ফালৰ কোঠাৰ ফালে ঘূৰি চাবলৈকে তেওঁৰ সাহৰ অভাব হ'ল। মৃগেন আগুৱাই গ'ল। গেইট খনৰ ওচৰতে গাই জনী টনা আজোৰা কৰি থকা ৰামবিলাসৰ মুখতো তেওঁ শুনিবলৈ পালে, "ছিঃ এই গাইজনী বৰ দুষ্ট।" অলপ আগবাঢ়ি যাওঁতেই ডাঙৰ শব্দ এটা কৰি ডাক্তৰৰ মটৰ গাড়ীখনৰ চকাটো ফাটি যোৱাত গাড়ীৰপৰা নামি অহা ডাক্তৰেও মুখতে প্ৰকাশ কৰিলে "ছিঃ, কি বিপদত পৰিলোঁ"। বজাৰত মাছ নাপাই ঘূৰি অহা ঠাকুৰটোৱেও মালিটোক লগ পাই মাত দিওঁতে মুখেৰে প্ৰকাশ কৰিলে, "ছিঃ আজি দেউতাও নাই, বজাৰত মাছো নাই।" বতাহৰ মাজতেই মৃগেনে আকৌ এবাৰ শুনিবলৈ পালে, "ছিঃ মৃগেন দা",—সন্মুখতেই যেন ইবাই কৈ গ'ল; "ছিঃ কটা।"

অজান দেশৰ ফালে পাৰি দিলে মৃগেনে। মৃগেন নিৰুদ্দেশ,—'নিখোজ'। আজিও তেজপুৰ চহৰৰ বতাহত শুনিবলৈ পোৱা যায় এষাৰি বিতৃষ্ণাপূৰ্ণ অথচ কোমল

নাৰীকণ্ঠ—"ছিঃ মৃগেনদা।" মৃগেন ক'ত? কোনেও ক'ব নোৱাৰে। কিন্তু প্ৰতি দিনে, প্ৰতি মুহূৰ্ত্তে মৃগেনৰ সৈতে সাক্ষাত হৈছে সেই উত্তেজিতা, উৎকণ্ঠিতা মীৰাৰ শেষ বাক্যষাৰিৰে,—আজিও তেওঁৰ কাণত বাজি আছে "ছিঃ মৃগেনদা।" কিন্তু মৃগেন ক'ত?

---



অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক, অধ্যাপক শ্ৰীযুক্ত অতুলচন্দ্ৰ হাজৰিকা, এম. এ, বি. এল, বি. টি, দেৱৰ অভিমত :—

"আপোনাৰ উপন্যাসখনি পঢ়ি সচাকৈয়ে ভাল পালোঁ। আমাৰ সাহিত্যত এই পুথিখন নতুন ধৰণৰ হ'ব বুলি আশা কৰোঁ।......অসমীয়া বঙালীৰ বিৰোধৰ গত লোৱা অধ্যায় এটি আপুনি ফটোগ্ৰাফৰ দৰে চিত্ৰিত কৰি থৈছে,—পাঠকে তাৰ-পৰাই কাৰ গাত জগৰ জানি ল'ব পাৰিব। আমাৰ ঘৰুৱা আৰু পাৰিবাৰিক কু-অভ্যাসবোৰো শিল্পীৰ দক্ষতাৰে আপুনি দেখুৱাব পাৰিছে। চাৰিটা প্ৰধান চৰিত্ৰৰ যোগেদি ইমানবোৰ সামাজিক কথা সমস্যা আলোচনা কৰিব পৰাত কৃতিত্ব আছে। —চৰিত্ৰ কেইটিৰ মনস্তাত্তিক বিশ্লেষণো চমৎকাৰ হৈছে......"

* * * *

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি আৰু আৰ্ল ল কলেজৰ ভূতপূৰ্ব্ব অধ্যক্ষ স্বৰ্গীয় জে. বৰুৱা, বাৰ-এট্-ল দেৱৰ অভিমত :—

"তোমাৰ চিঠি আজি পালোঁ। তুমি দুষ্ট হৈছা। বৰিষ্টাৰ বৰুৱা বুলি তুমি কাক ইঙ্গিত দিছা! উপেন বেজবৰুৱাক নিশ্চয় নহয়। ফুকন, বৰদলৈ কৰ্ম্মবীৰ আদি মহামানবসকলৰ লগত মোৰ নামটো দিয়াত তোমাৰ পুথি-খনি লঘু হ'ল। মোৰ নামটো উঠাই দিবা।

ৰ'বা, ৰ'বা মোৰ মতামত কওঁ। পুথিখন দুবাৰ পঢ়িলোঁ। পঢ়ি ভাল পালোঁ বাবে দুবাৰ পঢ়িলোঁ। তৃতীয়বাৰ পঢ়িবৰ ইচ্ছা আছিল। এনেতে তোমাৰ চিঠি পাই পঠাই দিলোঁ। ছাপা হোৱাৰ পাচত আকৌ ভালদৰে পঢ়িম্।

পুথিখন নতুন ধৰণৰ হৈছে। আমাৰ সাহিত্যত এনে পুথি নাই। অসমীয়া আৰু বঙালী চৰিত্ৰাংকণ কৰা পুথি বঙালী সাহিত্যতো নাই। বোলছবিৰ বাবে বৰ ভাল হ'ব। ছপাই উলিয়ালে কোনোবাই নিশ্চয় ছবি তুলিব। অসমীয়া আৰু বঙালী উভয়েই চাই ভাল পাব আৰু পাৰ্ট ল'ব পাৰিব।......"

* * * *

গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক ডক্টৰ **মহেশ্বৰ নেওগ দেৱৰ** অভিমত—

"..... পঢ়ি ভাল লাগিল তাৰ ভিতৰত freshness of details, play of humour, আৰু মাজে মাজে থকা একো একোটা intimate touch—আপোনাৰ techniqueও উপভোগ্য হৈছে...... ।"

* * * *

মঙ্গলদৈৰ ডেকা সাহিত্যিক **শ্ৰীযুক্ত প্ৰভাতচন্দ্ৰ গোস্বামীৰ** অভিমত—

"সৌভাগ্যক্ৰমে আপোনাৰ 'ভুলৰ সমাধি' পঢ়িবলৈ পাই ভাল পালোঁ—কিন্তু আনে ভাল পোৱাৰদৰে নহয়। উপন্যাস নামৰ বহুত আবৰ্জ্জনা বাহিৰ হ'ল ইতিমধ্যে, কিন্তু আপোনাৰখনিয়ে 'নতুন টেকনিক' লৈ আমাৰ এই শ্ৰেণীৰ কিতাপৰ মৰ্য্যাদা বঢ়াব বুলি আশা কৰিব পাৰোঁ। সোনকালে ছপাই উলিয়ালে আমাৰ ভাল উপন্যাস এখনৰ অভাৱ আঁতৰিব।......কিতাপখনি হাতত ল'লে শেষ নকৰালৈকে এৰিবৰ মন নাযায়।"